# বিমলাৰ ডায়েৰী

মথুৰা মোহন ডেকা

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০৪ চন



প্ৰকাশক ঃ

ৰাধা-ৰূপ পাব্লিকেচন

লুটুমা, কাহিলিপাৰা, গুৱাহাটী-১৮

মূল্য ঃ ৫০.০০ (পঞ্চাশ) টকা

প্ৰচ্ছদ ঃ

কিশোৰ কুমাৰ দাস

মুদ্ৰক ঃ

দ্বিবন কুমাৰ বৈশ্য

*জে.দি. ক্ৰিয়েশ্বন*

২ নং মঠঘৰীয়া, নুনমাটি, গুৱাহাটী-২০

ফোনঃ ০৩৬১-২৫৫২৮৬৮

---

**BIMALAR DIARY** *A collection of short- stories in Assamese written by Mathura Mohan Deka and published by Radha-Rup Publication, Lutuma, Kahilipara, Guwahati. Assam 2004*

**Price : Rs.Fifty only.**

# আগকথা

১৯৯২ চনৰ পৰা ২০০৩ চনলৈকে এই সময় ছোৱাত অগ্ৰদূত, শ্ৰীময়ী, পূৱালী, জনক্ৰান্তি, সূত্ৰধাৰ, প্ৰজ্ঞান, আলাপ আদি বিভিন্ন আলোচনী আৰু কাকতত প্ৰকাশিত আমাৰ পচিশটা গল্পৰ এটি সংকলন পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰা হ'ল। গল্প কেইটাত প্ৰধানকৈ নাৰীৰ আশা আকাংক্ষা, ভাব-অনুভূতি, নাৰীৰ সমস্যা, দুখ-বেদনা, জীয়াই থকাৰ হেপাহ আদিৰ ওপৰত আলোকপাত কৰিবলৈ চেষ্টা কৰা হৈছে। গল্প কেইটাৰ মূল প্ৰতিপাদ্য হৈছে সাম্প্ৰদায়িক সম্প্ৰীতি, ভাতৃত্ব, সমতা আৰু ভাৰতীয় দৰ্শন, ভাৰতীয় ৰীতি-নীতি অৰ্থাৎ অসমীয়া সমাজৰ জীৱনধাৰা আৰু বিশ্বাস। দুটামান গল্পত ড্ৰাগচ্ সেৱন, যৌন ব্যভিচাৰ আৰু তাৰ পৰা হ'ব পৰা কুফলৰ ওপৰতো সামান্য আভাস দিয়া হৈছে। মুঠতে আমি মানুহ। মানুহৰ দৰে আমি জীৱন ধাৰণ কৰিবলৈ সুবিধা পাব লাগে। আনহাতে 'সবাৰে ওপৰে মানুষ' এই দৰ্শন প্ৰায়বোৰ গল্পৰে অন্তৰ্নিহিত বক্তব্য।

গল্প কেইটাৰ কাহিনী আৰু আটাইবোৰ চৰিত্ৰই কাল্পনিক; কোনো কাৰণত কাৰোবাৰ জীৱনৰ লগত যদি সংযোগ ঘটে সি সম্পূৰ্ণ কাকতালীয়। তাৰ বাবে লিখক ক্ষমাপ্ৰাৰ্থী।

পাঠক সমাজে সাদৰেৰে গ্ৰহণ কৰিলে লিখক কৃতাৰ্থ হ'ব।

শ্ৰীমান দ্বিবন কুমাৰ বৈশ্যই কষ্ট কৰি ছপাৰ কামখিনি নকৰা হ'লে সংকলনটোৱে পাঠকৰ মুখ নেদেখিলেহেতেন। সেয়ে দ্বিবনক মোৰ আন্তৰিক ধন্যবাদ যাঁচিলো।

মথুৰা মোহন ডেকা

# সূচীপত্ৰ

# সময়ত

বাঁছৰ পৰা নামি নলবাৰী বজাৰত দুই এজন মানুহৰ মুখত গাওঁখনৰ অৱস্থান সম্পৰ্কে জানি ললো। নলবাৰীৰ পৰা পাঁচ কিলোমিটাৰমান দূৰ। পুনৰ বজাৰ বাছ এখনত উঠি গৈ গাওঁখনলৈ যোৱা বাটটোৰ ওচৰত নামি মই গাওখনলৈ খোজ দিলো। বাটটোৰ দুয়োকাষে বড়োধান হালি-জালি বতাহত নাচি আছে। বাটটোৰ কাষেৰে এটা জান জিৰ জিৰকৈ বৈ আছে। গাওঁখনৰ সিফালে এখন ওখ পাহাৰ। আবেলিৰ মনোৰম দৃশ্য। মনটো ফৰকাল হৈ পৰিল।

হঠাতে এলাহাবাদত হোৱা অপ্ৰত্যাশিত ঘটনাটো মনত পৰাত মই দমি গ'লো। এক হৃদয় বিদাৰক নিষ্ঠুৰ বাস্তৱতা। মোৰ পকেটত আছে এখন লেতেৰা অকণমান নোটবহী। এক অনিশ্চয়তা আৰু আতংকই মোক গ্ৰাস কৰি পেলালে। ঘটনাটো নাভাবিবলৈ যত্ন কৰিলো; কিন্তু বাৰে বাৰে মনত পৰিল।

আজি সাতদিন হ'ল। মই আৰু মোৰ পত্নী জুলা এলাহাবাদত আছিলো। যোৱা পৰহি আমি ঘৰ পাইছোহি। আমি গুৱাহাটীৰ পৰা এলাহাবাদলৈ হনিমুন কৰিবলৈ গৈছিলো। আমাৰ লক্ষ্যস্থান আছিল প্ৰয়াগ, পূণ্যতীৰ্থ প্ৰয়াগ।

সোমবাৰ। ১৬/৪/৯০।অসমত ঢোল পেপা, গগনাৰ শব্দত আকাশ মুখৰিত। দিনৰ বাৰমান বজাত আমি প্ৰয়াগ হোটেলৰ পৰা ওলাই নেভি কেম্পটোৰ ওচৰেদি আহি 'ইলাহাবাদ' ৰেলষ্টেচনটো পাৰ হৈ নেহৰু পৰিয়ালৰ 'আনন্দ ভৱন' চাম বুলি খোজ কাঢি যোৱাটোকে ঠিক কৰিলো। মোৰ অৱশ্যে খোজ কাঢ়ি যোৱাটোতে ইচ্ছা। কাৰণ ৰিক্সাৰে গৈ ইমান সোনকালে ৰোমাঞ্চটো শেষ কৰাৰ ইচ্ছা নাই। তাতে আকৌ জুলাৰ লগত দহ কিলোমিটাৰ খোজ কাঢ়িলে এক কিলোমিটাৰ যেনো নালাগে।

কিছুদুৰ গৈছো। এনেতে অসমীয়া মাত এষাৰ শুনি থমকি ৰ'লো। ইফালে সিফালে চাই কাকো নেদেখিলো। মোৰ সন্দেহ উপজিল। এই অজান মূলকত অসমীয়া মাত। আকৌ শুনিলো।
"অ' ককাইদেউ! ককাইদেউ!"

দেখিলো ৰাস্তাৰ কাষত পৰি থকা ল'ৰাজনে আমাক সম্বোধন কৰিছে। মই আগবাঢ়ি যাবলৈ উদ্যত হওঁতেই জুলাই মোৰ হাতখনত থাপ মাৰি ধৰি কলে।

'ৰব।'

'কিয়?

"চিনি নেপাও, জানি নেপাও। চোৰ নে ডকাইত তাৰ ঠিক নাই। নাজানে নেকি এনেকুৱা মানুহে সিহঁতৰ কামৰ বাবে সকলো ভাষাৰ দৰ্কাৰী কথাবোৰ শিকি লয়। বজাৰ ইয়াত বৈ থাকিব নালাগে।'

মই বুজিলো জুলাই ভয় খাইছে। খাবলগীয়া কথাও। বিহে দিনকাল পৰিছে, কেতিয়া কি

পৰিকল্পনা কৰি মানুহৰ পৰা টকা পইচা আদায় কৰা হয় সেইটো অনুমান কৰা টান। কথাটো মইও গমি চালো। ইফালে জুলাৰ গাত সোণৰ অলংকাৰ কেইপদমান আছে। বিপদটো মই তেতিয়াহে উপলব্ধি কৰিলো। সেয়ে মই ভৰিখন আগবঢ়োৱাৰ লগে লগে ল'ৰাজনে পুনৰ কাতৰ কণ্ঠেৰে মাতিলে। এটা লুটিবাগৰ মাৰি আমাৰ ওচৰলৈ আহিবলৈ যত্ন কৰি কাকুতি কৰি কলে-'আপোনাৰ ভৰিত ধৰিছো ককাইদেউ। মোৰ এষাৰ কথা শুনি যাওঁক।'

মই এটা অপ্ৰত্যাশিত পৰিস্থিতিত পৰিলো। দেখিলো ল'ৰাজনৰ বাওঁহাতখন কিলাকুটিৰ পৰা আৰু সোঁ- ভৰিখন আঠুৰ পৰা নাই। তদুপৰি বাওঁ চকুটোও নাই। মই ৰৈ গলো। আমাৰ কাষেদি অগণন মানুহৰ আহ-যাহ। অহেতুক পুতৌৰে মই ল'ৰাজনৰ মুখলৈ চাই থাকিলো।

ইতিমধ্যে জুলাই তেওঁৰ বেগৰ পৰা এটা নগদ টকা উলিয়াই ল'ৰাজনৰ ওচৰত থকা বাটিটোলৈ দলি মাৰি দি মোক হাতত ধৰি টানিলে।

'বলক কিহে পাইছে আপোনাক খোজনীয়া মগনীয়াবোৰৰ লগত চুপতি মাৰিবলৈ?'

'নবৌ। মোক পইচা নালাগে নবৌ। কাকুতি কৰিছো। মোৰে শপত। মাত্ৰ এষাৰ কথা শুনক নবৌ।'

মই অনুমান কৰিলো জুলাৰ হাতৰ মুঠিটো ঢিলা হৈ পৰিছে। জুলাই কি বুজিলে নাজানো। বোধহয় নবৌ শব্দটোৱে তেওঁক দুৰ্বল কৰি পেলালে। তেওঁ মোৰ মুখলৈ চালে। অৰ্থাৎ তেওঁৰ সন্মতিৰ ইংগিত দেখি মই ল'ৰাজনক কিবা সুধিম বুলি ভাবোতেই সিয়েই ক'লে-

'আপোনালোকৰ ঘৰ ক'ত ককাইদেউ?'

'অসমত।'

"সেইটো নবৌৰ এবেগেত ফুল থকা মুগাৰ মেখেলা দেখিয়েই জানিছো ককাইদেউ। মানে আচল ঠাইডোখৰ?"

'মংগলদৈত। এতিয়া আমি গুৱাহাটীত থাকো। কিন্তু তুমি ইয়াত? এনেদৰে?'

'সেইবিলাক বহুত ঘটনা ককাইদেউ। আজি পোন্ধৰ বছৰ আগতে মোক অপহৰণ কৰি আনিছে সিইঁতে।'

এইবুলি সি অতি ক্ষীপ্ৰতাৰে সোঁহাতখনেৰে তাৰ লেতেৰা হাফপেণ্টৰ পকেটৰ পৰা এটা অকণমান নোটবহী উলিয়ালে। লগতে এডাল ম'মৰ টুকুৰা আৰু কাঠ পেঞ্চিলৰ টুকুৰা এটা ওলাই পৰিল। মোলৈ বহীটো আগবঢ়াই দি সি কাতৰ দৃষ্টিৰে চাই ক'লে- 'মোৰ ঘৰ নলবাৰীৰ ওচৰত ককাইদেউ। বিধবা মাৰ বাহিৰে মোৰ কোনো নাই। কেতিয়াবা মা'ৰ হাতত এইটো দিয়াৰ ব্যৱস্থা কৰিব পাৰিবনে ককাইদেউ? মোৰ বাবে বৈ বৈ হয়তো মা ভাগৰি পৰিছে। হয়তো মোৰ আশা এৰি দিছে। কিন্তু মই আজিও জীয়াই আছো ককাইদেউ। এই কথাটো জানিলে মাই বৰ সুখ পাব। সেই আশাৰে মা বহুদিন বাচি থাকিব। মোৰ জন্মৰ পিছতে দেউতাৰ মৃত্যু হৈছিল। সৰুৰে পৰা মই বৰ উৎপতীয়া আছিলো। মাই মোৰ লগত বৰ কষ্ট খাইছিল। মাক মই অলপো সুখ দিব নোৱাৰিলো ককাইদেউ।'

মই কোন মুহূৰ্তত যে দুৰ্বল হৈ পৰিলো ক'ব নোৱাৰিলো। মোৰ অৱস্থাটো ইমানেই তৰল হৈ পৰিছিল যে মই কি কম কি নকম একো ভাবিব নোৱাৰি তাক সুধি পেলালো।

'পুলিচত খবৰ দি তোমাক ঘৰলৈ নিয়াৰ ব্যৱস্থা কৰিব লাগিব নেকি?'

'এইবিলাক কৰি একো লাভ নাই ককাইদেউ। সিহঁতো সিহঁতৰ লগত জড়িত। মোৰ গাত কি কি নাই দেখিছেই। এইবোৰ সকলো আছিল মোৰ। আনকি মোৰ কিড্‌নী এটাও সিহঁতে লৈ গৈছে। মানুহৰ অংগ লাখ লাখ টকাত বিক্ৰি কৰে সিহঁতে। এইবিলাক একো একোটা ইন্টাৰনেচনেল ব্যৱসায় ককাইদেউ।'

যেনিবা 'মা'হঁ খবৰ পালেই। কিন্তু মোক ক'ত পাব? আমাকতো একে ঠাইত নাৰাখে। আজি এলাহাবাদত, কালি দিল্লীত, পৰহিলৈ চণ্ডীগড়ত। সমগ্ৰ ভাৰত দেখিছো ককাইদেউ। কেৱল অসমলৈকে মোক নিয়া নাই। এই যে দীঘল ৰাস্তাটো দেখিছে ইয়াত মোৰ দৰে কমেও বিশজন আছে।'

'সেইবুলি তুমি এনেকৈয়ে থাকিব বিচাৰা নে?'

'এতিয়া মা'ৰ ওচৰলৈ গলে মাৰ গলগ্ৰহহে হ'ম। পোন্ধৰ বছৰ আগৰ নিৰঞ্জনক মাই যেনেদৰে দেখিছিল, আজিও তেনে বুলি ভাবিয়েই সান্ত্বনা লৈ থাকক। মোৰ আজিৰ চেহেৰা দেখি মাই কেতিয়াও সহ্য কৰিব নোৱাৰিব ককাইদেউ। মোৰ এইখন মুখ মা'ক দেখুৱাব নোখোজো। পাঠশালাত পঢ়ি থাকোতে ঠাণ্ডাৰ দিনত মোৰ মুখ ফাটিছিল কাৰণে মায়ে সদায় খাঁটি সৰিয়হৰ তেল মোৰ মুখত ঘঁহি দিছিল। তেলে ইমানকৈ ধৰিছিল মই ক'ব নোৱাৰি দৌৰি পলাইছিলো। সেই কাৰণে মই মাৰো খাইছিলো। মামাহঁতৰ ঘৰলৈ যাওঁতে মায়ে উকা মুগাৰ মেখেলা পিন্ধিছিল। ইমান ধুনীয়া দেখাইছিল মাক।'

অনুমান কৰিলো তাৰ মাতটো সেমেকি উঠিছে আৰু তাৰ দুগালেদি দুধাৰি চকুলো বাগৰি আহিছে। পৰিস্থিতিটো চম্ভালি লৈ মই তাক সুধিলো -

'যদি তোমাৰ মাৰাক মই লগ নাপাওঁ তেতিয়া তোমাৰ বহীটো?'

'আপুনি যি কৰে কৰিব ককাইদেউ। কোনোবাদিনা হলেও আপুনি মোৰ মাক ল'গ পাবই। লগ নাপালে অন্ততঃ আপোনালোক দুজনৰ মাজততো মই জীয়াই থাকিব পাৰিম।'

এইবুলি নিৰঞ্জনে হঠতে মোক সাৱধান কৰি ক'লে - 'যাওঁক ককাইদেউ। তৎক্ষণাত ৰিক্সা এখন লওঁক।' মই হতভম্ব হৈ চালো। নিৰঞ্জনে পুনৰ মোক কলে 'সি আহি আছে ককাইদেউ। সি ইমানপৰে আমাক লক্ষ্য কৰি আছিল। সিয়েই আমাক দিনত পহৰা দিয়ে। এতিয়াই যাওঁক। আপোনালোকৰ লগত কথা কোৱা কাৰণে মোক মাৰিব সি। আপোনালোকৰো বিপদ কৰিব পাৰে।'

এইবুলি নিৰঞ্জনে এটা লুটিবাগৰ মাৰি আমাৰ ফালে পিছ দিলে যেন সি আমাক বৰ বেয়া পাইছে। আমি বুজিলো কিয় সি তেনে ভাব দেখুৱালে। আমি তৎক্ষণাত ৰিক্সা এখনত উঠিলো। দেখিলো এজন দৈত্যকায় মানুহ পেণ্টৰ পকেটত দুয়োখন হাত সুমুৱাই নিৰঞ্জনৰ ফালে আগুৱাই গৈছে।

প্ৰয়াগ হোটেলত ৰাতি ন-মান বজাত ভাত খাই উঠি আমি দুয়োজনে নিৰঞ্জনৰ নোটবহীটো

মেলি লৈছো। কাঠ পেঞ্চিলেৰে লিখা গোট গোট আখৰ। সুন্দৰ হাতৰ আখৰ। তাৰিখটো দেখি বুজিলো, নিৰঞ্জনে লিখিবলৈ লোৱাৰ বেছি দিন হোৱা নাই। বোধহয় ইমানদিনে মাকৰ ওচৰলৈ যাব পাৰিম বুলি আশা পালি আছিল। এতিয়া সেই আশা বাদ দি হাতত কলম তুলি লৈছে।

প্ৰথম পৃষ্ঠাত দুটা ঠিকনা।

নিৰঞ্জন কলিতা।

আহতগুৰি হাইস্কুল।

সপ্তমমান শ্ৰেণী।

নলবাৰী (১৯৭৫)

নিৰঞ্জন কলিতা।

ভাৰত। (১৯৯০)

মা,

তোমাক চাবলৈ বৰ মন গৈছে। বৈ বৈ ক্লান্ত হৈ পৰিছো মা। তোমাক যদি মাত্ৰ এবাৰ লগ পালোহেঁতেন, মাত্ৰ এবাৰ।

কিন্তু মা, তোমাক মই প্ৰায়েই লগ পাওঁ - বজ্ৰপাতৰ গৰ্জনত, ধুমুহাৰ তাণ্ডৱ নৃত্যত, ভূমিকম্পৰ জোকৰণিত, হিমালয়ৰ নিৰ্জনতাত, সমুদ্ৰৰ উত্তাল তৰংগত। কাণে কাণে কৈ যোৱা, বাছা! সময়ত মই তোৰ ওচৰলৈ আহিম। কাতৰ কণ্ঠে মাতিছো মা, ধুই মচি লৈ যোৱা এই কদৰ্য্য।

আজি মাঘ বিহুৰ উৰুকা। আজিৰ দিনটোত সিহঁতে মোক নলবাৰী বজাৰৰ পৰা লৈ আহিছিল। পাৰযোৰ, আলুকিলো, পিয়াজ আধাকিলো, দালি এককিলো, বৰাচাউল দুইকিলো, গুৰ এক কিলো, তিল দুশ গ্ৰাম, নাৰিকল দুটা, দৈৰ টেকেলী এটা, পিঠাগুৰী চালা চালনীখন, সপ্তমমান শ্ৰেণীৰ গণিতখন মোৰ হাতৰ পৰা নি সিহঁতে কি কৰিলে নাজানো। পগলাদিয়াৰ মথাউৰি বন্ধাৰ সময়ত তোমাক নজনাকৈ কেইদিনমান ময়ো কাম কৰি কেইটামান টকা গোটাইছিলো। সেই টকাৰে তোমাৰ বাবে এখন উকা চাদৰ কিনিছিলো। সেইখনো সিহঁতে কি কৰিলে নাজানো।

মা, তুমি জলকীয়া বেছিকৈ নাখাবা। এতিয়াও পঁইতা ভাত খোৱানেকি? এতিয়া তোমাৰ পেটে এইবোৰ সহ্য নকৰে। মোৰ কাৰণে যে এখন এড়ি চাদৰ বৈছিলা সেইখন তুমি ব্যৱহাৰ কৰিবা। ঠাণ্ডা নলগাবা কাৰণ অলপ ঠাণ্ডা লাগিলেই তোমাৰ কাঁহ হয়। মামাইতে দেখোন মৌ পুহিছিল। আধা কিলোমান মামাইতৰ পৰা আনিবা, এনেয়ে নানিবা কিন্তু। মোৰ বৃত্তিৰ টকা দুবছৰৰ কাৰণে পাবলগীয়া আছিল নহয়? নাই অনা যদি আনিবা আৰু তাৰেপৰাই মামাইতক দিবা। বৃহস্পতিবাৰে তুমি এতিয়াও লঘোনে থাকা নেকি? এতিয়া লঘোনে নাথাকিবা। মই এনেয়ে ভালে কুশলে আছো। আহিয়া ধান যিখিনি পোৱা মিলত বানি আনিবা। ঢেঁকী দিলে তোমাৰ আঠুৰ বিষটো বেছি হ'ব পাৰে। ছাগলী দুজনী আছে নে নাই? সদায় অলপ ছাগলীৰ গাখীৰ খাবা।

ইয়াত আমি দিনত দুবাৰকৈ খাবলৈ পাওঁ। এবাৰত এখন শুকান ৰুটি আৰু অলপমান বাহী তৰকাৰী। কাকো দেখা সাক্ষাত কৰিবলৈ নিদিয়ে। এদিনাখন তেনে কৰোতে দেখা কৰোতাজনক

গুলী কৰিলে। এটা সৰু কোঠালিত আমাক পাণ জাপি থোৱাৰ দৰে জাপি থয়।

দিনটোত আমি যিখিনি পাওঁ আটাইখিনি সিহঁতে আমাৰ পৰা লৈ যায়। শুনি তুমি আচৰিত হ'বা আমাৰ কিন্তু কোনো বেমাৰ নহয়। আজি পোন্ধৰ বছৰৰ ভিতৰত মোৰ এবাৰহে পানী লগা কাঁহ হৈছিল। আচলতে আমাক কোনো বেমাৰে বলে নোৱাৰে। মই এতিয়া চফল ডেকা হৈছো। দুখ নকৰিবা। মই সুখে সন্তোষে আছো।

এলহাবাদ (১৪/৪/৯০)

মা,

বহাগ বিহুৰ বিহুৱান বৈ তুমি কষ্ট কৰিব নিৰঞ্জনে বোধহয় লিখাৰ সুবিধা নাপালে। সেয়ে বাক্যটো সম্পূৰ্ণ নহ'ল। বহুত সময় নিস্তব্ধ হৈ থাকি মই ভাবিলো।

এই লেখাতো সাধাৰণ লেখা নহয়। জুলাক মাতিলো

'জুলা, কি ভাবিছা?'

জুলাৰ পৰা কোনো সহাঁৰি নাপাই জুলাৰ মুখলৈ চালো। দেখিলো জুলাৰ চকুৰ পৰা সৰ্‌সৰ্‌কৈ চকুপানী নামি আহিছে।

নিৰঞ্জনৰ মাকৰ নামটো নাজানো কাৰণে গাওঁবুঢ়াৰ ঘৰলৈ গ'লো। গাওঁবুঢ়াই বহিবলৈ মোলৈ চকি এখন আগবঢ়াই দি হোকাটোত দুটামান টান মাৰি সুধিলে।

'কি কাৰণে, ক'ৰ পাই বা আহিল বাপা?'

গাওঁবুঢ়াই হোকাটো বাহঁৰ বেৰৰ কামি এটাত ওলোমাই থৈ তামোলৰ বটাটো আগবঢ়ালে। কোনো পাতনি নকৰি মই পোনে পোনে ক'লো -

'আজি পোন্ধৰ বছৰমান আগতে আপোনালোকৰ গাঁৱৰ পৰা নিৰঞ্জন বুলি ল'ৰা এজন নিৰুদ্দেশ হৈছিল নহয়?'

'হয় বাপা, তাৰ কথাইতো পাতি আছলু আমি। ইমান ভাল ল'ৰা আটা যে গাওঁৰপৰাই নহা হবো ভাবৃবই নৰি বাপা । কাৰ পানী খাবা খালোত বিহ দিলাক সি, এংকে যে লৈ যাবা লাগে। কিবা শুংসূত্ৰ পাইছা নেকি তাৰ?'

'তাক লগ পাইছিলো। সি এটা বস্তু দি পঠিয়াইছে মাকলৈকে। তাকে দিবলৈ আহিলো।'

'তাৰ মানে সি বাচি আছে? ইমান দিনে সি খবৰ আটাটো দিবা পাৰে। সি নাহে নেকি বাপা?'

'সি বহুত দূৰত থাকে। আহিব কেতিয়াবা।'

'কিন্তু বাপা তাৰেই দুৰ্কপাল। তাৰ মাক আজি বৰেৰ পুৰাই মৰিল। তাৰ কথা ভাবি ভাবিয়েই তাই মৰিল বাপা। মানুহগিলা এতিয়াও চচানৰ পৰা আহা নাই। উপায় নাপাই আমি বেলেগোৰ দ্বাৰাই মুখাগ্নি কইলু।'

'তেনেহ'লে এইখন আপুনিয়েই ৰাখক। আপোনালোকে পঢ়ি চাব পাৰিব। কোনোবা সম্পৰ্কীয় থাকিলে তেওঁলোকেও পঢ়ি চাব পাৰিব।'

'বাপা। তুমাক চিনি নাপালু নহয়।'

'মই গুৱাহাটীত চাকৰি কৰো। নিৰঞ্জনক এলাহাবাদত লগ পাইছিলো।'

'নিৰঞ্জনে কি কৰে বাপা ? তাৰ ঠিকনাটো পালি তাৰ মাকৰ কাজুকলেগি মাত্‌বা পাৰ্‌লু হয়।'

'এই বহীটোতে তাৰ ঠিকনাটো আছে।'

নিৰঞ্জনৰ বহীটো গাওঁবুঢাক গতাই দি ওলাই আহিলো। বাটত ভৰি দিয়েই নিৰঞ্জনৰ সাৱধান বাণীটো মোৰ মনত পৰিল - 'অ' ককাইদেউ, কেতিয়াবা যদি মাক লগ পায় মোৰ শৰীৰৰ অবস্থাৰ কথা কেতিয়াও নকব। মোৰে শপত।' ✶ ✶

# ব্লাউজ পিচ

আবেলি অফিচৰ পৰা আহি চাহকাপ হাতত লৈ চকীখনত বহাৰ লগে লগে শ্ৰীমতী আহি মোৰ কাষত বহিল। সাধাৰণতে কোনো ওজৰ আপত্তি থাকিলেহে শ্ৰীমতীয়ে এনেদৰে মোৰ ওচৰত বহে। মই সজাগ হলো। ঠিকতো নাই। কোনো অস্বস্তিকৰ কথা উত্থাপিত কৰিলে হয়তো মোৰ খং উঠিব পাৰে, কাৰণ এনে সময়ত সাধাৰণতে মই জিৰণি ল'ব বিচাৰো। শ্ৰীমতীয়ে পোনে পোনে আক্ষেপ কৰি ক'লে—"মই ভাবিছিলো আজি ৰাতিপুৱা হ'লেও আমাক মাতিব। কিন্তু মানুহজন ইমান অশলাগী। ময়েই বেচেৰীক সকলো ঠিকঠাক কৰি দিলো। অথচ "

ঃ হেৰা। তুমি কাৰ কথা কৈছা স্পষ্টকৈ নোকোৱা কিয়?

ঃ মালবিকাৰ দেউতাক। ইমান ডাঙৰ লাখপতিটো ওলাইছে। সিহঁতৰ ডাঙৰ সিহঁতৰ, আমাৰ ডাঙৰ আমাৰ। কিবা খুজিবলৈ গৈছো নেকি?

কথাটো তেতিয়াহে মনত পৰিল। মোৰো বেয়া নলগা নহয়। বেৰখনৰ সিপাৰে তেওঁলোকৰ ঘৰ। শ্ৰীমতীয়ে খুব আশা কৰিছিল মাতিব বুলি। আশাভংগৰ খণ্ডত শ্ৰীমতী যাবলৈ উঠোতে মই ক'লো-- হেৰা। ষ্টেটাচৰ কাৰণে মানুহ মৰিব পাৰে। তেওঁ এটা বৃহৎ কোম্পানীৰ বিগ্ বচ্ আৰু মই চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী। গতিকে

ঃ থক থক আপোনাৰ যুক্তি। সাংসাৰিক জ্ঞান যদি কিবা থাকিল হয় মানুহজনৰ।

শ্ৰীমতীয়ে পুনৰ বিতৃষ্ণাৰে ক'লে— আজি পাঁচ বছৰ আগতে মালবিকাৰ দেউতাকে আমাৰ পৰা কি বিচাৰিছিল মনত আছে? আমি যে নিদিলো। সেইটোহে আচল কাৰণ। চহৰৰ মাটি একফুট হ'লেও কাৰোবাক দিব পাৰি নেকি? দানত পোৱা মাটি বুলি ভাবিছে। মাটি কিনা ধাৰ এতিয়াও শেষ কৰিব পৰা নাই।

ঃ হেৰা। ইয়াতো ষ্টেটাচ নিহিত হৈ আছে। আমাৰ চোতালত কোনোদিনে ভৰি দি নোপোৱা মানুহ এজনে মোক অনুৰোধ কৰিবলৈ আমাৰ ঘৰলৈ অহাটো কম কথা নহয় বুজিছা। তেওঁ ভাবিছিল অজস্ৰ টকাৰে যি কোনো কাম কৰিব পাৰি। কিন্তু টকাৰ লোভে মোক যে টলাব নোৱাৰিলে তাতেই তেওঁৰ ষ্টেটাচত লাগিল।

ঃ তেওঁ নাহিলেও মালবিকাক আমাৰ চোতালত ভৰি নিদিয়াকৈ বান্ধি ৰাখিব পাৰিব নেকি?

শ্ৰীমতীয়ে যি বিশ্বাসত কথাষাৰ কৈছে তাত যথেষ্ট সবলতা আছে কাৰণ মালবিকাক তাইৰ দেউতাক অফিচলৈ গ'লে বা দেউতাক নাথাকিলে সদায় এবাৰ হলেও আমাৰ ঘৰলৈ আহে। দেউতাক থকাত তাই অৱশ্যে কোনোদিন অহা নাই। শ্ৰীমতীক জেঠীমা বুলি মাতে। বেচেৰীয়ে মাকক মা বুলি মতা বোধহয় তাইৰ মনত নপৰে। তাইৰ বয়স যেতিয়া দুই নে তিনি তেনেতে তাইৰ ভনীয়েকৰ জন্মৰ এমাহ পিচতে মাক মৰি থাকে। মাকজনী আছিল গাঁৱৰ ছোৱালী। বোধহয় গাঁৱৰ কোনো এখন

কলেজৰ পৰা গ্ৰেজুৱেচন লৈছিল। মানুহজনী ইমান অমায়িক, ভদ্ৰ আৰু শান্ত আছিল দেখিলেই ভক্তি আহিছিল। তেওঁলোকৰ মস্ত দুতলা বিল্ডিঙৰ তলৰ তলাৰ দুৱাৰেদি যেতিয়া তেওঁ মালবিকাক হাতত ধৰি ওলাই আহিছিল, শ্ৰীমতীক বাইদেউ বাইদেউ বুলি মাতিছিল, মোৰ ধাৰণা হৈছিল যেন পৃথিৱীৰ সমস্ত ৰূপ লাৱণ্য তেওঁৰ অন্তৰাত্মাত নিহিত হৈ আছে , পুনৰ যেতিয়া মালবিকাক হাতত ধৰি সেইখন দুৱাৰেদিয়েই গুৰু গম্ভীৰ খোজেৰে ভিতৰলৈ সোমাই গৈছিল তেতিয়া মোৰ ধাৰণা হৈছিল সেইফালেদি যেন মাতৃ মেৰীয়ে যিশুক হাতত ধৰি বহুদূৰলৈ গৈ আছে। মানুহজনীৰ হিচাপি কথন, গমন আৰু মাৰ্জিত ৰুচিবোধে মোৰ হৃদয় তন্ত্ৰীত এক দুৰু দুৰু আলোড়ন সৃষ্টি কৰিছিল। মানুহজনীৰ সাগৰসম গভীৰতা আৰু উদাৰতাৰ মাজত মই ককবকাই ফুৰিছিলো আৰু এক অসহ্য যন্ত্ৰণাত মই ছটফটাই আছিলো।

মানুহজনীৰ মৃত্যুত মই মৰ্মাহত হৈছিলো । আনহাতে মই এক ভীষণ বিপদৰ পৰা ৰক্ষা পৰিছিলো। ভালৰো এটা সীমা থকা প্ৰয়োজন। নহলে কিয় জানো সীমা পাৰ হৈ গ'লেই মই উত্তেজনাত ভোগো । মোৰ দৰে হয়তো আৰু বহুতো ওলাব যিসকলে এনে উত্তেজনাত ভুগিছে।

ঠিক মাকৰ অবিকল চৰিত্ৰ আছে মালবিকাৰ গাত।

কি কাৰণত মালবিকাৰ দেউতাকে দ্বিতীয় বিবাহ নকৰালে নাজানো। জন্মতে মাউৰা হোৱা ছোৱালীজনীক গাঁৱৰ আইতাকে তুলি তালি ডাঙৰ কৰি আজি দুবছৰমান আগতেহে দেউতাকক গতাই দিছে।

দেউতাকে দুয়োজনীকে গাড়ীত লৈ কোনো এখন ইংলিছ স্কুললৈ লৈ যায় আৰু লৈ আহে।

স্কুলৰ গৰমৰ বন্ধ এতিয়াও খোলা নাই। সিদিনা কোনো কাৰণত মোৰ অফিচলৈ যোৱাত দেৰী হৈছে। হাতত এখন উপন্যাস লৈ অফিচলৈ যাম বুলি ওলাইছো। এনেতে মালবিকাৰ ভনীয়েকে গেটটো খুলি আমাৰ ঘৰলৈ লৰমৰকৈ সোমাই আহি শ্ৰীমতীক মাতিলে- জেঠীমা জেঠীমা।

ঃ কি বিজু ? কি হৈছে?

ঃ বাইদেউৰ কিবা হৈছে। আপোনাক মাতিছে।

ঃ কিয় তোমালোকৰ কামকৰা ছোৱালীজনী নাই নেকি?

ঃ তায়েইতো আপোনাক মাতিবলৈ পঠিয়াইছে। আহক জেঠীমা। মোৰ বৰ ভয় লাগিছে।

এই বুলি তাই শ্ৰীমতীৰ হাতত ধৰি টানিলে। কিবা নিশ্চয় ডাঙৰ বিপদ হৈছে বুলি অনুমান কৰি তেওঁক ক'লো -

ঃ কি ভাবি আছা? নোযোৱা কেলেই?

ঃ হ'ব হ'ব। ইমান ভয় কৰিবলগীয়া কথা নহয়।

শ্ৰীমতীৰ এনে প্ৰত্যয়ত মোৰ পেটে পেটে খং উঠিল। শ্ৰীমতীয়ে মিচিকিয়া হাঁহি মাৰি ওলাই গ'ল।

অফিচৰ পৰা আহি শ্ৰীমতীৰ মুখত শুনিলো মালবিকা হোনো শান্তি হৈছে। দিনৰ দিনটো কি কৰিব লাগে, কি কৰিব নালাগে, কি খাব লাগে, কি খাব নালাগে, এইবোৰ সকলো ঠিকঠাক কৰি মই

অহাৰ আগে আগেহে ঘৰ সোমাইছে। শ্ৰীমতীয়ে মোক ক'লে- মই কৰিব পৰা খিনি কৰিলো। বাকীখিনি দেউতাকে যি কৰে কৰিব। তাতে আমাৰ উপস্থিতি দেউতাকে ভাল নাপায়।তেওঁলোকৰ আত্মীয় মানুহ এজনী ইয়াতে থাকে, তেওঁক খবৰ দিয়াইছো।

ঃ এতিয়া আৰু তুমি সিমুখ নহবা বুজিছা। মানুহজন যিহে কিবা বেয়াকৈ ক'লে তোমাৰ নাকটো ক'ত থাকিব? এতিযা তেওঁ নিজে চম্ভালিব পাৰিব।

ঃ কিন্তু এজনী মানুহ ৰাতি নাথাকিলে বেচেৰীক ইটো সিটো কোনো দিব? মাক থকা হ'লে ।

ঃ হেৰা। তুমিহে ইমানকৈ ভাবিছা। দেউতাকক ভাবিবলৈ দিয়াচোন।

ঃ বেচেৰীৰ মুখখনলৈ চালে বৰ বেয়া লাগে দেখোন।

শ্ৰীমতীৰ বেয়া লাগিবৰে কথা।

এদিনাখনৰ ঘটনা এটা মোৰ মনত আছে। মালবিকাই হাতত এটা বস্তু লৈ শ্ৰীমতীৰ ওচৰলৈ গৈ ক'লে-- জেঠীমা, আপোনালৈ বস্তু এটা আনিছো।

ঃ দিয়া আকৌ।

ঃ ওহো এটা কণ্ডিচনতহে দিব পাৰিম। আগতে কওঁক দিব নে নিদিয়ে?

ঃ কি লাগে ক'লেহে।

ঃ নকলেও আপুনি বুজি পাইছে। খাবলৈ বৰ মন গৈছে।

ঃ অ' তাৰমানে তিলবটা।

ঃ আপুনি বৰ বুধিয়ক জেঠীমা। এতিয়া লওঁক আপোনাৰ বস্তু।

শ্ৰীমতীয়ে হাতত বস্তুটো লৈয়েই ক'লে -

ঃ বাপ্‌ৰে। ইমান ঠাণ্ডা ? কি বস্তু?

ঃ বৰফ। গৰমৰ দিন। খাই চাওঁক জেঠীমা কি মিঠা লাগে।

ঃ বজাৰৰ এইবোৰ বস্তু নাখাবা। ক'ৰ নৰ্দমাৰ পানীৰে বনোবা এইবোৰ।

ঃ নহয় জেঠীমা। আমাৰ ফ্ৰিজত মই বনাইছো।

মই বুজিছো তাৰমানে মালবিকাইতে আমাৰ এওঁৰ পৰা তিলবটা নি তাৰে ভাত খায়। বোধহয় মাছ-মাংসই আমুৱালে তাকে কৰে। কেঁচা তিলবটা অৱশ্যে ময়ো ভাল পাওঁ।
কেৱল নহৰু আৰু জলকীয়া বেছি হ'লে বেছি সোৱাদ পাওঁ।

এইকেইদিন দেউতাক ঘৰতে থকাত শ্ৰীমতী বৰ অশান্তিত আছে। অন্ততঃ এবাৰ মালবিকাক মাত দিব পাৰিলেও তেওঁ শান্তি পালেহেঁতেন। মই লক্ষ্য কৰিছো তেওঁ উচপিচাই আছে।

মানুহজনে নিশ্চয় জানে যে শ্ৰীমতীয়ে প্ৰথমদিনা মালবিকাৰ যতন লৈছিল। গতিকে ময়ো আশা কৰিছিলো শ্ৰীমতীক তেওঁ মতাই নিব। বোধহয় তেওঁ সেইটো প্ৰয়োজন বুলি নাভাবিলে।

খালি কাপটো টেবুলত থৈ মালবিকাৰ কাজলৈ আমাক কিয় নামাতিলে সেইটো পুনৰ বিশ্লেষণ কৰিবলৈ লওঁতে মোৰ অন্য এটা ঘটনা মনত পৰিল।

মই তেতিয়া বোধহয় গাঁৱৰ স্কুলৰ পঞ্চম মান শ্ৰেণীত পঢ়ি আছিলো। আমাৰ দিনত এম ই

শাখাত চতুৰ্থ শ্ৰেণী অন্তৰ্ভূক্ত আছিল। চতুৰ্থ শ্ৰেণীত ভৰ্ত্তি হোৱাৰ কেইদিনমান পিছতে মোৰ মাৰ মৃত্যু হৈছিল। দেউতাই আৰু বিয়া নকৰালে। এজনী বাইদেউ, দেউতা আৰু মই। মা মৰাৰ পিছত বাইদেৱে আমাৰ ৰক্ষাবঢা কৰি সকলো কাম কৰিছিল। মা থাকোতে মোৰ পঢাশুনাৰ প্ৰতি মায়ে চকু ৰাখিছিল। মা যেতিয়া মৰিল মোৰ পঢা চিলিঙত উঠিল। ফলত মই মেট্ৰিকটোকে পাছ কৰিব নোৱাৰিলো। অৱশ্যে তাৰবাবে মই এতিয়া আপোচোচও নকৰো ।

দেউতাহঁতৰ দুই ভাই ককাই। দেউতা ডাঙৰ। গাঁৱত আমি খুড়াক চানাপিতা বুলি মাতো।

মোৰ বয়স দুবছৰমান হওঁতে হেনো দুই ভাই ককাই বেলেগ হৈছিল। বেলেগ হওঁতে হেনো খৈয়া নখৈয়া ৰণ। তেতিয়াৰ পৰাই দুয়োঘৰৰ মাজত মাতবোল নাছিল। মই যেতিয়া বুজা হৈছিলো তেতিয়া মই অনুমান কৰিছিলো কাজিয়াখন মূলতঃ মা আৰু চানামাৰ কাৰণে বেছি গহীন হৈ পৰিছিল।

এদিনাখন আমাৰ চুবুৰীৰ কাৰোবাৰ ঘৰৰ কাজত খাহীৰ ভোজ দিছিল। আমাৰ বয়সৰ ল'ৰাবোৰে এই খাহীৰ ভোহ (ভুৰি) ভালকৈ ধুই মেলি মাটিৰ কলহৰ কাণত আমি খঞ্জৰী বনাইছিলো। সাধাৰণতে এটা ভোহ পাঁচ ছয়জন মানেহে ভাগ কৰিব পাৰে। এই ভোহ খুব পাতল কাৰণে মই মোৰ খঞ্জৰীটো খুব সাবধানে ৰাখিছিলো।

দুদিনমান পিছত খঞ্জৰীটো লৈ মই বাহিৰলৈ ওলাই যাওঁতে চানাপিতাৰ ডাঙৰ ল'ৰা অৰ্থাৎ ককাইদেউৱে মোৰ খঞ্জৰীটো মাৰি এডালেৰে মাৰি দিয়াত ফাটি গ'ল আৰু মই কান্দি কান্দি 'মা'ক কোবাত মাই ককাইদেউক দুগালত দুটা চৰ মাৰিলে।

তাৰ পিচত দুয়োঘৰৰ মাজত যি কাজিয়া আৰম্ভ হ'ল তাক থমাবলৈ কোনেও সাহস নকৰিলে।

মোৰ এতিয়াও মনত আছে দেউতাই চানামাক দিয়া গালি আৰু চানমাৰ নাচোন। দেউতাৰ হাতত তেতিয়াও কাঁচিপন আছিল। বোধহয় গৰুৰ বাবে ঘাঁহ কাটি আহিছিল। কাঁচিখন হাতত লৈ দেউতাই চিঞৰিছিল - অই নটী! চিনি পাওঁনা নাই অমুকক। তই আহিয়েই ঘৰখন শেষ কৰ্‌লি। ইথানো শখ্ পলাবা নাই। মোৰ তিৰি হওয়া হলি মাংসো কাটি কাটি নিমখ সুমেই দিলো হয়।

লগে লগে চানামাই দাইনা পালিয়ে নচাৰ দৰে নাচি নাচি হাত দুখনেৰে দুই কৰঙত চপৰিযাই নাচিবলৈ ধৰিলে। হঠাৎ মা ক'ৰ পৰা আহিল কব নোৱৰো। মায়ো এই একে ভংগীমাৰে চানামাক গালি দিওঁতে কলে -

এই ——— (অশ্লীল)। অই চুৰুণী। সেহটোৰ হাঁহটো চোৰকে মাৰি খাই বৰ সতীটো দেখেছেহ্। বেটী মই সেহ্‌টোক নাই কওয়া বুলি ভাবছেহ্। তাৰপিচত চানামা আৰু মাৰ মুখত তেওঁলোকৰ সকলো কৃতকৰ্মৰ মহাভাৰত ওলাল। আজি মোৰ মনত নাই। কিন্তু সেই কাজিয়াখন মই আজিও পাহৰিব পৰা নাই। আচলতে কাজিয়াৰ কাৰণ খঞ্জৰীটো নাছিল। পুৰণা ঘা নতুন মুৰাহে হৈছিল। এইটো এটা উপলক্ষ্যহে আছিল।

মা মৰাৰ পিচত যদিও দুয়োঘৰৰ মাজত কাজিয়া হোৱা নাছিল আহ-যাহ মাতবোল কিন্তু সম্পূৰ্ণ বন্ধ আছিল।

আমাৰ তিনিটা বাহৰ ঘৰ আছিল। থকা ঘৰ, ৰান্ধনি ঘৰ আৰু গোহালিঘৰটোৰ লগতে ভঁৰালটো।

। থকাঘৰটোৰ দীঘে দীঘে চানাপিতাইঁতৰ থকাঘৰ। দুয়োটা ঘৰৰ মাজত মাত্ৰ তিনিফুটমান ঠাই। অৰ্থাৎ দোঘোৰাটো বৰ ঠেক।

দহমান বজাত মোৰ ভোক লগাত সচৰাচৰ বিচৰাৰ দৰে মই বাইদেউক বিচাৰিলো। ইফালে সিফালে ক'তো নেদেখি চাঙৰ ওপৰত থকা আঠিয়া কলৰ ঠোকটোৰ পৰা দুটা কল চিঙি আনি লুকাই লুকাই খাবলৈ ধৰোতে হঠাৎ বেৰৰ জলঙাৰে দেখিলো বাইদেউক। দোঘোৰাটোত থিয় দি আছে। ধৰা পৰাৰ ভয়ত মই কলটো লৈ চোতাল পাৰ হৈ দৌৰ মাৰিলো জানৰ পাৰলৈ। তাত আমি সদায় গা ধোঁও। বাৰিষা কাল। দলঙৰ ওপৰৰ পৰা জপিয়াই জপিয়াই আমি গা ধুলো।

এনেদৰে কিমান সময় গা ধুলো কব নোৱাৰো । মোৰ দুৰ্ভাগ্য নেকি? দেখিলো সিফালৰ পৰা দেউতাই নাঙল কান্ধত লৈ গৰু হালৰ পিছে পিছে আহি আছে। মোৰ কলিজা কুচি গ'ল। দিলো ঘৰলৈ দৌৰ ।

ইতিমধ্যে দেউতাই চোতালত ভৰি দিয়েই চিঞৰিলে- মাই ! মই গা ধুই আহিছো। ভাত দে। ৰোৱনীক কঠীয়া লাগিব। সোনকালে যাব লাগে।

দেউতাই মুখেৰে আৰু কিবাকিবি ভোৰভোৰালে। মই হলে ভয়ত একো নুশুনিলো। হঠাৎ মোক দেউতাই দেখি ঘোপাকৈ চাই ক'লে--

ঃ অই মান্নাত যাওৱা। কি কৰি আছাহ। জানত জাপেৰা গেছলি। লাগ পাওয়া হলি তোক

ভয়তে মই দেওনাবেৰাৰ কাষত কুচিমুচি থিয় দি থাকিলো । দেউতাই বাইদেউক ৰান্ধনি ঘৰত নেদেখি মোক ধমকি দি সুধিলে--

ঃ অই মান্নাত যাওয়া বাইৰে ক'ত গেছি?

ঃ ময়ো বিছেৰি আছো। আগবেলা দোঘোৰাত থিয় হৈ থকা দেখছুলু। তাৰ পিছত কবা নৰো ক'ত গেল।

দেউতা হঠাৎ অন্যমনস্ক হৈ চোতাললৈ নামি অহা চেহেৰাটো মোৰ আজিও মনত আছে।

মুৰত দীঘল কৈ ওৰণি লৈ ক'ৰপৰা চানামাই আহিল ক'ব নোৱাৰো । চানামাই তৃতীয় পুৰুষক কোৱাদি ক'লে - তাই আমাৰ ঘৰোত আছে। জিন্তু । দেউতেৰেক কউচোন আমাৰ তাতে ভাত খাওয়াৰ কথা । তয়ো আহ। এইবুলি চানামায়ে মোক হাতত ধৰি টানি লৈ গ'ল। তেতিয়া কথাবিলাক ভালকৈ বুজা নাছিলো। গৈ থাকি দেখিলো আমাৰ দুয়োঘৰৰ মাজত থকা বেৰাখন নাই। মই উভতি চাই দেখিলো দেউতাই ভিজা গামোচাৰে গাটো মচি মচি আমাৰ পিচে পিচে আহি আছে।

পিচতহে জানিলো বাইদেউ হেনো ডাঙৰ হৈছে। বাইদেউৰ কাজ কৰ্ম নোযোৱালৈকে দেউতা আৰু মই চানামাইহঁতৰ ঘৰতে ভাত খালো।

বাইদেউ দোঘোৰাত থিয় হৈ থকা দৃশ্যটো মই পিচতহে উপলব্ধি কৰিছিলো। তাই জীৱনৰ প্ৰথম অভিজ্ঞতা লাভৰ সময়ত মাৰ অভাৱ কেনেদৰে উপলব্ধি কৰিছিল।

ঃ কি ভাবি আছে? শ্ৰীমতীৰ প্ৰশ্নত মোৰ চিন্তাত যতি পৰিল।

ঃ নাই একো ভবা নাই।

ঃ এনেদৰে বহি আছে কিয় ? আকৌ কিতাপৰ পোক সোমাল বোধহয় ? উঠক উঠক বজাৰ কৰিবলগীয়া আছে। পঢ়াশুনাত যদিও বৰ বেছি দূৰলৈ যাব নোৱাৰিলো তথাপিটো গল্প উপন্যাস পঢ়ি ভাল পাওঁ। শ্ৰীমতীয়ে মোৰ এই দুৰ্বলতাৰ সুযোগ লৈ মাজে মাজে খোচ্ মাৰে।

পিচদিনা চতুৰ্থ শনিবাৰ । আমাৰ অফিচ বন্ধ। ইতিমধ্যে মালবিকাৰ দেউতাক গাড়ী লৈ অফিচলৈ গৈছে।

দুৱাৰমুখত দেখিলো মালবিকাক। হাতত মস্ত এটা খৰাহী । ঢাকনি দিয়া। শ্ৰীমতীলৈ খৰাহীটো আগবঢ়াই দি তাই ক'লে-

ঃ জেঠীমা। যোৱাকালি ইমান ওলাই ওলাই চাইছিলো আপুনি যাব বুলি। আপোনালোকৰ কাৰণে মই নিজেই ৰাখি থৈছিলো। বুজিছো দেউতাই নমতা কাৰণে আপুনি নগ'ল। মোক যদি মৰম কৰে তেনেহ'লে বস্তুখিনি

শ্ৰীমতীয়ে কি কওঁ কি নকওঁ কৰি থাকি শেষত ক'লে - তুমি আজি ইমান বিজ্ঞৰ দৰে কথা কৈছা। কোনে ক'লে আমি নাৰাখিম বুলি। দিয়া। এইবুলি শ্ৰীমতীয়ে খৰাহীটো হাত পাতি লওঁতেই মালবিকাই থোকাথুকি মাতেৰে ক'লে - মই আপোনাক মা বুলি ভাবি আহিছো। কিন্তু আপুনিয়েই মোৰ কাজত যাব নোৱাৰিলে। এইবুলি মালবিকা ফেঁকুৰি উঠিল। শ্ৰীমতীয়ে মালবিকাক ভিতৰলৈ মাতি নি পিঠিত হাত বুলাই ক'লে -

ঃ তোমাৰ কাৰণেঁ মই বস্তু এটা কিনি থৈছো নহয়। লোৱা। শ্ৰীমতীয়ে ব্লাউজৰ পিচ্ এটা মালবিকাৰ হাতত তুলি দিলে। মালবিকাৰ মুখখনত হাঁহিৰ ৰেখা ফুটি উঠিল যেন মহামূল্যবান বস্তু এটা তাই পাইছে।

আচলতে তেওঁলোকৰ কাপোৰৰ তুলনাত ব্লাউজ পিচ্‌টো একবাৰে নিম্ন মানৰ। পইচা নাছিলেই। সেইদিনা ছয়মাহৰ পৰা জমা লাগি থকা বাতৰি কাগজখিনি বিক্ৰি কৰিহে কাপোৰ খিনি কিনি আনিছো। তাই তৎক্ষণাৎ চুটিকৈ কটা চুলিকোচা জোকাৰি জোকাৰি ঘৰলৈ দৌৰ দিলে যদিও মাজবাটৰ পৰা উভতি আহি চিন্তিত হৈ পুনৰ ক'লে -

ঃ জেঠীমা ?

ঃ কি হ'ল মালবিকা ?

ঃ ব্লাউজ পিচ্‌টো দেউতাই দেখিলে মোক মাৰিব। তেতিয়া আমি দুয়ো দুয়োৰে মুখলৈ চালো। শ্ৰীমতীয়ে কিবা বোধহয় ক'ব খুজিছিল; কিন্তু তাৰ আগতে মালবিকাই ক'লে-

ঃ হ'ব জেঠীমা। গাঁৱৰ আইতাই দিয়া বুলি কম। আইতা আমাৰ ঘৰতে আছে।

এইবুলি মালবিকাই বুকুৰ মাজত ব্লাউজ পিচ্‌টো সাবটি লৈ পখিলাৰ দৰে উৰা মৰা দি গুচি গ'ল। **

# স্থিতি - জড়তা

চিঠিখন হাতত লৈ ভাবিছো- কাৰ হ'ব পাৰে এই হাতৰ আখৰ। ওহো। ভাবি উলিয়াব নোৱাৰিলো। খুলি লৈ দেখিলো- এখন আদ্য শ্ৰাদ্ধৰ চিঠি আৰু লগত এখন ব্যক্তিগত চিঠি। তৎক্ষণাৎ চিঠিখন পঢ়ি চালো। খুব বেয়া লাগিল। সিদিনা মাত্ৰ সিহঁতক লগ পাই আহিছিলো তেজপুৰ চাৰ্কিট হাউচত। আজি এমাহ মান হৈছে নে নাই।

আজি এমাহমান আগতে মই গৈছিলো তেজপুৰলৈ। অফিচৰ কামত। মে' মাহ। অসম্ভৱ গৰম। চাৰ্কিট হাউচৰ বাৰাণ্ডাত টহল দিছো। বাৰাণ্ডাৰ লাইটটোৰ তলেদি লনখনলৈ নামিবলৈ ধৰোতেই পাছফালৰ পৰা কোনোবাই মতা শুনিলো। হয়। এজনী মাইকী মানুহ আৰু তেওঁৰ লগত এজনী পোন্ধৰ-যোল্ল বছৰীয়া লহপহীয়াকৈ লাহি গাভৰু। মানুহজনীয়ে মাত লগালে-

ঃ চাৰ। চিনি পাইছেনে?

লাইটৰ পোহৰত মানুহজনীক নিৰীক্ষণ কৰিলো। চিনি নাপালো। মই হতভম্ব হৈ ক'লো-

ঃ আপুনি বোধহয় ভুল কৰিছে।

ঃ আপুনি ডেকা চাৰ নহয় জানো? আপুনি পাহৰিলেও আমি নাপাহৰো চাৰ। কোঁৱৰ চাৰ আৰু আপুনি যে ইয়াৰে বুনিয়াদি প্ৰশিক্ষণ কেন্দ্ৰত শিক্ষক প্ৰশিক্ষণ দিবলৈ আহিছিল? মনত পৰিছেনে?

তাৰমানে তুমি মাকনি বৰা? ক'ত মনত থাকিব ইমান দিনৰ কথা। বোধহয় ১৯৭৫ চনত আহিছিলো। তাতে তোমাৰ চেহেৰাৰো বদলি হৈছে। এইজনী তোমাৰ———?

ঃ হয় চাৰ। এইজনী মোৰ ছোৱালী। চাৰক নমস্কাৰ দে নিক।

ঃ হ'ব হ'ব। কি পঢ়ি আছা তুমি?

ঃ এইবাৰ চাৰ হায়াৰ চেকেণ্ডাৰীৰ ফাৰ্ষ্ট ইয়েৰত।

ঃ চায়েন্স নে আৰ্টচ?

ঃ আৰ্টচ।

ঃ বৰ ভাল হৈছে। তোমালোক মাকনি কি কাৰণত চাৰ্কিট হাউচত?

ঃ আহক চাৰ আমাৰ কোঠালৈ। তাতে কথা হ'ম।

মাকনিৰ পিছে পিছে মই আগবাঢ়ি গ'লো।

ঃ হেৰি নহয় মাকনি- তোমালোক অকলে আহিছা নেকি? মানে লগত কোনো——

প্ৰশ্নটো কৰিম কৰিম বুলি মই ইমানপৰে কৰা নাছিলো; কাৰণ মোৰ সন্দেহ হৈছিল মাকনিয়ে কপালত ফোট লোৱা নাই কিয়। কিন্তু মোৰ সন্দেহ নিকদন কৰি মাকনিয়ে চপলভাবে উত্তৰ দিলে-

ঃ তেওঁ মটৰ ষ্টেচনলৈ টিকেট এডভান্চ কৰাৰ কাৰণে গৈছে চাৰ। আমি কাইলৈ যাম বাতিপুৱাতে। যাচোন নিক চাহ একাপ কৰ।

**ঃ যাম মানে ক'লৈ যাবা?**

**ঃ কাজিৰঙালৈ যাম চাৰ।**

**ঃ কি নিৰু? তোমালোকৰ ঘৰ কাজিৰঙাতে নেকি? বৰ ভাল ঠাইত মাটি-বাৰি কৰিছে তোমাৰ দেউতাই।**

**ঃ নহয় চাৰ?**

নিৰুৱে এইবুলি মিচিককৈ হাঁহি মাৰি ক'লে-

ঃ আমাৰ ঘৰ চাৰ ইয়াৰ পৰা বেছি দূৰত নহয়। পঞ্চাশ কিলোমিটাৰমান হ'ব।

ঃ তেন্তে কাজিৰঙালৈ ভ্ৰমণত ওলাইছা নেকি?

ঃ হয় চাৰ। আমি বছৰেকত এবাৰ এপাক ঘুৰি আহো। এইবাৰ আমাৰ সমগ্ৰ অসম ভ্ৰমণৰ পৰিকল্পনা আছে।

ঃ বেছ, বৰ ভাল কথা। ঘৰতে কুচিমুচি বহি থাকি জীৱনপাত কৰাৰ কোনো অৰ্থ নাই। আমি ভাৰতীয় মানুহবোৰ এইক্ষেত্ৰত বৰ পিছপৰা। নে কি কোৱা মাকনি?

মাকনিয়ে চাহৰ কাপটো আৰু প্লেটখন টেবুলৰ ওপৰত থৈ চাদৰখনেৰে মুখখন মচি মচি মোক ওলোটাই প্ৰশ্ন কৰিলে-

ঃ চাৰ আপুনি ভাৰতীয় মানুহৰ কথা কোৱাত মোৰ কথা এটা সুধিবৰ মন গৈছে। বেয়া নাপায় যদি

ঃ হেৰা। তুমি এইখন কি আনুষ্ঠানিকতা আৰম্ভ কৰিছা? নিঃসংকোচে সুধিব পাৰা।

ঃ হেৰি নহয় চাৰ? মহাভাৰতত যিজন মহাৰথী কৰ্ণৰ কথা কোৱা হৈছে তেওঁৰ জন্ম বৃত্তান্তক আপুনি সহজভাৱে লব পাৰিছেনে? কুন্তীৰ সূৰ্য্যৰ লগত হোৱা অবৈধ মিলনক জানো আজিৰ সমাজে উচ্চ আসন দিয়ে?

ঃ মাকনিৰ প্ৰশ্নটো শুনি মই কিছু বিব্ৰত হ'লো। কাৰণ এনে প্ৰশ্ন মই তেওঁৰ পৰা কেতিয়াও আশা কৰা নাছিলো। মই তিল দিয়া পিঠাখনত কামোৰ মাৰি বৈ গ'লোঁ। কি উত্তৰ দিম? প্ৰশ্নটো হৈছে ভাৰতীয় দৰ্শনৰ ওপৰত। এনেতে নিৰুই মাকক সাৱধান কৰি ক'লে-

ঃ মা। তুমি হঠাতে কিয় সীমা চেৰাই যোৱা? দেউতাই শুনিলে কিন্তু বৰ দুখ পাব।

দেখিলো মাকনি কিছু সংযত হৈছে আৰু মুখ আৰু ডিঙিৰ ঘামবিনি মচি মচি দোষী দোষী ভাৱেৰে ক'লে-

ঃ বেয়া নাপাব চাৰ। অতি আপোন মানুহ পালে কেতিয়াবা মনৰ কথা সুধিবৰ মন যায়। সুধি পেলাওঁ। নিৰুইতে আকৌ বেয়া পায়। এই প্ৰশ্নটো মই বহুতক সুধিছো। কাৰোৰে পৰা মই সদুত্তৰ পোৱা নাই। সেয়েহে আপোনাক ..।

**ঃ হ'ব হ'ব। তুমি ইমান দুৰ্বল হ'ব নালাগে। এতিয়াই তোমাক মই উত্তৰ নিদিওঁ। সময়ত মই চিঠিৰে জনাম। বাৰু মাকনি মই উঠো। নিৰু। তোমাৰ দেউতাৰা আহিলে মোক লগ ধৰিবলৈ কবাচোন। মই সিটো কোঠাত থাকো। ময়ো পৰহিলৈ যাম।**

এইবুলি উঠি আহি দুৱাৰমুখতে দেখিলো ৰঞ্জিতক। ৰঞ্জিত মানে মোৰ কলেজীয়া বন্ধু ৰঞ্জিত কাকতি। কটনত থাকোতে আমি দুয়ো ফাৰ্ষ্ট মেচত আছিলো।

ঃ আৰে ৰঞ্জিত দেখোন। তই ইয়াত কিয়। মূৰৰ কোনো গোলমাল হোৱা নাইতো?

ঃ ৰ' ৰ'। তোৰ আগৰ সেই চঞ্চলতা এতিযাও যোৱা নাই।

দুয়ো হোঁহোঁৱাই হাঁহি দিলো।

তেতিয়া ৰঞ্জিতে ডাঙৰ ডাঙৰকৈ চিঞৰিলে-

ঃ মাকনি। হেৰা। চাওঁ এইফালে আহাচোন তোমাক এটা বেলবুঙ্ দেখুৱাওঁ। সোনকালে আহা।

ঃ নালাগে। নালাগে। মোৰ বুজিবলৈ বাকী নাই। ইতিমধ্যেই তোৰ মানুহজনীৰ হাতৰ তিল দিয়া পিঠা খাই আহিছো।

মাকনি আৰু নিৰু আমাৰ ওচৰ চাপি অহাত সি মাকনিক ক'লে-

ঃ শুনা মাকনি। ই আজি আমাৰ লগত ভাত খাব-বুজিছা। ভাততো এতিয়াও বন্ধা নাই। গুণ তই কিন্তু নাখাওঁ বুলি ক'ব নোৱাৰ।

ৰাতি ভাত খাই উঠি ৰঞ্জিত আৰু মই মোৰ কোঠালীত বহিলো। ঘড়ীটোলৈ চালো। এঘাৰ বাজিছে। মাকনি আৰু নিৰুহঁত তেওঁলোকৰ কোঠালীত টোপনিত লালকাল। আজি বহু বছৰৰ মূৰত ৰঞ্জিত আৰু মই একেটা কোঠালীত বহাৰ সুযোগ পাইছো।

মই অনুমান কৰিলো তিনি ঘণ্টা আগত লগ পোৱা ৰঞ্জিত আৰু এতিয়াৰ ৰঞ্জিতৰ মাজত এটা অস্বাভাৱিক পাৰ্থক্য। মাত্ৰাধিক ভাবে গহীন হৈ পৰিছে সি। দীঘল দীঘলকৈ চিগাৰেটত হোপা মাৰিছে। চিলিং ফেনখনৰ ৰেগুলেটৰটো কমাই দি ৰঞ্জিত পুনৰ চকীখনত বহিল। সি মুখেৰে ওঁ-আঁ নকৰাত মইয়ে সুধিলো,

ঃ কি হ'ল ৰঞ্জিত? ইমান গহীন কিয়?

ঃ বৰ ভাগৰ লাগিছে অ' গুণ।

ঃ কিয় দিনটো বৰকৈ ঘুৰিলি নেকি?

ঃ শৰীৰৰ ভাগৰ নহয় অ'। মনৰ ভাগৰ। মই মানসিকভাৱে দুৰ্বল হৈ পৰিছো।

মই যিমানদিন ৰঞ্জিতক লগ পাইছিলো সিমানদিনে ৰঞ্জিতৰ মনৰ কিবা ভাগৰ থকা বুলি অনুভৱ কৰা নাছিলো। ফুৰ্তিবাজ ৰঞ্জিতে যেতিয়া এটা ডাঙৰ-চিঞৰ মাৰে তেতিয়া ফাৰ্ষ্টমেচ আৰু মুছলিম হোষ্টেলৰ ল'ৰাবোৰে নিঃসন্দেহে ক'ব পাৰে যে ৰঞ্জিত ইমান পৰে হোষ্টেলত নাছিল। এতিয়াহে পদাৰ্পণ কৰিছে। সেইজন ৰঞ্জিত মনৰ ভাগৰত দুৰ্বল হৈ পৰিছে। মই আচৰিত হ'লো। অৱশ্যে জীৱনৰ গতিপথ ক'ত কেনেদৰে সলনি হয় কোৱা টান।

ঃ এনে কি তোৰ মনৰ দুখ থাকিব পাৰে ক'ব নোৱাৰো। এজনী সুন্দৰী তিৰোতা আছে, ফুলৰ দৰে ৰূপহী আৰু মৰমলগা সন্তান আছে। তোৰ চাকৰিটোও লোভনীয়। তেনেক্ষেত্ৰত তই ভাঙি পৰাটো বৰ ৰহস্যজনক ৰঞ্জিত।

ঃ ঠিকেই ধৰিছ। বৰ ৰহস্যজনক।

ঃ মানে?

ঃ তই মাকনিক লক্ষ্য কৰিছ?

ঃ লক্ষ্য কৰা নাই। দেখিছো আৰু।

ঃ তোৰ কোনো বিসদৃশ ধাৰণা হৈছেনে?

ঃ নাই হোৱা।

ঃ মাকনিৰ চুলিকোচা লক্ষ্য কৰিছ? বোধহয় কৰা নাই। কৰিলেও ধৰিব নোৱাৰিবি। নিজেই যি নিখুঁতভাৱে মাকনিৰ চুলিকোচা সজাই দিয়ে সেইটো মাইকী মানুহৰ বাহিৰে আনে ধৰিব নোৱাৰে। কি জান? মাকনিৰ চুলিকোচা ফল্‌চ্‌।

ঃ কিন্তু তাৰপৰা কি আহে যায় ৰঞ্জিত? বহুত কাৰণত মানুহৰ চুলি সৰে। তাতে তই দেখোন কলেজত পঢ়ি থকা দিনৰে পৰা মাকনিক ভাল পাইছিলি। আজি কিয় এনে অসন্তুষ্টি।

ঃ নহয় অ' গুণ। কথা সেইটো নহয়। কিয় মাকনিয়ে ফলচ্‌ চুলি লগাব লগা হ'ল সেইটো দেখোন তই নুসুধিলি? শুনিবি?

এইবুলি ৰঞ্জিতে পুনৰ এটা চিগাৰেট জ্বলালে আৰু ক'বলৈ আৰম্ভ কৰিলে।

ঃ তই শুনি হয়তো আচৰিত হবি যে নিৰু মোৰ সন্তান নহয়। মাকনিয়ে নাজানে নিৰুৰ দেউতাক কোন?

ঃ এইবোৰ কি কৈছ তই?

ঃ ৰ' প্ৰশ্ন নকৰিবি। কেৱল শুনি যা। নিৰুইও তাইৰ জন্ম ৰহস্য নাজানে। তাইক আমি জানিবলৈ দিয়া নাই। তাই মোকেই দেউতাক বুলি জানে।

১৯৭৫ চনৰ ঘটনা। তই মাকণিক বিজ্ঞান প্ৰশিক্ষণ দি গৈছ। মাকণিৰ মুখৰ পৰাই তেতিয়াই তোৰ কথা জানিছিলো। মাকণিয়ে তেতিয়া কাৰোবাৰ ছুটিত শিক্ষয়িত্ৰী কাম কৰিছিল। তেতিয়া মই এই চাকৰিটোত সোমাইছো মাত্ৰ। পিছৰ বছৰত আমি বিয়া কৰিম বুলি ঠিক কৰিছো। মোৰ মা-দেউতাৰ কিন্তু সম্মতি নাছিল, কাৰণ মাকণিৰ ঘৰৰ অৱস্থা একেবাৰে পানীত হাঁহ নচৰা।

এদিনাখন মাকণিৰ দেউতাকৰ কাতৰ অনুৰোধত তেজপুৰৰ স্কুল ইন্সপেক্টৰে মাকণিক নিজৰ গাড়ীত তুলি লৈ গ'ল চিলঙলৈ চাকৰিৰ ব্যৱস্থা কৰাৰ কাৰণে। তেতিয়া চিলঙত ডি-পি-আই অফিচ। মই তেতিয়া এটা বিশেষ প্ৰশিক্ষণৰ বাবে বাংগালোৰলৈ গৈছিলো। স্কুল ইন্সপেক্টৰজনক তয়ো চিনি পাব, ময়ো পাওঁ। নামটো নকওঁ। পিছত জানিবি। অৱসৰ পাবলৈ তেওঁৰ বেছিদিন নাছিল। হয়তো চাৰি পাঁচ বছৰমান আছিল।

কি হ'ল জান? চিলঙত মাকণি কেইজনমানৰ ভোগৰ সামগ্ৰী হোৱাৰ পৰিণামত চাকৰি এটা পালে। দুৰ্ঘটনাটো ইয়াতে শেষ নহ'ল। সেই স্কুল ইন্সপেক্টৰজনে নিজে গাড়ী ড্ৰাইভ কৰি আহোতে পাহাৰীয়া ৰাস্তাত এক্সিডেণ্ট কৰিলে। পেপাৰত নিউজ ওলাল। 'মটৰ দুৰ্ঘটনাত পতি-পত্নী গুৰুতৰ ভাৱে আহত।' পেপাৰত ফটোও দিছিল।

দুৰ্ঘটনাত মাকণি নমৰিল যদিও মুখৰ এফালত এনে আঘাত হ'ল, যাৰ ফলত তাইৰ মুখৰ সেইফালটোত আৰু চুলি নাহিল। ইন্সপেক্টৰো নমৰিল। কেৱল এখন ভৰি খোৰা হ'ল।

ঃ বৰ দুৰ্ভাগ্য ৰঞ্জিত। ঘটনাটো কিছু জানো। কিন্তু তোৰ মাকনিয়ে যে সেইজনী মানুহ ভাবিলে বেয়া লাগে।

ঃ ইয়াতে শেষ হোৱা হ'লেই ভাল আছিল গুণ। বাংগালোৰৰ পৰা ঘুৰি আহি মাকনিহঁতৰ ঘৰলৈ গ'লো। মুৰত কাপোৰ এখন বান্ধি মাকনি মোৰ ওচৰলৈ আহিল। বহুত পৰ মাকনিয়ে বোবাৰ দৰে মোৰ ফালে চাই থাকিল। 'এতিয়া মই কি কৰো ৰঞ্জিতদা' - এই বুলি মাকনিয়ে হঠাতে হুকহুকাই কান্দিবলৈ ধৰিলে। মই কিন্তু মুখেৰে এটাও শব্দ উচ্চাৰণ কৰিব নোৱাৰিলো।

তাৰপিছত কি হ'ল জান? দেউতাই মোৰ বাবে ছোৱালী বিচৰা আৰম্ভ কৰিলে। তেতিয়া দেউতাই কোবাৰ সুবিধা পালে। মুৰত চুলি নোহোৱা কেলেংকাৰী থকা ছোৱালী এজনী বোৱাৰী কৰি আনিম নেকি? হয়োতো কথাটো। মই বহুদিন নিশ্চুপ হৈ ৰ'লো। এনেতে মাকনিৰ পৰা চিঠি পালো।

ৰঞ্জিতদা,

মোৰ কাৰণে যদি বৈ আছে তেন্তে সেই সিদ্ধান্ত সলনি কৰক। মোৰ অনুৰোধ। কথাটো আপোনাক নক'লে আপোনাক অন্যায় কৰা হ'ব। মোৰ গৰ্ভত পাপ ভ্ৰূণে থিতাপি লৈছে। কথাটো কোনেও নাজানে। মাৰ চকুৰ পৰা কিন্তু মই সাৰিব পৰা নাই। এই ভ্ৰূণ মই চিলঙৰ পৰা লৈ আহিছো এটা চাকৰিৰ বিনিময়ত। মায়ে মোক সদায় কৈ আছে- কিবা এটা কৰ মাকনি, নহ'লে সমাজত নাক উলিয়াব নোৱাৰিম। হয় ৰঞ্জিতদা মই কিবা এটা কৰিম সোনকালে।

এনে এটা পৰিস্থিতিত মই বিমূঢ় হৈ পৰিলো গুণ। শেষত মোৰেই জয় হ'ল। এদিন মাকণিক লৈ কাছাৰীত বিয়া কৰাই ঘৰৰ পৰা ওলাই আহিলো। মাকণিয়ে খুব অশান্তি কৰিছিল। মই নামানিলো।

এদিন মাকণিৰ গৰ্ভৰ পৰাই নিৰুৰ জন্ম হ'ল। কিন্তু মাকণিৰ দুৰ্ভাগ্য যে চিজাৰিণ অপাৰেচন কৰিবলগীয়া হোৱাত মাকণিৰ ভিতৰত কোনো গণ্ডগোল হ'ল। ফলত মাকণিয়ে সন্তান ধাৰণৰ ক্ষমতা হেৰুৱাই পেলালে। সেয়ে মোৰ ফালৰ পৰা কোনো সন্তান মাকণিৰ কোলালৈ নাহিল।

ঃ বৰ অপ্ৰত্যাশিত ৰঞ্জিত। কিন্তু ধন্যবাদ যে তই এই প্ৰত্যাহ্বান গ্ৰহণ কৰিব পাৰিছ। অৱশ্যে তই নিজে যেতিয়া ইয়াক গ্ৰহণ কৰিছ এতিয়া তাক লৈ অশান্তিত ভোগাৰ কোনো যুক্তি থাকিব নোৱাৰে।

ঃ তই ভুল কৰিলি এইখিনিতে। মোৰ সমস্যা নিৰুক লৈ হোৱা নাই নহয়। সমস্যা হৈছে মাকণিক লৈ- যি কাৰণত আমি বছৰেকত এবাৰ ভ্ৰমণ কৰিবলগীয়া হৈছে ডাক্তৰৰ পৰামৰ্শমতে।

ঃ মানে কথাটো নুবুজিলো।

ঃ জান। প্ৰথমতে মাকণিক খুব সুখী যেন লাগিছিল। কিন্তু লাহে লাহে সময় বাগৰি যোৱাৰ লগে লগে মাকণিৰ চাল-চলন, কথা-বাৰ্ত্তাত অস্বাভাৱিক লক্ষণে দেখা দিলে। মাকণিৰ কথাৰ সাৰমৰ্ম মতে মই যিটো বুজিলো ভাৰতীয় দৰ্শনে হেনো নাৰীৰ অন্তৰাত্মা বিকশিত কৰাত বাধাৰ সৃষ্টি কৰিছে।

কথাটো মই সিমান বিশ্লেষণ কৰি চোৱা নাই। তদুপৰি ইমান গভীৰতালৈ যাব পৰাকৈ মোৰ বুদ্ধিমত্তাও নাই।

ঃ কথাটো তেন্তে ভাবিলগীয়া। আচ্ছা! নিৰুক মাকে মৰম কৰেনে?

ঃ তই দেখিলে আচৰিত হবি। মাকণিয়ে নিৰুক সৰু ভনীয়েকৰ দৰে স্নান কৰে। নিৰুয়েও মাকক যিধৰণে সজাব-পিন্ধাব দুয়োৰে পৰা দেখিলে ভাব হয় যেন দুজনী পৰী সাজোন-কাচোনত ব্যস্ত। সেই দৃশ্য অপৰূপ গুণ।

ঃ এই সম্পৰ্কে ডাক্তৰৰ কি মতামত?

ঃ মাকণিক হেনো মানুহৰ বিভিন্ন ৰূপ বিভিন্ন চাল-চলন, স্বভাব-চৰিত্ৰ আদি প্ৰত্যক্ষ কৰাব লাগে যাতে মাকণিয়ে বুজে যে তেওঁ কিছুমান অহেতুক ধ্যান-ধাৰণাৰ বশৱৰ্ত্তী হৈ নিজকে ধ্বংস কৰিব বিচাৰিছে, যাতে তেওঁ আশাবাদী জীৱনৰ প্ৰতি আকৃষ্ট হয়।

ঃ ৰঞ্জিত। মই যিটো বুজিলো তোৰ উদাৰতাও ইয়াৰ বাবে দায়ী।

ঃ তাৰ মানে তই কব খুজিছ? মই মাকণিক গ্ৰহণ কৰাটো উচিত হোৱা নাছিল?

ঃ ন' ন' ন'। নট্ ডেট্। তই যথেষ্ট ত্যাগ স্বীকাৰ কৰিছ। সেইটো অতি সুন্দৰ।

ঃ তেন্তে মই কি ভুল কৰিলো?

ঃ একো ভুল কৰা নাই। কেতিয়াবা কেতিয়াবা এনে অস্বাভাৱিক ঘটনা হয়েই। তাক এৰাই যোৱাও বৰ কষ্টকৰ। কথা হ'ল তোৰ উদাৰতাৰ সন্মুখত মাকণি হীনমন্যতাত ভুগিছে। আৰু তাৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণে সমাজৰ পৰা মাকণিয়ে স্বীকৃতি বিচাৰিছে। কিন্তু সমাজে মাকণিক ভাল দৃষ্টিৰে গ্ৰহণ কৰা নাই। সেয়ে মাকণিৰ ভাৰতীয় দৰ্শনৰ প্ৰতি এনে অনীহা।

ঃ তেনেহ'লে মোৰ কি কৰণীয় গুণ?

ঃ তোৰ এটা কৰণীয় আছে। ইউ একচেপ্ট্ দিচ্ চিটুৱেচন্ হ'লহাৰ্টেডলি এণ্ড ট্ৰাই টু এড্‌যাষ্ট ইয়ৰচেল্‌ফ এজ মাচ্ এজ ইউ কেন। টু স্পিক দি ট্ৰুথ, চি ইজ চাফাৰিং ফ্ৰম ডিপ্ৰেছন্ এণ্ড ইনফেৰিঅ'ৰিটি কম্পপ্লেক্স। তই মাকণিক মৰম কৰিবি। বুইছ। তাই এতিয়া সৰু ছোৱালীৰ দৰে হৈছে।

তেতিয়া ৰঞ্জিতে চিগাৰেটৰ টুকুৰাটো ছাইদানীত হেঁচি ধৰি ক'লে-

আহো গুণ। আহিবিচোন আমাৰ ঘৰলৈ। পোন্ধৰদিনমানৰ ভিতৰত ঘুৰি আহিম। মাকণিয়ে তোক ঈশ্বৰৰ দৰে দেখে। প্ৰায়ে তোৰ কথা কয়। তোৰ লগত কথা কৈ হেনো মাকণিয়ে শান্তি পায়। আচলতে মাকণিৰ কথা কোৱাৰ কোনো লগো নাই।

মই দেখিলো ৰঞ্জিত ইতিমধ্যে আবেগবিহ্বল হৈ পৰিছে। সি ৰুমালখনেৰে চকু দুটা মচি মচি ওলাই গ'ল।

আজি এমাহ আগতে তেজপুৰ চাৰ্কিট হাউচত কি দেখিছিলো আৰু আজি? ৰঞ্জিতৰ চিঠিখন পুনৰ পঢ়িলো।

গুণ,

তোৰ মৰমৰ ছাত্ৰী আজি ইহসংসাৰত নাই। অহা দহ জুলাইত মাকণিৰ আদ্যশ্ৰাদ্ধ। তই

আহিবি কিন্তু।

সিদিনা হঠাতে অজ্ঞান হৈ যি পৰিল তাৰ পিছত মাকণিৰ জ্ঞান নাহিল। সদায় অনুৰোধ কৰা মানুহজনীয়ে মোক এটাও কথা ক'ব নোৱাৰিলে। মোৰ ফালে ফেল্‌ফেলকৈ চাই থাকি চকু মুদিলে। ডাক্তৰে কোৱামতে, মাকণিয়ে যে মূৰত আঘাত পাইছিল তাৰে পৰা হঠাৎ এনেধৰণে বেমাৰ হ'য় হেনো।

সৰুৰে পৰা দৰিদ্ৰতাৰ লগত সংগ্ৰাম কৰি কৰি শেষত পুৰুষ প্ৰধান আৰু পুৰুষ নিয়ন্ত্ৰিত সমাজ ব্যৱস্থাটোৰ প্ৰতি তীব্ৰ ঘৃণা লৈ মাকণিয়ে মৃত্যুক সাৱটি ল'লে।

অ' তোক এটা কথা ক'বলৈ পাহৰিছিলো। চিলঙৰ পৰা লৈ অনা এপইণ্টমেণ্ট লেটাৰখন মাকণিয়ে মাকৰ আগতে চাকিৰ জুইত জ্বলাই দিছিল বোলে।

মাকণিয়ে মোক প্ৰায়েই কৈছিল— জড়াগ্ৰস্ত, অথৰ্ব এই সমাজত হেনো মানুহে মানুহৰ উপকাৰ সাধিব নোৱাৰে। হয় গুণ। মই এতিয়াহে উপলব্ধি কৰিছো।

মাকণিয়ে এনে ঘৃণাৰ বশৱৰ্ত্তী হৈয়েই কপালত সেন্দুৰ লোৱা নাছিল। এৰিলো।

ইতি

তোৰ

বঞ্জিত ✶✶

# মাতৃ

মই গৈছিলো মোৰ নিজৰ গাঁৱলৈ বিশেষ সকামত। ভাটিবেলা আমাৰ চুবুৰীটো এপাক মাৰি সকলোৰে খা-খবৰ লম বুলি ওলাই গৈ সম্বন্ধীয় পেহীৰ ঘৰত সোমালো। পেহী মানে চানেকী পেহী। বয়স এতিয়া ষাঠিৰ ওপৰ হ'ব লাগে। আমাকো পেহীয়ে লৈ থৈ ডাঙৰ কৰিছিল। বৰ মৰমিয়াল। কথাৰ কোনো ভাঁজ নাই। সৰলৰেখাৰ দৰে পোন। সেই পঞ্চাশ চনতে পেহীৰ ঘৰৰ যি অৱস্থা আজিও তাতকৈ বৰ বেছি উন্নত হোৱা নাই। এসাজ খালে এসাজ খাবলৈ নাছিল। পেহীৰ কোনো ভাই-ককাই নাছিল কাৰণে পেহীৰ মাকে পেহীৰ কাৰণে ঘৰ জোঁৱাই চপাই লৈছিল। পেহী এতিয়া বিধবা। আমি আকৌ পেহীক "বাই" বুলি মাতো। আমাৰ ফালে সকলোৱে তেনেকৈয়ে মাতে। কাৰণটো কি সেইটো অৱশ্যে এতিয়াও নাজানো।

চোতালত পেহীয়ে বাঁহৰ গাঁজ কাটি কাটি ৰ'দত দিছে। খৰিছা কৰাৰ কাৰণে। মাছ পোৱাৰ লগত খৰিছা আৰু অকণমান খাৰ দি জলকীয়া আৰু কেঁচা মিঠাতেল দি সানি খাবলৈ মই বৰ ভাল পাইছিলো। মোৰ ল'ৰালি কালত পেহীয়ে আমাক খৰিছা দিয়া মোৰ মনতআছে। তাৰ পৰিৱৰ্তে মায়ে পেহীক চাউল দিছিল। মানে বিনিময়।

পেহীয়ে মোক দেখি তৎক্ষণাৎ দৌৰি গৈ ভঙা মুঢ়া এটা মোলৈ আগবঢ়াই দি ক'লে,

ঃ বাপা! ক'ৰপাই আহ্‌লি? ইমান দিনোৰ মুকত? ডাঙৰ মানুহ হলিতোন। আমাৰ দিগিৰ খবৰে নলাহ্। বহ বহ। তোকে মনে মনে ভাবি আছলু লগ ধৰিম বুলি। পেহীয়ে একে উশাহতে কথাখিনি কৈ এটা তৃপ্তিৰ ভাব প্ৰদৰ্শন কৰিলে। মই উত্তৰ দিলো,

ঃ সময়ে নাপাওঁ বাই। ক'চোন কেনে আছ। বহুখিনি খীণালি তই।

ঃ অ' বাপা। বুঢ়ী হলো। আৰু গা ধৰাৰ দিন আছে জানো? দুদিন পিচোত যমে লৈ যাবো। এই বুলি পেহীয়ে তেওঁৰ আটাইতকৈ সৰু ছোৱালীজনীক চিঞৰি চিঞৰি ক'লে,

ঃ তপো! অ, তপো। অলমান চাহ বহৌচোন।

ঃ লাল চাহ খাহ্ নহয় বাপা? নে চাহোত নাৰ্কলৰ ৰস দিম? পেহীয়ে সুধিলে।

ঃ তই ইমান হৈ চৈ কৰিব নালাগে। মই ঘৰত চাহ খাই আহিছো। নহলেও হব।

ঃ নহয় ৰহ বাপা। মান্‌হৰ ঘৰোত মানুহ আহ্‌লি কিবা আটা নেদ্‌লি কেনে লাগ্‌বো তইয়ে কৌচোন?

এই বুলি পেহীয়ে ঘৰৰ ভিতৰলৈ সোমাই গৈ ছোৱালীজনীক কিবা এটা দিহা দি মোৰ ওচৰত পীৰা এখন পাৰি বহিল আৰু মৰমেৰে ক'লে-

ঃ কেচয় থাকাওঁতে কম বদমাচ আছ্‌লি নে তই? মাইৰে পেঁয়েক ৰুৱলৈ যায় আৰু তোক মোৰ তাত গটে থৈ যায়। দিনটো তোৰ পাছে পাছে দৌৰাওঁতে মোৰ আধ্যা পৰে। এতিয়াও পেহীয়ে

মোক আগৰ সেই সৰু ল'ৰাটো হৈ থকা বুলি ভাবে। পেহীয়ে মোক ইমান মৰম কৰে যে মই কেতিয়াবা গলি গলি নাইকিয়া হোৱাৰ দৰে হওঁ। পেহীৰ আব্দাৰৰ পৰা ৰক্ষা পাবৰ কাৰণে মই পেহীক প্ৰশ্ন কৰিলো।

ঃ ভাবিতক দেখা নাই দেখোন বাই?

ঃ অ' সি ইতেন এতে নাথকে নহয়। সোনাপুৰ নে সিফালে ক'বাত থাকে।

ঃ কি? সি তাতে কিবা কৰিছে নেকি?

ঃ অ' তোন। তই নাজ্‌নাহে। সি তাৰে পাঠশালাত মাষ্টাৰ হছি।

অৱশ্যে কথাটো নোহোৱা নহয়। গাঁৱৰ খবৰ একেবাৰে নাপাওঁ। ভাবিতক মই সি সৰু হৈ থাকোতে দেখিছিলো। তেতিয়া মই হাইস্কুলত আছিলো। তেতিয়া তাৰ বয়স দহ নে বাৰ। তাৰ জন্মৰ তিনি-চাৰি বছৰ পিছত তাৰ দেউতাক মৰাত পেহীয়ে চাৰিজনী ছোৱালী আৰু ভাবিতক লৈ বৰ কষ্টত জীৱন নিৰ্বাহ কৰিছিল। পেহীহঁতৰ খেতি মাটি একেবাৰে কম। পেহা আছিল এলেহুৱা। সেয়ে সকলোৱে পেহাক ধোদ বুলি মাতিছিল। ভাবিতে দহ বছৰ বয়সতে আনৰ ম'হ চাৰি আনৰ ঘৰত খেতি কৰিবলগীয়া হৈছিল। তেতিয়া মোৰ ধাৰণা হৈছিল ভাবিতৰ কোনোদিনে পঢ়া-শুনা নহব। কিন্তু আমাক আচৰিত কৰি ভাবিতে এদিন বি-এ পাছ কৰিলে। কিমান সংগ্ৰাম কৰি যে সি বি-এ পাছ কৰিলে তাৰো এক সুদীৰ্ঘ কাহিনী আছে। গাঁৱতে সি পঢ়ি থাকোতে কিমানৰ ঘৰত যে গৃহ শিক্ষক হৈছিল তাৰ হিচাপ নাই। যি নহওঁক এতিয়া সি কোনোমতে সংস্থাপিত হ'ব পাৰিছে। পেহীৰ মুখত সি মাষ্টৰ হোৱা কথাটো শুনি ভাল লাগিল। মই আনন্দেৰে পেহীক কলো,

ঃ তাৰমানে বাই। তই এতিয়া মাষ্টৰৰ মাক। ভাবিত মাষ্টৰৰ।

ঃ হছি দি বাপা। মাকোক মাক বুলি ভাব্‌লিহে সি? আজি ডেৰকুৰি বছৰ ধৰি সেহ্‌তোক ডাঙাৰ-দীঘল কৰোতে কিম্মান কষ্টো হছি তই নিজেই দেখ্‌ছেহ্‌। তইতোৰ ঘৰোত মই কিমান বছৰ মাটিত ভুঁই ৰুইছো, ধান বান্‌ছু সেইটো তোৰ মাইৰে জান্‌ছিল আৰু মই জানো। ইতেন সি তপোক বিয়া দিবা থাকাওঁতে মোক এৰি গেল বাপা। আপীটোক কেংকে বিয়া দিম। মোৰ হাতত এটাও ফুটাকড়ি নাই। মোক আকো দিবা নালগে নহয় সি। বনেকটোৰ কিবা এটা ব্যৱস্থা কৰ্‌বা লাগছিল। বাপেকটো থাকা হলি ইমান চিন্তা নকৰ্‌লু হয়। বাপেকোৰ মূৰ খাওয়াই তাকো খাছি।

পেহীৰ মাতটো লাহে লাহে থোকাথুকি হৈ আহিল। মই বুজিলো ইয়াৰ মাজত কিবা এটা গণ্ডগোল হৈছে। পেহীৰ করুণ হৈ পৰা মুখখনলৈ চাই মই দুখ অনুভৱ কৰিলো। কামৰ প্ৰতি ভয় নকৰা আৰু দুখক দুখ বুলি নভৱা পেহীৰ বহুদিনৰ আগৰ ছবিয়ে মোৰ মনত দোলা দিলেহি। ভুঁই ৰুই আহি পেহীয়ে আমাৰ ঘৰত ভাত খাওঁতে মাহৰ দালিৰ খাৰৰ আঞ্জা কাৰণে পেহীয়ে আমাৰ চিলিঙত থকা কলহৰ পৰা পুৰণা টেটেলি টেঙা আনি আঞ্জাৰ লগত মিহলাই হোৱোত্ হোৱোত্‌কৈ খোৱা ঘটনাটো হঠাতে মনত পৰিল। পেহীয়ে জখলাখনেৰে চিলিঙৰ ওপৰলৈ ফটাফট্ উঠি যোৱা কাৰ্যত মই বৰ আচৰিত হৈছিলো। কাৰণ সাধাৰণতে মাইকী মানুহে জখলাত নুঠে। সেইজনী কষ্টত ভাঙি নপৰা পেহী আজি মনৰ দুখত কান্দি দিছে।

ঘটনাটো কি হৈছে জানিবলৈ মই সাহস গোটাবলগীয়া হ'ল।

ঃ কি এৰি যোৱাৰ কথা কৈছ বাই?

ঃ *তাৰ কথাই কৈছু বাপা। সি বিয়া কম্লা নহয়। বৰীক লৈ শহৰ'কোৰ ঘৰোত থাকে। মোক বোলে আৰু সহায় কৰ্বা নৰে। আজি চাৰি-পাঁচ মাহ সি মোক এটাও পইছা দিয়া নাই আৰু চোতালতো* ভৰি দিয়া নাই।

ঃ তাৰ মানে সি তাতেই বিয়া কৰালে?

ঃ ক'ত বিয়া পাত্ছিল। বিয়া নহাকৈ আপি আটা আমাৰ ঘৰোকলেগি লৈ আহ্ছিল। মানুহগিলাখানে খুব বেয়া পাইছিল তাক। সিও আপীটো কাৰ্বি নে খাচীয়া জাতৰ। যাৰ ঘৰোত ভাৰা কৰি আছিল সেহ্টোৰে আপী। শহ্ৰকোৰ বোলে পাঁচটা আপী। বৰীয়ে ডাঙৰ। ইমান কষ্টো কৰি বি-এ পাছ কৰা কাৰণে গাঁৱোৰ মানুহে কম ভাল বুল্ছিল নে তাক? ইটেন য'তে যাওঁ ত'তে তাৰ কথা। এনে কাম সি কৰ্বো বুলি ভাবা নাছ্লু। সবেই সেংকে কয়।

ঃ আজিও তাক বেয়া পাই নেকি মানুহবিলাকে?

ঃ ইটৌৱে কিছু কম্ছি। কাৰণ আমি ইয়াতে সেহ্টোৰ বিয়াখন পাতি দিলো।

মনৰ কথাখিনি খুলি কোৱাত পেহীৰ মনটো পাতল পাতল যেন লগা বুলি ধাৰণা হ'ল। পেহীয়ে বটাৰ পৰা তামোল লৈ কাটিবলৈ ধৰিলে। মই পেহীক সুধিলো,

ঃ তোৰ বোৱাৰীৰ নাম কি বাই?

ঃ তাইৰ নাম? অ' কি আছিল? সেহ্টোৰ কিবা ধৰণৰ নাম নহয়, মুখোত নাহে। অহ্ হেৰি। অ' মনত পৰ্ছি ৰহ। কাদম ৰংপীপী।

ঃ ৰহচোন বাই। তয়ো বেযা পাইছিলি নেকি ছোৱালীজনী আন জাতৰ হোৱা কাৰণে।

**ঃ পাইছিলো প্ৰথমতে। পিচোত দেখ্লু আপীটো দেখোন কামত বৰ কাজী। যি কেইদিন এতে আছিল আমাৰ ঘৰৰ চচ্পেন কেট্লি একেবাৰে চিক্চিকা কৰি ৰাখ্ছিল। আমাৰ এইহঁতে নৰে সেংকে চাফা কৰ্বা। কাপোৰ-কানি নিজে ধোৱে। কাকো খাতিৰ নক্ৰে। কাম কৰাত লাজ নাই। আমাৰ এৰে আপীৰ দৰে কইনা হৈ নাথ্কে। অৱশ্যে কাপোৰ-কানি সেহ্তোৰ দৰেকে পিন্ধে। আমি অলপ লাজ পাওঁ। যি হ'ল হ'ল আৰু। ইটেন তাইক মই বৰী হিচাপে ৰাখ্বা খোজো। মোৰনো আৰু কিমান দিন আছে? শেষ দিন কিটাত যদি নাতিৰ মুখত গাখীৰ দিবা নাপাওঁ, নাতিয়ে যদি মোৰ কোলাত হগা-মুতা নকৰে তেনেহলি আপা চলি জন্মো দিলো ক্যা? বৰী যিটেন মোৰ ঘৰোত থাক্বা লাগে। সোণাপুৰ নো কিমান দূৰ? সপ্তাহটোত সি এবাৰ আহ্লি হ'ল। তাতে বৰীয়ে চাক্ৰি নক্ৰে। কিমান কলো তাক, সি কিন্তু নুশুন্লাক্। সৰুৰে পৰা গু-মূত ধুই একেহে পালো বাপা। মোক কিবা দেহ দিবি নেদাহ্ নাই; মানুহটো আহলি কি দায় লাগে। দিনটো নাথ্কিলিয়েই মনটো বেয়া লাগি থাকে; আজি চাৰি-পাঁচ মাহ মই মাকটো হৈ কেংকে থাকো দেচোন। ভগবানে এইহে লেখ্ছিল কপালোত। পইতা ভাতকেইটা ৰাঢ়ি ললিয়েই তাৰ আগহাতোৰ কাটা যাওয়া আঙুলিটোকলেগি মনোত পৰে। জোৰা চাওঁতে কাটা গেছিল। তয়ো বোধহয় দেখ্ছেহে। চাৰ্টা আঙুলিদি ভাত খাই সি।**

শেষৰফালে পেহীৰ মাতটো সেমেকি উঠিল। চাদৰখনেৰে চকুদুটা মচি ললে পেহীয়ে। নাকেৰে ওলোৱা পানীখিনি আঙুলিৰে টিপা মাৰি পেলাই দিলে। গোটেই জীৱনটোৱে অকল্পনীয় সংগ্ৰাম কৰি কৰি পেহীয়ে ভাবিতক ডাঙৰ কৰিছিল। ভাবিতক লৈ পেহীয়ে বহুতো আশা কৰিছিল। কিন্তু পেহীৰ ভাগ্যত সুখ নহ'ল। মই পেহীৰ বেদনাৰ্ত মুখখনলৈ চাব নোৱৰা হ'লো।

ইতিমধ্যে তপোয়ে আমাক চাহ দি গ'ল। চাহত নাৰিকলৰ সিটা ভাহি থকা দেখিলো। পেহীক সান্ত্বনা দিয়াৰ উপায় নাপাই দুখ লাঘৱ কৰাৰ উদ্দেশ্যে সুধিলো.

ঃ তহঁতৰ নাৰিকল নেকি বাই?

ঃ অ' বাপা। ভাবিতে ৰুইছিল। আজি পাঁচ বছৰমানৰ পাই লাগ্‌বা ধৰ্‌ছি।

ঃ ভাবিত কিয় নাহো বুলি গ'ল বাই।

ঃ কবা নৰো বাপা। বৰীৰ বুদ্ধিয়ে শুন্‌ছি নে শহৰ'কোৰে শুন্‌ছি নাজ্‌নো। শহৰ'কোৰ বোলে আপাচলি নাই।

ঃ তোক কি বুলি কৈছে সি?

ঃ কওঁতে কছি সি বোলে বহুত কষ্টো কৰ্‌লে ইমানদিনে। আৰু বোলে নৰে কৰ্‌বা। মাটিবাৰী যেখিনি আছে সেখিনি জঁয়েইহাঁতোক দিবা দিছি।

ঃ নে গাঁৱৰ মানুহে জনজাতীয় ছোৱালী অনা কাৰণে বেয়া পোৱাত সি গুচি গ'ল?

ঃ নহয় বাপা। সবেতো বেয়া পাওয়া নাই। পালেই বাৰু মইতো আপত্তি কৰা নাই। সেইবুলি নিজোৰ ভেটিটো এৰি যাবা লাগে নেকি? বিক্ৰী যায় যায় এই ভেটিটো আৰু সেই নাওমেনি বস্তীটো আছে। খেতি মাটি আধাবিঘা সিয়েই কিন্‌ছিল। তাকে সি এই মাষ্টাৰ চাক্‌ৰিটোৰ কাৰণে বেচি থৈ গ'ল। পইচা নেদলি বোলে চাক্‌ৰি নাপায়। মোৰ মনটোৱে হলি কুটকুটাই আছিল, নেবেচাকৈ ৰাখ্‌বা পাল্‌লি ভাল। কিন্তু তাৰে ভাল হ'ক বুলি মান্তি হলো। এতিয়া আমাৰ অলপো খেতিমাটি নাই বাপা।

ঃ পেহীৰ মনটো ডাঠ হৈ থাকোতেই মই বিদায় লোৱাৰ সুযোগটো লওঁ বুলি থিয় হওঁতে পেহীয়ে ক'লে,

ঃ বহচোন বাপা। তোক আচল কথাটো কোৱাই নাই নহয়। মই লেখ্‌বা পঢ়্‌বা নাজ্‌নো। তাৰ থাকা ঠাইখিনি চিনি পাওয়া হলি মযেই গেলো হয়। আৰ্‌বাৰ তাক চাই আইহলু হয়।

এইবুলি পেহীয়ে পুনৰ এখন তামোল মুখত ভৰাই লৈ মোক অনুৰোধ কৰাৰ দৰে ক'লে।

ঃ অ' বাপা। তাৰ ঠিক্‌নাটো ক'বাৰ পাই আনি মোৰ হৈ এখন চিঠি দিবিচোন। তোৰ কথা সি মানে। কিজানি মতিগতি লৰেই। তাৰ কথা মইহে জানো। নতুনকৈ বিয়া হছি মাত্ৰ বৰীয়ে তাৰ অসুবিধাগিলা ক'ত জান্‌বু?

এই বুলি পেহীয়ে তালৈ কি কি লিখিব লাগে মোক এফালৰ পৰা কৈ গ'ল। কৈ থাকোতে পেহীয়ে বহুতো কথা পুনৰাবৃত্তি কৰিছে। মাজে মাজে চকুপানী টুকি হঠাতে কোৱা বন্ধ কৰিছে। পেহীৰ কথাৰ সাৰমৰ্ম এনেধৰণৰ

ভাবিত,

মই তোৰ কাৰণে সদায় ভাবি থাকো। বিহুলৈ বেছিদিন নাই। এবাৰ আহি যাবি। বোৱাৰীকো লগত লৈ আহিবি। সাৱধানে আহিবি কিন্তু। বোৱাৰীৰ গাভাৰী। কামাখ্যাৰ কাষেদি আহোতে মটৰৰ পৰাই মা কামাখ্যাক সেৱা এটা জনাবি। বোৱাৰীকো জনাব দিবি। গা ভাৰী মানুহ ব্ৰহ্মপুত্ৰ পাৰ হোৱা ভাল নহয়। তথাপিতো ব্ৰহ্মপুত্ৰৰ দলঙখন পোৱাৰ লগে লগেই এটা পঞ্চাশ পইচা ব্ৰহ্মপুত্ৰক দান কৰি সেৱা জনাবি।

ছাগলীটোৰে পোৱালি দিছে। লৈ যাবিহি। বোৱাৰীক ছাগলীৰ গাখীৰ খুৱাব পাৰিলে সন্তানৰ কাৰণে ভাল। তয়ো খাব পাৰিবি। তয়েই পুহিছিলি। এই বয়সত মই টানি ফুৰিব নোৱাৰো। তপোয়ে দিনটো বেলেগৰ ঘৰত কাম কৰি তাইক চম্ভালিব নোৱাৰে। তইঁতৰ কাৰণে তপোয়ে বিহুৱান বৈ থৈছে। তইঁত নাহিলে তাইয়ে বোলে কোনোবাদিনা তইঁতৰ ঘৰ বিচাৰি যাব। তোৰ বি-এৰ কিতাপবোৰ নিগনিয়ে কুটা আৰম্ভ কৰিছে। তপোয়ে সদায় চাফা কৰে। তই পোহা মেকুৰীটো মৰিল কাৰণে নিগনিৰ বৰ উৎপাত হৈছে। কিতাপবোৰ লৈ যাবিহি। তোৰ কামত লাগিব। তপোয়ে মেট্ৰিকটোকে পাছ কৰিব নোৱাৰিলে যেতিয়া তাইক সেইবোৰ নালাগে।

তাত বোলে বৰকৈ মেলেৰীয়া হয়? শোৱাৰ সময়ত আঠুৱাখন ভালকৈ তুলিৰ তলত সোমাই দিবি। তই যিহে পৰিলেই টোপনি আহে। বোৱাৰীক বুজাই লবি। খৰিছা আৰু কলাখাৰ থৈ দিছো। কলাখাৰ দিয়া মাহৰ দালি দেখোন তই ভাল পাৱ। এতিয়া বোৱাৰীক কিন্তু খাৰৰ আঞ্জা বৰকৈ খাব নিদিবি। মানিমুনি, ভেদাইলতা, পচতীয়াৰ ৰসত মাছ দি সিজাই খাব দিবি। বোৱাৰী বেছিকৈ শুই থকা বেয়া। সকসুৰা কামত ব্যস্ত ৰাখিবি।

তলবঢ়া টেঙা শাকৰ আঞ্জা খাই থাকোতে সেইদিনা তপোৱে কান্দি দিলে তোৰ কথা মনত পৰি। দুয়ো টেঙা আঞ্জা লৈ কম কাজিয়া কৰিছিলিনে? মোৰ পৰা তোক বেছিকৈ দিয়াতহে তই শান্ত হৈছিলি।

তইঁতৰ কাৰণে নাৰিকল থোৱা আছে। লৈ যাবিহি।

কৈ থাকোতে থাকোতে এটা সময়ত পেহীৰ মুখৰ মাত বন্ধ হৈ পৰিল। মই পেহীৰ মুখলৈ চালো। পেহীয়ে আঁচলেৰে মুখখন ঢাকি ফেঁকুৰি উঠিল। মই পৰিস্থিতি সহ্য কৰিব নোৱাৰি উঠি আহিম বুলি থিয় হৈ ক'লো,

ঃ বাই। মই যাওঁ। চিঠিখন দিম। তই চিন্তা নকৰিবি। পাৰিলে তাৰ তালৈও যাম।

এইবুলি মই উঠি আহি বাটৰ মুখ পাওঁতে পেহীয়ে দৌৰি আহি মোক ক'লে,

ঃ অ' বাপা। আৰু এটা কথা। সি বৰকৈ পইতা ভাত খায়। আমাৰ এনে দৰে অনবৰতে পানীপৰি থকা দমকোল তাতে বোলে নাই। কুঁৱাৰ পানীৰে পইতা ভাত কৰিলে তাৰ পেটৰ অসুখ হ'ব। উতলা গৰম পানী ঠাণ্ডা হওৱাৰ পিচোত যাতে ভাতোত দিয়ে।

এইবুলি পেহীয়ে মোৰ সঁহাৰিত আশ্বস্ত হৈ মোৰ ফালে এনেদৰে চালে যেন পেহীয়ে স্বৰ্গখন ঢুকি পাইছে।* *

# জাহ্নবীহঁতৰ দৰে

মৃগাংকৰ চিঠিখন অফিচতে পালো। আজি পাঁচ বছৰৰ বেছি হ'ল মঙ্গলদৈলৈ ট্ৰেন্সফাৰ হোৱাৰ। মোৰ পৰিয়াল গুৱাহাটীতে থাকে। মৃগাংকহঁতৰ ঘৰো গুৱাহাটীত। সি কলেজৰ লেক্‌চাৰাৰ, ডক্টৰেট্। আমি দুয়ো গুৱাহাটীত একেখন হাইস্কুলত পঢ়িছিলো। মৃগাংক পঢ়াত বৰ চোকা আছিল। মই আছিলো অপদাৰ্থ। ৰাতি দুটা বজালৈ পঢ়িলেও যি, একেবাৰে নপঢ়িলেও সেই একে। পঢ়িলে সকলো পাৰো কিন্তু পৰীক্ষাত লিখাৰ সময়ত একো মনত নপৰে।

তাৰ চিঠিখন পঢ়ি মনটো বৰ বেয়া লাগিল। এনেকুৱা হ'ব নালাগিছিল। মৃগাংক অৱশ্যে আচৰিত হোৱা নাই বুলি লিখিছে। কাৰণ সি হেনো এনে এটা পৰিস্থিতিৰ মুখামুখি হ'ব লাগিব বুলি আশংকা কৰিছিল। তদুপৰি সি এনে ঘটনাৰ লগত যুঁজি যুঁজি অভ্যস্ত হৈ পৰিছে।

মোৰ মা এতিয়া নাই। দেউতাতো মোৰ ভনী জাহ্নবীৰ বিয়াৰ আগতেই ঢুকাল। মা আছিল বেমাৰী। মৃগী বেমাৰী। মাৰ মুখত শুনিছিলো মাক হেনো বয়সত এই বেমাৰটোৱে পালে। মাহঁতৰ পূৰ্ব পুৰুষত হেনো এই বেমাৰ কাৰো নাছিল। বহুত চিকিৎসা কৰাৰ পিচতো মাৰ বেমাৰটো ভাল নহ'ল। জাহ্নবীয়েও এম বি বি এচ্ পাছ কৰাৰ পিছত 'মা'ৰ চিকিৎসাৰ কাৰণে বহু চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। মই মেট্ৰিক পাচ কৰাৰ পিচতেই চাকৰিত সোমাইছিলো। মাৰ চিকিৎসাত মোৰো বহু টকা খৰচ হৈছিল। ভেলোৰলৈও নিছিলো। তাতেও তেওঁলোকে হাত দাঙি দিছিল। দেউতা মৰা কাৰণে জাহ্নবীক এম বি বি এচৰ শেষৰ বছৰটো মইয়েই পঢ়ুৱাইছিলো।

তেতিয়া মৃগাংক আৰু মই নৱম শ্ৰেণীত। এদিন শ্ৰেণীত চাৰে পঢ়ুৱাই থাকোতে মৃগাংক মূৰ্চ্ছা গ'ল। তাৰ মুখেৰে ফেন ওলাই আহিল। পোন্ধৰ বিশ মিনিটমান পিচত সি আপোনা-আপুনি উঠি বহিল। শ্ৰেণীৰ সকলো ছাত্ৰই ভয় খালে। সেইদিনাৰ পৰা মৃগাংকৰ ওচৰত কোনো নবহা হ'ল। মই কিন্তু তাৰ ওচৰতে বহিলো। ভাল হোৱাৰ পিচত আমি তাক বহুত কিবাকিবি সুধিছিলো। সি একো ক'ব নোৱাৰিলে। মানুহে কয় ইয়াক মাৰি পেলোৱা বেমাৰ বুলি। কিন্তু ডাক্তৰৰ ভাষাত ইয়াৰ নাম এপিলেপ্‌চি। টেষ্ট পৰীক্ষাত এই বেমাৰৰ পৰা উঠি সি অংকত আশীতকৈও বেছি পোৱাত আমি আচৰিত হৈছিলো। আমি তাতোকৈ আচৰিত হৈছিলো যেতিয়া সি তিনিটাত 'লেটাৰ' লৈ মেট্ৰিক পাছ কৰিছিল। ইফালে মই কোনোমতে ঠেলি হেচি পাছ কৰিছিলো। দেউতা আছিল আমি পঢ়া স্কুলখনৰ ইংৰাজীৰ শিক্ষক। ৰিজাল্ট দিবৰ দিনা দেউতাই মোক বেধুম গালি পাৰিছিল। পিচে দেউতাৰ গালিয়ে মোক অলপো বিচলিত কৰা নাছিল। কাৰণ মইহে জানো মোৰ ক্ষমতা কিমান। সেয়ে আৰু তাক খাটি-খুটি কেৰাণীৰ চাকৰি এটাত সোমালো। চাৰ্টিফিকেটত বয়স কম আছিল কাৰণে দুষ্ট বুদ্ধি কৰি বয়সটো বঢ়াই ললো। তেতিয়া চাকৰি পোৱাত বৰ বেছি অসুবিধা নাছিল। দেউতাই এই বিষয়ত বৰ বেছি নামাতিলে। বোধহয় একমাত্ৰ পুত্ৰ সন্তানৰ মতি-গতি দেখি চাকৰিত সোমোৱা কাৰণে ভালেই

পালে।

তেতিয়া জাহ্নবী পঞ্চম শ্ৰেণীত। জাহ্নবী পঢ়াত ভাল কাৰণে মা-দেউতাই তাইৰ প্ৰতি বেছি যত্ন লয়। মই কথাটো বুজিছিলো। তথাপিতো মোৰ বৰ বেছি প্ৰতিক্ৰিয়া নহৈছিল। কিয় নাজানো।

এদিন মৃগাংক আহি আমাৰ ঘৰত উপস্থিত। তেতিয়া সি কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়ি আছে। মই অলপ আচৰিত হৈছিলো কাৰণ, সি ইয়াৰ আগত আমাৰ ঘৰলৈ অহা মোৰ মনত নপৰে। মৃগাংকহঁতৰ ষ্টেটাচ আমাৰ লগত কোনোপধ্যে তুলনা কৰিব নোৱাৰি। সিহঁতৰ চহৰত তিনি চাৰি ঠাইত মাটি আৰু প্ৰত্যেক ঠাইতে একোটা দালান আছে। এঠাইত এটা ডাঙৰ কোম্পানীক ভাৰা দিছে। চাৰিমহলীয়া ঘৰ।

সি মোক এফলীয়াকৈ মাতি নি ক'লে,

ঃ পল্লৱ! মই মোৰ বেমাৰটোৰ কাৰণে বৰ বিপদত পৰিছো অ'। তই মোক সহায় কৰিব লাগে।

মই মৃগাংকৰ মুখলৈ চালো। এক করুণ আৰু বেদনা গধুৰ মুখমণ্ডল।

ঃ কি বিপদ হৈছে তোৰ? পাৰিলে কিয় সহায় নকৰিম?

ঃ হেৰি অ' পল্লৱ। ডাক্তৰবিলাকে মোক এনে কিছুমান কথা সোধে যিবিলাক ক'বলৈ লাজ লাগে।

ঃ কেনেকুৱা কথা?

ঃ মোৰ কিবা বেয়া অভ্যাস আছে নেকি? আছে যদি কি কি? এইবিলাক আকৌ কিয় দৰকাৰ?

ঃ ৰহ। তোৰ বেমাৰটো বেলেগ ধৰণৰ। এইবিলাক কথা ডাক্তৰে জানিব লাগিব পাৰে।

ঃ তই জানই দেখোন মই অলপ অচৰপ মদ খাওঁ। আমি আহোম মানুহ। আমাৰ সৰুৰেপৰা অভ্যাস। আৰু এটা অভ্যাস আছে, সেইটো ক'ব নোৱাৰি।

ঃ মোৰ আগত ক'বলৈ তোৰ কি লাজ লাগে অ'?

ঃ নহয় মানে সেইটো অভ্যাস তোৰো আছে।

ঃ মোৰো আছে?

ঃ আছেতো। সকলো ল'ৰা মানুহৰে থাকে।

ঃ অ' বুজিছো।

ঃ তই ডাক্তৰৰ ওচৰলৈ যাব পাৰিবি নেকি? মোৰ কথাখিনি তয়েই কবি।

ঃ অ'। হয়তো। মই ভবাই নাছিলো।

ইতিমধ্যে জাহ্নবীয়ে দুকাপ চাহ আৰু চুঙা পিঠা আনি আমাৰ আগত দিলে। মই মৃগাংকক সুধিলো,

ঃ তোৰ এইবোৰ খোৱাৰ অভ্যাস আছে নে নাই? খাই চাচোন কেনে লাগে।

সি পিঠাত কামোৰ মাৰিলে আৰু চোবাই চোবাই মোক ক'লে,

ঃ বৰ ভাল লাগিছে পল্লৱ। আমাৰ ঘৰত এইবোৰ নাই পিছে। পোলাও, মোগলাই পৰঠা,

চাউ চাউ, কেক, অমলেট ইত্যাদি।

ঃ হেৰি অ' মৃগাংক। তোক এটা অনুৰোধ কৰো। তই মাজে মাজে জাহ্নবীক দুই এটা অংক শিকাই দিব নোৱাৰ নে? তাই কেতিয়াবা কেতিয়াবা মোৰ ওচৰলৈ আহে। মই পিচে সেই অংকবিলাকৰ একো ভু-ভা নাপাওঁ।

মৃগাংকই একো ওঁ আঁ নকৰাকৈ ওলাই গ'ল। মই ভাবিলো সি মোৰ প্ৰস্তাৱটো শুনি ভাল পোৱা নাই। কিন্তু সি মোক আচৰিত কৰি এদিন আমাৰ ঘৰত উপস্থিত। সিদিনাখনৰ পৰাই সি জাহ্নবীক অংক শিকাইছিল কেবাদিনো। এদিন সি অংক শিকাই থাকোতে তাৰ বেমাৰটো উঠিল। জাহ্নবীয়ে ভয় খাই দৌৰ মাৰিলে। সিদিনাৰ পৰাই মৃগাংকই অহা বাদ দিলে।

মৃগাংকই এদিন মোক ৰাস্তাত লগ পাই ক'লে,

ঃ মোৰ বেমাৰটো লৈ মই ক'তো যাব নোখোজো পল্লৱ। মা-দেউতাই মোক অকলে থকাটো পছন্দ নকৰে। তাতে মই একমাত্ৰ সন্তান।

বহু চিকিৎসা কৰাৰ পিচতো মৃগাংকৰ অসুখটো ভাল নহ'ল। ঔষধ খাই থাকিলে ভালে থাকে, এৰিলেই উক্ দিয়ে। তাৰ পিছত মৃগাংকৰ লগত যোগাযোগ প্ৰায় বন্ধ হোৱাৰ দৰেই হ'ল। কেতিয়াবা কেতিয়াবা ৰাস্তাই ঘাটে লগ পালে খবৰ বাতৰি সোধো। বচ ইমানেই। মইও চাকৰিত নিমজ্জিত হ'লো। বিয়া বাৰু কৰালো।

যেতিয়া জাহ্নবীৰ বিয়াৰ সময় হ'ল তেতিয়াহে আমি সমস্যাত পৰিলো। আমি মানে আচলতে মই সমস্যাত পৰিলো কাৰণ মা ইতিমধ্যে বেমাৰৰ লগত যুঁজি যুজি হাড়ে-চালে লাগিছে আৰু জাহ্নবীৰ বিয়া সম্পৰ্কত কিবা যে ভূমিকা লব পাৰিব মোৰ সন্দেহ। জাহ্নবী ডাক্তৰণী কাৰণে বহুতো ভাল ভাল ল'ৰা আহিল। জাহ্নবীৰ মাৰ্জিত ৰুচিবোধ সুন্দৰ চেহেৰা জীৱনৰ প্ৰতি দৃষ্টিভংগী দায়িত্ববোধ আদি দেখি প্ৰায়বিলাক ল'ৰাই জাহ্নবীক পছন্দ কৰে আৰু দুই এদিনতে খবৰ দিব বুলি কৈ পিছত কিন্তু কোনো খবৰ নিদিয়ে। মই প্ৰথমতে ৰহস্যটো বুজা নাছিলো। এনেকৈ দুই বছৰমান যোৱাৰ পিছত ৰহস্যটো উদ্‌ঘাটন হ'ল।

এদিন জাহ্নবীয়ে মোক এখন চিঠি দেখুৱালে। চিঠিখন জাহ্নবীক চাবলৈ অহা এজন ডাক্তৰৰ পৰা আহিছে। ঘৰ যোৰহাটত। যেতিয়া জাহ্নবী এম্ বি বি এচত ভৰ্তি হৈছিল তেতিয়া তেওঁ এম্ বি বি এচ্ পাছ কৰি হাউচ চাৰ্জন হৈ আছিল জাহ্নবীহঁতৰ কলেজত। সেইফালৰ পৰা জাহ্নবীৰ কিছু চিনাকিও।

চিঠিখন মই পঢ়ি চালো।

জাহ্নবী, চিঠিখন তোমালৈ দি বিবেকৰ দংশনত ভুগি আছো যদিও বাস্তৱতাক এৰাই যাব নোৱাৰিলো। ইউ নো দি প্ৰচেচ অব মিওচিচ এণ্ড হাও দি ক্ৰচিং অভাৰ অব পেৰেন্‌টেল জিন্‌চ আৰ্ ৰেচ্‌পন্সিবোল ফ'ৰ হেৰিদিটাৰী ট্ৰেইটচ্। তদুপৰি তুমি জানা যে মেণ্ডেলিয়ান তত্বমতে বংশগতিৰ ধাৰা কিদৰে এক পুৰুষৰ পৰা আন পুৰুষলৈ প্ৰবাহিত হয়। তোমাক জীৱনসংগী কৰি লোৱাৰ সিদ্ধান্ত কৰিও থমকি ৰলো কেৱল তোমাৰ মাৰ বেমাৰৰ কথা শুনি। এনে জিন প্ৰবাহক বাধা দিয়াৰ ক্ষেত্ৰত

মেডিকেল চায়েন্স পুতৌ লগাকৈ অক্ষম। অনিচ্ছাকৃতভাৱে তোমাক আঘাত দিয়াৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে এৰিলো।

আৰু কিবাকিবি লিখিছিল। মই খঙতে উত্তেজিত হৈ পৰিলো। মাক-দেউতাকৰ এনে বেমাৰ থাকিলে কোনোবাই সিহঁতক ছোৱালী নিদিবনেকি? নে সিহঁতে বিয়াই নকৰাব?

তাৰপিছত জাহ্নবীয়ে মোক সতৰ্ক কৰি ক'লে,

ঃ দাদা। মোৰ কাৰণে তই ব্যতিব্যস্ত হ'ব নালাগে। ভৱিষ্যতে কোনো ল'ৰাকে আমাৰ ঘৰলৈ নানিবি।

ঃ সেইবুলি জাহ্নবী তোৰ বিয়া নহব নেকি?

ঃ সেইটো পিছৰ কথা। এনেকৈ মোৰ জীৱনক লৈ খেলা কৰাৰ কাৰো অধিকাৰ নাই।

জাহ্নবীৰ কথাযাৰে মোকো আঘাত কৰিলে। ইয়াৰ পিছৰপৰা মই নিঃশ্চুপ হৈ গ'লো কাৰণ জাহ্নবীয়ে কথা ক'লে এবাৰেই কয়। সি অলৰ অচৰ। কথা আৰু কামত জাহ্নবী অকল্পনীয়ভাৱে দৃঢ়। মোৰ দৰে লেহুকা আৰু সুবিধাবাদী নহয়। আজিকালিৰ প্ৰাপ্তবয়স্কা ছোৱালী। নিছে নিজৰ গতিপথ ঠিক কৰি লব পাৰিব। মই মাত্ৰ ককায়েকৰ দায়িত্বহে পালন কৰিব খুজিছিলো।

শনিবাৰ। অফিচৰপৰা চাইকেলেৰে ঘৰলৈ আহিছো। হঠাতে মাৰুতি এখন মোৰ কাষতে বৈ গ'ল। মই উভতি চাই দেখিলো গাড়ীৰ ভিতৰত মৃগাংক। সি মোক মতাত মই তাৰ ওচৰলৈ গ'লো। সি ক'লে,

ঃ কি পল্লব? তোক নেদেখাই হ'লো। মোৰ ঘৰলৈ বল। তোৰ লগত কথা আছে।

ঃ ইয়াতে ক। চাইকেলত দেখিছ নে নাই মোনাটো। সমস্ত বজাৰ ইয়াত আছে। তোৰ তালৈ গৈ ৰাতি কৰিলে মোৰ তিৰীৰ গালি তই খাবি নে মই খাম?

ঃ নহয় পল্লব জৰুৰী কথা আছে।

তাৰ গহীন আৰু অল্পভাষা দেখি মই কথাটোৰ গুৰুত্ব বুজি যাবলৈ মান্তি হ'লো। চাইকেলখন ওচৰৰ দোকান এখনত থৈ তাৰ গাড়ীত উঠিলো। সি নিজে গাড়ী চলালে।

ঃ তই নিজে চলাইছ? ড্ৰাইভাৰ এজন ৰাখিব নোৱাৰ? পইচাবিলাক কি কৰিবি তই?

ঃ মই চলালে কি হয়? নিজৰ বান্দৰ নিজেহে ভালকৈ নচুৱাব পাৰে।

ঃ তই বুজিও নুবুজা হৈছ মৃগাংক। গাড়ী চলাই থাকোতে যদি তোৰ বেমাৰটো উঠে?

সি হঠাতে হো হোৱাই হাঁহি দি ক'লে—

ঃতোৰ ভয় সেইটোহে। এদিন তয়ো মৰিবি, ময়ো মৰিম। কেৱল সময়ৰ ইফাল সিফাল। সেইটোহে পাৰ্থক্য ।

তাৰ মুখৰপৰা মদৰ এটা মৃদু গন্ধ ভাঁহি আহিল।

ঃ তোৰ যদি এইটোৱেই জীৱন দৰ্শন তেন্তে ইমানবোৰ টকা-পইচা মাটি-বাৰী কৰি কি লাভ। বাদ দে এইবোৰ।

ঃ কিন্তু থকা কেইদিন খাম কি? আৰু শুন। মোৰ এতিয়া বেমাৰ নাই। বৰ সোনকালে নহয়ও।

ডাক্তৰে ঔষধৰ ড'জ বঢ়াই গৈ আছে আৰু বেমাৰটোৱে প্ৰতিবাদ কৰি কৰি পিছুৱাই গৈ আছে। এটা সময়ত ড'জৰ সীমাও শেষ হ'ব আৰু মইও জঠৰ হৈ পৰি থাকিম। তাৰ পিছত সকলো সমস্যাৰ অন্ত পৰিব।

মৃগাংকই গাড়ীখন তাৰ ঘৰৰ সন্মুখত ৰখালে। সি মোক তাৰ একেবাৰে শোৱা কোঠালৈ লৈ গ'ল। ৰান্ধনি ল'ৰাটোক চাহ জলপানৰ ব্যৱস্থা কৰিবলৈ আদেশ দি সি মোৰ ওচৰত বহিল। তাৰ সেই বৃহৎ ঘৰটোৰ একেবাৰে তলৰ মহলাত সি থাকে। লগত কেৱল ৰান্ধনি ল'ৰাটো। মাক-দেউতাক মৰাৰ বোধহয় চাৰি-পাঁচ বছৰমান হ'ল। কোনো মাইকী মানুহৰ সুক্ষ্ম হাতৰ পৰশ নাই যদিও তাৰ কোঠালীটো সুন্দৰকৈ সজোৱা। ভায়'লিনখন বিছনাৰ ওপৰত। মই তাক সুধিলো–

ঃ তই এতিয়াও ভায়'লিন চৰ্চা কৰ নেকি?

ঃ সেইখন নহ'লে মই কেতিয়াবাই মৰিলোহেঁতেন। কি জান? মই যেতিয়া ভায়'লিনত কনচেণ্ট্ৰেচন দিওঁ তেতিয়া মই নিজকে এজন সুস্থ মানুহ যেন অনুভৱ কৰো। তেতিয়া মোক বেমাৰটোৱে অলপো দিগদাৰ নকৰে।

ইতিমধ্যে আমি চাহ জলপান খালো। সি চকীখন মোৰ ওচৰলৈ আনি বহিল।

ঃ শুন পল্লব। যোৱা সোমবাৰে জাহ্নৱী মোৰ ওচৰলৈ আহিছিল।

ঃ জাহ্নৱী আহিছিল?

ঃ তই আচৰিত হৈছ? তোক এই বিষয়ে জাহ্নৱীয়ে একো কোৱা নাই?

ঃ নাইতো।

ঃ বোধহয় পৰহিলৈ ক'ব। কাৰণ মোৰ পৰা অহাকালি হা-না কোনো উত্তৰ পালেহে তোক ক'ব।

ঃ মানে মৃগাংক তই কি কৈছ এইবোৰ?

ঃসেই কাৰণেই তোক লৈ আহিছো। আচলতে মই তোৰ ঘৰলৈকে যাম বুলি গাড়ী ঘুৰাইছিলো। কাৰণ কিবা এটা কোৱাৰ আগতে তোৰ লগত আলোচনা কৰা ভাল। শুন। জাহ্নৱীয়ে প্ৰস্তাৱ আগবঢ়াইছে তেওঁ হেনো মোৰ জীৱনসংগী হ'ব বিচাৰে। মই তেওঁৰ স্পষ্টবাদিতা আৰু সাহস দেখি পুলকিত হৈছিলো।

ঃ মৃগাংক। জাহ্নৱীয়ে তোৰ সম্পৰ্কে সকলো কথা জানে নে নাই?

ঃ জানি শুনিয়েইতো তেওঁ মোৰ ওচৰলৈ আহিছিল। মই কি কৈছিলো জান? শুনা জাহ্নৱী তুমি ডাক্তৰ আৰুময়ো বায়কেমিষ্ট্ৰিৰ মানুহ। সেয়ে এইটো আমাৰ অবিদিত নহয় যে কেতিয়াবা যদি মই পিতৃ হওঁ সেই সন্তান সুস্থ আৰু নিৰোগী হোৱাৰ সম্ভাৱনা কম। কিছুমান ৰুগীয়া মানুহেৰে মানব সমাজখনক ভাৰাক্ৰান্ত কৰাৰ প্ৰতি মই আগ্ৰহী নহয়। সমাজখনক পংগু কৰাৰ মই পক্ষপাতী নহয়। গতিকে তুমি মোৰ আজীৱন সংগী হৈ আহিলে মোৰ যিমান উপকাৰ কৰা হ'ব সিমানেই তোমাৰ অপকাৰ হ'ব। গতিকে ভাবিচিন্তি সিদ্ধান্ত লবা। তোমাৰ এই মহানুভৱতা আৰু উদাৰতা দেখি মই সঁচাকৈয়ে বিস্মিত আৰু আপ্লুত। মই কেতিয়াবাই সিদ্ধান্তত উপনীত হৈছো — আই ওৱাণ্ট টু ৰিমেইন

এল'ন এণ্ড টু এন্‌জয় দি বিউটি অব দি ইউনিভাৰ্চ, এল'ন।

ঃ ময়ো মাতৃত্বৰ গৰ্বেৰে গৰ্বিতা হ'ব নিবিচাৰো। কাৰোবাৰ পাৰ্টনাৰ হ'লেই যে মাতৃ হ'ব লাগিব তাৰ অৰ্থ নাই।

ঃ কিন্তু তুমি মোৰ ওচৰলৈ আহিলা কিয় জাহ্নবী? তুমি যে মোৰ লগত সদায় নিকাৰ ভুঞ্জিব লাগিব। দৈহিকভাৱে মই যে নিঃকিন, মই যে দৰিদ্ৰ।

ঃ কিছুমান কথাৰ উত্তৰ নাই, যুক্তি অবান্তৰ।

ঃ কিন্তু তোমাৰ এই দৃঢ়তা কিয় আহিল জাহ্নবী? তুমিতো প্ৰকৃতি, সৃষ্টিৰ মহিমাৰে মহিমামণ্ডিত কৰিব খোজা তোমালোকে?

ঃ চাওঁক। দাদা আৰু মই একেজনী মাতৃৰে সন্তান। দাদাই যেতিয়া বিয়াৰ প্ৰস্তাৱ দিলে তেতিয়া জাকে জাকে মানুহ আমাৰ ঘৰলৈ আহিছিল সিহ'তৰ জীয়েক, ভনীয়েক, বায়েক, ভতিজা-ভাগিনীয়েকক গতাবলৈ। অথচ মোৰ বেলিকা? মোৰতো কোনো ক্ষত নাই, বেমাৰ নাই, মোৰ চৰিত্ৰত কলংক নাই, মইতো কুৎসিত নহয়। সকলোৱে মুখ কোচাই আঁতৰি যায় কিয়? এই পক্ষপাতিত্ব কিয়? ল'ৰা ভালেই হওঁক বা চৰিত্ৰহীন আৰু বেমাৰীয়েই হওঁক তেনে ল'ৰাৰ ওচৰত ছোৱালী গতাই দায়িত্ব এৰাব পাৰিলেই ৰক্ষা পৰে। এনে বৈষম্যৰ প্ৰত্যাহ্বান জনাই মই আপোনাৰ ওচৰলৈ আহিছো। মোক নিৰাশ নকৰিব।

শেষৰফালে জাহ্নবীয়ে আবেগত ঘন ঘন উশাহ-নিশাহ লৈছিল। তেতিয়া জাহ্নবীক মোৰ নিজৰ ভনী যেন লাগিছিল। মই জাহ্নবীক কৈছিলো–

ঃ মোক বহুতে ছোৱালী যাচিবলৈ আহি পিচুৱাই গৈছে। অভিভাৱকে দিবলৈ ইচ্ছা কৰিলেও ছোৱালীয়ে নিজেই প্ৰতিবাদ কৰিছে। সঁচাকৈয়ে কোনজনী ছোৱালীযেনো মোৰ দৰে বেমাৰী এজনৰ লগত জীৱনব্যাপী কষ্ট খাবলৈ আহিব? গতিকে তুমি এবাৰ তোমাৰ মা আৰু দাদাক কথাটো সুধি চাবা। মোৰ সিদ্ধান্ত মই অহা ৰবিবাৰে কম, আৰু শুনা। তুমি তোমাৰ অন্তৰাত্মাক আকৌ এবাৰ নিচেই ওচৰৰপৰা সুধি চাবা– 'এইজন মানুহৰ লগত সুখী হ'ব পাৰিম নে, মোক সঁচাকৈয়ে সন্তান নালাগেনে?'

শুন পল্লব। আজি হয়তো তইঁতক জাহ্নবীয়ে সুধিব পাৰে। ভাবি-চিন্তি সিদ্ধান্ত লবি। মোৰ কোনো নাই। মোৰ সিদ্ধান্ত ময়েই লব পাৰিম। মনত ৰাখিবি জাহ্নবী তোৰ অকল ভনীযেই নহয় এজনী দৃঢ়মনা আৰু প্ৰতিবাদী ডাক্তৰণীও।

ঃ কালিলৈ ৰ'ব নালাগে মৃগাংক। আজিয়েই শুন। আমাৰ সন্মতি আছে। মাই তোক জোঁৱাই হিচাপে পালে বৰ সুখ পাব। তদুপৰি জাহ্নবীৰ সিদ্ধান্তৰ ওপৰত মতামত দিব পৰা ক্ষমতা আমাৰ নাই মৃগাংক। আমাৰ দৰে এনে দৰিদ্ৰ পৰিয়ালত যে এনে এজনী সুন্দৰী, দৃঢ়মনা, সংযমী ছোৱালী গঢ় লব পাৰে ভাবিবই নোৱাৰো। মৃগাংকৰ ঘৰৰ পৰা ওলাই আহিহে উপলব্ধি কৰিলো পঞ্চমমান শ্ৰেণীতেই হয়তো জাহ্নবীৰ হৃদয়ৰ নিভৃত কোণত মৃগাংকৰ প্ৰতি এক অজানিত মোহে খিতাপি লৈছিল।

সময়ত জাহ্নবী আৰু মগাংকৰ বিয়া সম্পন্ন হৈ গ'ল। আমি খুব আনন্দৰে মৃগাংকক গ্ৰহণ কৰিলো।

মই মোৰ কামত ব্যস্ত হৈ পৰিলো আৰু সিহঁতো সিহঁতৰ যুগ্ম জীৱনত ব্যস্ত হৈ পৰিল। ইতিমধ্যে মাই ইহসংসাৰ ত্যাগ কৰিলে।

*এদিন মৃগাংকই ফোনত মোক ক'লে,*

: পল্লৱ আজি আবেলি আমাৰ ঘৰলৈ আহিবিচোন। তোক এটা বস্তু দেখুৱাম।

মই গ'লো অফিচ ছুটিৰ পিছত। গৈয়েই তাক ক'লো- কি বস্তু আনিছ। দেখুৱাব। সোনকালে যাব লাগে। সিফালে ঘৰত বা কি নাই?

মৃগাংকই জাহ্নবীক চিঞৰি চিঞৰি ক'লে-

: তোমাৰ দাদা আহিছে জাহ্নবী। চেনি নিদিয়া চাহেই খাই নে মই খোৱা বিধকে ধৰে?

: তই এতিয়াও ফটুৱা হৈ আছ। তই আগৰ স্বভাৱ এৰিব পৰা নাই নহয়?

: হৈছে হৈছে। তোৰ পাণ্ডিত্যৰে মোক জ্ঞান দিব নালাগে। শুন। তোক এটা সাধুকথা কওঁ।

: ধেৎ তোৰ সাধুকথা শুনিবলৈ আহিছো নেকি? আগতে বস্তুটো কি ক।

: তাকেতো ক'ব খুজিছো। যোৱাৰাতি মেডিকেল কলেজত জাহ্নবীয়ে এটা ডেলিভাৰী কেচ কৰিছিল। সামান্য চিজাৰিণ অপাৰেচন। কোনোবা এখন দূৰৈৰ গাঁৱৰ পৰা আহিছিল মানুহগৰাকী। লগত মাক-দেউতাক। গিৰিয়েক অহা নাছিল। গিৰিয়েকে ডিব্ৰুগড় নে ক'ত চাকৰি কৰে। গতিকে দুই এদিন পিচতহে আহি পাব। সিহঁতৰ পিন্ধন-উৰণত জাহ্নবীয়ে অনুমান কৰিছিল সিহঁত অতি দুখীয়া মানুহ। মানুহজনীৰ বয়স হয় যদি খুব বেছি সোতৰ-ওঠৰ। মেট্ৰিক হেনো ভালকৈ পাছ কৰিছিল, ভাল ল'ৰা পাই বিয়া দি দিলে। ৰাতি দহবজাত এটি শিশুৰ জন্ম হ'ল।

: এইটো কিবা অস্বাভাৱিক কথা হ'ল নেকি?

: ৰহচোন। শুনি যা। আজি ৰাতিপুৱা মেডিকেল কলেজলৈ গৈ জাহ্নবী আচৰিত। চিটত মানুহজনী নাই। ইতিমধ্যে মেডিকেলত হুলস্থূল লাগিছে। চাৰিওফালে বিচাৰ-খোচাৰ কৰিও মানুহজনী উলিয়াব নোৱাৰিলে। মাক-বাপেক হালো নাই।

: তাৰমানে সিহঁত পলাল। হয়তো দিবলগীয়া পইচাখিনি দিব নোৱাৰাৰ কাৰণে পলাল।

: অৰ্থাৎ তই এতিয়াও আগৰ সেই পল্লৱ গাধ হৈয়েই আছ।

: মানে?

: শিশুটিক সিহঁতে লৈ যোৱা নাই। শিশুটোৰ পিঠিৰ তলত এটুকুৰা কাগজ। হেঁ। চা কাগজখন।

মই পঢ়ি চালো।

"পৰিচয়হীন মোৰ সৃষ্টিক নিয়তিৰ হাতত অৰ্পণ কৰিলো। ৰেখা।"

: তাৰমানে শিশুটো জাৰজ?

: নিশ্চয়। আচলতে তাইৰ বিয়া হোৱাই নাছিল। যি ঠিকনা দিছে সেইটোও হয়তো মিছা। মাক-দেউতাকে মানুহৰ আগত মুখ উলিয়াব নোৱাৰিব বুলি ভাবিয়েই এই কামটো কৰিলে।

: দেখিলি মৃগাংক মানুহৰ দৰিদ্ৰতা কি এক ভয়ানক অভিশাপ হৈ দেখা দিয়ে। কোনোবা ধনুৱাই সিহঁতৰ দৰিদ্ৰতাৰ সুযোগ লৈ ছোৱালীজনীক অনিষ্ট কৰি পলাল।

ঃ আহচোন পল্লৱ মোৰ লগত।

সি মোক সিহঁতৰ শোৱা কোঠালৈ লৈ গৈ দেখুৱালে বস্তুটো। জাহ্নবীৰ বিছনাত এটা শিশু। টোপনিত পৰি আছে।

ঃ কি দেখিছ? আচৰিত হৈছ নহয়। জাহ্নবীয়ে আজি ৰাতিপুৱা লৈ আহিছে। এইটোৱেই সেই শিশুটো।

ঃ জাহ্নবীয়ে এইবোৰ কি কৰিছে?

ঃ কিয় কিবা বেয়া কাম কৰিলে নেকি? পৰিচয়হীন হোৱাতকৈ পৰিচয় থকা জানো বেয়া?

ঃ মই তহঁতৰ কথাবিলাক বুজি নাপাওঁ মৃগাংক। এসময়ত তহঁতে নিঃসন্তান হৈ থাকিম বুলি বিয়া কৰালি আৰু এতিয়া আনৰ সন্তান পালন কৰিবলৈ আনিছ। কোনোবা বেলেগ দম্পতীয়েতো নিব পাৰিলেহেঁতেন। তহঁতৰ নিজৰ সকলো সম্ভাৰ থাকোঁতে আনৰপৰা ধাৰ কৰিব লাগে কিয়?

ঃ তই ঠিকেই কৈছ পল্লৱ। আমাৰ এতিয়া সময় উকলি গৈছে।

ঃ ওহো মই কেতিয়াও মানি নলওঁ। আজিকালি পঞ্চলিশ বছৰ বয়সত বহুতো ল'ৰাৰ বিয়া হয়।

ঃ নহয় পল্লৱ। মই জাহ্নবীৰ ফালৰ পৰা কৈছো। জাহ্নবীৰ বয়স এতিয়া চল্লিশ। কি জান? মাইকী মানুহৰ প্ৰথম সন্তান ত্ৰিশ বছৰ আগতে হ'ব লাগে। ন'হলে তাৰ পিছত সন্তান ধাৰণ কৰিলে সাধাৰণতে গৰ্ভপাত হয়। ত্ৰিশ বছৰৰ পিছত মানুহৰ পেলভিচ (Pelvis) টান আৰু স্থিৰ হৈ পৰাৰ ফলত সম্প্ৰসাৰণ প্ৰায় বন্ধ হয়। এইবোৰ জাহ্নবীয়ে মোক কোৱা কথা।

অৱশ্যে মই লক্ষ্য কৰিছো জাহ্নবীক মাতৃ হোৱাৰ বাসনাই এতিয়াও আমনি কৰে। কিছুমান সৰু সৰু কথাৰ দ্বাৰাই মই বুজি পাওঁ। কিন্তু সময়ে যেতিয়া জাহ্নবীক ঠগালে বা জাহ্নবী নিজেই নিজৰ ওপৰত প্ৰতিশোধ ললে তাৰ পিছত আৰু ভাবি লাভ নাই। জান পল্লৱ। এই শিশুটো অনা কাৰণে মই বৰ ভাল পাইছো। আজি গোটেই দিনটো জাহ্নবীৰ বৰ স্ফূৰ্তি। এনে সুখ বোধহয় জাহ্নবীয়ে কেতিয়াও পোৱা নাছিল।

এনেতে জাহ্নবীয়ে ৰান্ধনী ঘৰৰ পৰা মাত লগালে--

ঃ মৃগাংক। দাদাক লৈ আহা ইয়ালৈ।

মৃগাংকেই মোক কাণে কাণে ফুচফুচাই ক'লে—

ঃজাহ্নবীয়ে পৰাপক্ষত মোৰ নাম ধৰি নামাতে। যিদিনাখন স্ফূৰ্তি লাগে সিদিনাহে মাতে। বুজিলি? ব'ল এতিয়া। কিবা এটা খাই লওঁ।

মই অনুমান কৰিলো জাহ্নবীয়ে আমাৰ সকলো কথোপকথন শুনি আছে যদিও আমাৰ লগত কথাৰ ভাগ লোৱা নাই।

মৃগাংকৰ চিঠিখন আকৌ এবাৰ পঢ়ি চালো।

পল্লৱ! তইতো জানই জাহ্নবীৰ দুখৰ কথা। আমাৰ মৰমৰ তোলনীয়া সন্তান মৃগজানুৱে আজি এমাহ মান আগতে হঠাৎ জ্বৰ উঠি আমাক এৰি গৈছে। আমি কি জ্বৰ হৈছিল ধৰিবই নোৱাৰিলো।

বোধহয় এন্‌কেফেলাইটিজ। আজি আঠবছৰে জাহ্নবীয়ে মাকৰ মৰমেৰে কম কষ্ট কৰি ডাঙৰ কৰা নাছিল। গাখীৰত কপাহ তিয়াই তিয়াই চুহিবলৈ দি অশেষ কষ্ট কৰি ডাঙৰ কৰা মৃগজানুৱে এসময়ত সুন্দৰ ড্ৰেচ পৰিধান কৰি স্কুললৈ গৈছিল। জাহ্নবীয়ে সদায় গাড়ীৰে তাক স্কুললৈ লৈ গৈছিল আৰু মই লৈ আহিছিলো।

জাহ্নবীয়ে এই শূন্যতা সহ্য কৰিব পৰা নাই। মোৰ আগত দৃঢ়তা দেখুৱায় যদিও মোৰ অলক্ষিতে কিন্তু চকুপানী টুকি থাকে।

আজি কেইদিনমান আগতে জাহ্নবীয়ে মোক কি কৈছিল জান?

ঃ মৃগাংক। আমি ভুল কৰিলো নেকি? মই তোমাৰ লগত থকা দিন ধৰিতো তোমাৰ অসুখটো নাই। মোৰোতো তেনে কোনো অসুখেই নাই।

ঃ এতিয়া সেইবোৰ যাবলৈ দিয়া জাহ্নবী। আমাৰ সময় উকলি গৈছে।

ঃ নহয় মৃগাংক! কেতিয়াবা কেতিয়াবা মেডিকেল চায়েন্সৰ দৰ্শনৰ সম্পূৰ্ণ ওলোটা ঘটনা ঘটে।

ঃ তুমি ব্যতিক্ৰম ঘটনাক জেনেৰেলাইজ কৰিব খুজিছা কিয়? ইউ আৰ নিয়াৰিং ফিফ্‌টি। ফল বিচাৰোতে যদি গছডালে মৰি যায় তেতিয়া মই কাক লৈ জীয়াই থাকিম?

ঃ নহয় মানে কেতিয়াবা কেতিয়াবা মোৰ এনেকুৱা ভাব হয়।

এই বুলি জাহ্নবীয়ে সৰু ছোৱালীৰ দৰে মোৰ কোলাত বহি লৈ মোৰ গালে মুখে চুমা খাই ক'লে,

ঃ নালাগে দিয়া এই জীৱনটোৱে ভাল। কবিতাফাঁকি চোৱাচোন বেৰত কেনেকৈ ট টকৈ জিলিকি আছে—

কোন কাৰ জগতৰ
কোন কাৰ মৰমৰ
চকুৰ চিনাকি দুদিনৰ

মই জাহ্নবীৰ গলধনত পৰি থকা কিচ্‌কিচ্‌ কৰে ক'লা কেঁকোৰা কেকুৰি চুলিকেইডাল লাৰি লাৰি ক'লো,

ঃ তুমি আজিকালি বৰ দাৰ্শনিক কথাবোৰ ভাবিবলৈ লৈছা। সংসাৰত মই আৰু তুমি। তুমি আৰু মই। আমাক আৰু একো নালাগে।

বুইছ পল্লৱ! মৃগজানু মৰাৰ পিছৰে পৰা জাহ্নবীয়ে এনে সংগতিহীন কথাবোৰ কবলৈ ধৰিছে। ডাক্তৰণী হৈও জাহ্নবীয়ে এতিয়া সাধাৰণ মাইকী মানুহৰ দৰে আচৰণ কৰে।

জান পল্লৱ! জাহ্নবী মোৰ লগত থকাৰে পৰা মই মোৰ বেমাৰৰ পৰা মুক্তি পাইছো। কিয় নাজানো। স্বৰীৰ্য্যস্খলনৰ মাত্ৰাধিক্যৰ কাৰণেই বোধহয় মোৰ বেমাৰটো হৈছিল। তোৰ বোধহয় মনত আছে মোক ডাক্তৰে সোধা কথাবিলাক? সেয়ে বহুতে কয় ল'ৰা মানুহৰ কিছুমান বেমাৰৰ বিয়া

কৰোবাটোৱেই একমাত্ৰ ঔষধ। কিন্তু মই ভাল হ'লে কি হ'ব? ইফালে জাহ্নবী বেমাৰত পৰিছে। আজি চাৰিদিন হ'ল হঠাৎ জাহ্নবী দাঁত-মুখ চেপি পৰি গ'ল। দাঁত দুপাৰিৰ মাজত চামুচ সুমুৱাইহে মুখখন মেলিব পাৰিছিলো। ডাক্তৰে কৈছে জাহ্নবী হেনো হিষ্টিৰিয়াত ভুগিছে। কোনো বিশেষ ধৰণৰ মানসিক অবদমনৰ ফলত হেনো হিষ্টিৰিয়া হ'ব পাৰে। ডাক্তৰৰ কথা। এতিয়াও সুস্থ হৈ উঠা নাই। মই যিটো বুজিছো জাহ্নবীৰ এইটো বংশগত বেমাৰ নহয় কাৰণ তোৰ মাৰ এপিলেপ্‌চিহে আছিল ঠিক মোৰ দৰে।

এবাৰ আহি যাবি। তোক ওচৰত পালে জাহ্নবীয়ে ভাল পাব।

জান পম্মৰ। মই এতিয়াহে খুব অকলশৰীয়া অনুভৱ কৰিছো। হয়তো মই আকৌ বেমাৰত পৰিম।। ✱✱

# বিদেশী বন্ধু

এলাহাবাদলৈ এটা বিশেষ ট্ৰেইনিঙৰ কাৰণে যাবলগীয়া হোৱাত ভাটিবেলাতে ভাত-পানী খাই গুৱাহাটী ৰেলৱে ষ্টেচনলৈ গ'লো। ষ্টেচন লোকে লোকাৰণ্য। এয়াৰ কণ্ডিচনড্‌ ডবাটোৰ ভিতৰলৈ সোমাই গৈ দেখিলো এজনী মাইকী মানুহ আৰু মানুহজনীৰ লগত এজনী তিনি-চাৰিবছৰ বয়সৰ ছোৱালী। মোৰ চুটকেচটো একাষত থৈ মোৰ চিটটোত মই বহি ল'লো।

অনুমান কৰিলো মানুহজনী ভাৰতীয় নহয়। সেইটো কোঠাত আমি দুজনেই যাত্ৰী। স্কার্ট-ব্লাউজ পৰিহিতা মানুহজনীৰ ভৰিত বগা মোজাৰে চিকচিকীয়া ক'লা জোতা। কপালখন উদং। ববকটা চুলি। চুলিৰ ৰং ৰঙচুৱা। চকুৰ মণিকেইটা পিতল বৰণৰ। গাত এটা গাখীৰ বগা কোট। ধাৰণা হয় মানুহজনী ডাক্তৰণী বা নার্চ। ছোৱালীজনী কিন্তু বয়সতকৈ ওখ। চুলি ক'লা। কেঁকোৰা-কেঁকুৰি। মুখৰ গঢ-গঠন মানুহজনীৰ দৰে নহয়। দেখাত ভৰতীয় যেন লাগে।

মই খিৰিকিৰ কাষত বহি ল'লো। ৰেলখনে লাহে লাহে গতি ল'লে। এটা বিৰাট উকি মাৰি ৰেলখনে তীব্ৰ গতিত চলিবলৈ ধৰিলে। মই বাহিৰলৈ চাই পঠিয়ালো। সুদূৰত খাচীয়া আৰু গাৰোপাহাৰৰ মনোমহা দৃশ্য। শৰাইঘাট দলঙৰ ওপৰত পশ্চিমফালে বহুদূৰলৈ চোৱাত দেখিলো অস্তগামী ৰবি ব্ৰহ্মপুত্ৰৰ জলাধাৰৰ মাজলৈ সোমাই গৈছে।

হঠাতে মানুহজনীয়ে মোক আচৰিত কৰি ভঙা ভঙা অসমীয়াতে প্ৰশ্ন কৰিলে।

ঃ ক্ষমা কৰিব মিঃ ডেকা, আপুনি ক'লৈ যাব? উত্তৰ দিয়াৰ পৰিবৰ্তে মই আচৰিত হৈ সুধিলো।

ঃ আপুনি কেনেকৈ জানিলে মই ডেকা বুলি?

ঃ কিয় আপোনাৰ চুটকেচটোত দেখোন আপোনাৰ ঠিকনাটো আছে।

ঃ আপোনাৰ পর্যবেক্ষণ বৰ সুক্ষ্ম। মই এলাহাবাদলৈ যাম। আপুনি?

ঃ মই? বর্তমান দিল্লীলৈ, তাৰ পিছত পঞ্জাবলৈ। অহা দহ তাৰিখে মস্কোলৈ।

ঃ তাৰমানে আপুনি ভ্ৰমণত আহিছে। আপুনি ৰাছিয়ান?

মানুহজনীয়ে কোটটো খুলি তেওঁৰ চুটকেচটোত সুমুৱাই থৈ ছোৱালীজনীক ওচৰতে বহুৱাই ল'লে। ছোৱালীজনীৰ মুৰৰ পিন কেইটা ভালকৈ মাৰি উত্তৰ দিলে।

ঃ আপুনি ঠিকেই ধৰিব পাৰিছে। মোৰ দেউতা ৰাছিয়ান। মা, ভাৰতীয়, পাঞ্জাবী। মই কিন্তু ভ্ৰমণত অহা নাই। মোৰ সম্পৰ্কীয় মানুহৰ ঘৰলৈ আহিছিলো দিল্লীৰ পৰা। আজি উভতি যাবলৈ আহিছো।

ঃ গুৱাহাটীতে নেকি তেওঁলোকৰ ঘৰ?

ঃ নহয়। হোজাইত।

*ঃ হোজাইত?*

*ঃ আচৰিত হ'ল দেখোন? হোজাইত মোৰ সম্পৰ্কীয় মানুহ থাকিব নোৱাৰে নেকি?*

মানুহজনীৰ প্ৰশ্নত মই থৎমৎ খালো।

ঃ নহয় মানে ৰাছিয়ান মানুহৰো যে হোজাইৰ দৰে একেবাৰে ভিতৰুৱা অঞ্চলত সম্পৰ্কীয় মানুহ থাকিব পাৰে ভাবিব নোৱাৰি।

ঃহোজাইত বিবেক বৰা বুলি এজন প্ৰধান শিক্ষক আছিল। হোজাই, লংকা নগাঁও আদিৰ মানুহে তেওঁক ভালকৈ জানে। খাঁটি সোণৰদৰে মানুহ। মানুহজন এতিয়া নাই। মই তেখেতৰ ঘৰলৈ গৈছিলো। আপুনি জানে নে তেওঁক?

ঃ নাই। ভালকৈ নাজানো। আৰ-তাৰ মুখতহে শুনিছো। খুব ভাল শিক্ষক আছিল বোলে।

আপোনালোক অসমীয়া মানুহবোৰে সোণ চিনি নাপায়। আপোনালোকে ঘৰতে সোমাই থাকে। এইটো আপোনালোকৰ ক'ব গ'লে এটা বেক্‌ওৰ্বাডচনেচ্। ক্ষমা কৰিব। ইট্ ইজ্ মাই এছেচ্‌মেন্ট অ'নলি।

ইমান চিধাচিধিকৈ আক্ৰমণ কৰাত মোৰ চেন্টিমেন্টত লাগিছিল যদিও কথাটো যুক্তি সহকাৰে বিবেচনা কৰি দেখিলো মানুহজনীৰ কথাটো একেবাৰে মিছা নহয়। আনহাতে পাশ্চাত্যৰ মানুহে প্ৰাচ্যৰ মানুহৰদৰে ৰিজাৰ্ভড্ হৈ কথা নকয়। মই মানুহজনীৰ কথাতে হয়ভৰ দি ক'লো।

ঃ আপোনাৰ এছেচ্‌মেন্ট কাৰেক্ট। আমাক কোনোবাই খুচি দিলেহে আমি গম পাওঁ আমাক কোনোবাই খুচিছে। যিটো বুজিলো আপুনি অসমীয়া মানুহৰ সংস্পৰ্শলৈ অহাৰ দিন হৈছে।

মানুহজনীয়ে মোৰ কথালৈ কৰ্ণপাত নকৰি ফ্লাস্কৰ পৰা লাল চাহ বাকী লৈ একাপ মোলৈ যাচি ক'লে।

ঃ জানে। আমি ৰাছিয়ানবোৰে আকৌ চাহ আৰু ভদ্‌কা ইমান খাওঁ ফলত আমি যে এইকাৰণে এলেহুৱা হৈছো এইকথা কোনোবাই কৈ দিলেহে গম পাওঁ। চাহখোৱা অভ্যাসটো সৰুৰে পৰা হৈছে, মায়ে শিকাইছে মোক। চাহ নহ'লে মই থাকিব নোৱাৰো। বিশেষকৈ অসমৰ চাহৰ প্ৰতি মোৰ এটা ডাঙৰ দুৰ্বলতা আছে। চাহৰ উপকাৰিতাও নোহোৱা নহয়। ইট্ হিন্দাৰচ্ দি ডেভেলপ্‌মেন্ট অফ্ কেন্সাৰ টু চাম এক্সটেন্ট।

ঃ আমি অসমীয়াবোৰো কম চাহ কানীয়া নহয়। কিযে বদ্ অভ্যাস এটা আমাৰ মাজত সোমাই পৰিল।

ঃ ন'ন' নট্ এ বেড্ হেবিট্। ড'ন্ট চে লাইক দেট্। আন পানীয়তকৈ চাহৰ অপকাৰ খুব কম। অৱশ্যে ইট্ চুড্ বি কন্‌জুমড্ ইন এ প্ৰপাৰ এণ্ড লিমিটেড্ ওৱে; নট্ ইন দি মেনাৰ্ দি ইণ্ডিয়ানচ্ প্ৰিপেয়াৰ।

ঃ অসমৰ চাহৰ প্ৰতি আপোনাৰ দুৰ্বলতাৰ কাৰণ?

ঃ সেইটো অৱশ্যে সঠিককৈ ক'ব নোৱাৰিম।

মই খোৱা চাহৰ ভিতৰত অসমৰ চাহৰ কোৱালিটি আনতকৈ ভাল বুলি ধাৰণা হৈছে। ভাৰতৰ

বহু শতাংশ চাহ ৰাছিয়ালৈ ৰপ্তানি হয়। ভাৰতৰ চাহ মানেইতো অসমৰ চাহ।

: মানুহজনীয়ে পৰিবেশটো অতি সোনকালে আপোন কৰি লৈ মোক ইমান আত্মীয়তাৰে কথা কৈছে মই যেন তেওঁ অতি পুৰণি বন্ধু। মোৰ ধাৰণা হ'ল মানুহজনীয়ে কথা কোৱাত কৃপণালি নকৰে যেনেদৰে সাধাৰণতে মাইকী মানুহে নিজৰ দুৰ্বলতা ওলাই পৰাৰ ভয়ত পুৰুষৰ আগত কম কথা কয়।

: জানে মি ডেকা। এবছৰমান আগতে মই মোৰ নিজৰ জন্মস্থানলৈ গৈছিলো। অৰ্থাৎ মাস্কোলৈ। এতিয়া ৰাছিয়াৰ অৱস্থা বৰ বেয়া। তাত আজিকালি ভাৰতৰ চাহ পাবলৈ নোহোৱা হৈছে। ভাৰতৰ পৰা ৰপ্তানি বন্ধহৈ গৈছে। অলপ অচৰপ পায় যদিও দামৰ উৎপাতত কিনিব নোৱাৰি। চিটিজ্ এণ্ড্ টাউন্চ্ আৰ্ ফুল অব্ বেগাৰচ্। এ হৰিব'ল কণ্ডিচন্।

: ক্ষমা কৰিব। আপুনি বৰ্তমান কি কৰে?

: মই বৰ্তমান অ'ল ইণ্ডিয়া ইন্‌ষ্টিটিউট অব্ মেডিকেল চায়েন্সত ডাক্তৰ। মেডিচিনৰ ডাক্তৰ। মস্কোৰপৰা মেডিচিনত মাষ্টাৰ ডিগ্ৰী লৈছো। নাও আই এম্ এ বিচাৰ্চ স্কলাৰ আণ্ডাৰ ডাক্তৰ আৰ্ ডেকা, কেন্সাৰ স্পেচিয়েলিষ্ট্। প্ৰফেচৰ ডেকাৰ ঘৰো অসমতে। গুৱাহাটীৰ পৰা ৪০ কিলোমিটাৰমান দূৰৈত উত্তৰফালে কোনো এখন ঠাইত। ঠাইখনৰ নামটো পাহৰিলো।

: যি বুজিলো আপুনি অসমৰ বহুকথা জানে?

: মই মোৰ স্বামীৰ ঘৰলৈ আহোতে অসমৰ কিছু কিছু ঠাইলৈ গৈছিলো। তেনেকৈ কিছু জনা হৈছো।

: আপোনাৰ স্বামী বোধহয় অসমীয়া মানুহ?

: হয়। বিবেক বৰাৰ পুতেক ম্ৰুপদ বৰা। ম্ৰুপদেও মোৰ লগতে একেজন গাইডৰ তলতে বিচাৰ্চ কৰিছিল। স্বাভাৱিকতে অসমীয়া মানুহক লগ পালেই নিজৰ মানুহ যেন লাগে। মনৰ সকলো কথা খুলি ক'বৰ মন যায়। এইবুলি মানুহজনীয়ে খিৰিকিৰ ওচৰলৈ আহি মোৰ মুখামুখিকৈ বহি ল'লে। স্মৃতিচাৰণ কৰাৰ দৰে মোক তেওঁৰ জীৱনৰ অলিখিত কাহিনী ক'বলৈ আৰম্ভ কৰিলে। ময়ো কোনো প্ৰশ্ন নকৰাকৈ তেওঁৰ কথাবোৰ শুনি গ'লো।

: আপুনি নিশ্চয় আচৰিত হৈছে ক'ৰ বিদেশী ছোৱালী এজনীয়ে নিয়োকা অসমীয়া ল'ৰা এজনক হাত কৰি পেলালে। সঁচাকৈয়ে ম্ৰুপদ বৰ সহজ-সৰল। ইমান উদাৰ আৰু নিজৰ প্ৰতি ইমান উদাসীন ভাবিলে মই প্ৰায়েই উজুটি খাওঁ। পিছত দেখিলো অসমৰ প্ৰায় মানুহেই তেনেকুৱা। ইমান সুখী মানুহ মই ক'তো দেখা নাই। নহ'লেও নাই; হ'লেও হ'ব। আপোনালোক আমাৰদৰে মেটাৰিয়েলিষ্টিক নহয়।

ম্ৰুপদক মই কেনেকৈ লগ পাইছিলো জানে?

এদিনাখন ডেকাচাৰে আমাক "ইফেক্ট অব এনভিৰনমেন্ট্ এণ্ড্ ফুড্ হেবিট্ অন গ্ৰ'থ অব কেন্সাৰ"ৰ ওপৰত বুজাই আছিল। আমি পাঁচজন বিচাৰ্চ স্কলাৰ। অতি তত্বগধুৰ লেক্চাৰ। চাৰৰ লেক্চাৰত আমি মুগ্ধ হৈছিলো। তাতেই গোন প্ৰথমেই ম্ৰুপদক দেখিছিলো। কিন্তু জানো প্ৰথম

দৰ্শনতে মই দ্ৰুপদক আনতকৈ এক্‌চেপ্‌চ্‌নেল বুলি ধাৰণা কৰিছিলো। ছয়ফুট ছয় ইঞ্চি ওখ, জাইগেন্‌টিক্ ফিজিক্, ৰাছিয়ানৰ দৰে বগা, শৰীৰত অলপো ফেট্ নাই। ভাৰতত এনে ফিজিকৰ পুৰুষ খুব কমেই দেখিছো। চাৰৰ লেক্‌চাৰৰ মাজতে দ্ৰুপদে এটা গুৰুত্বপূৰ্ণ কথাৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰি প্ৰশ্ন কৰিলে।

Sir, the living kingdom including homosapiens is the product of nature This automatically implies that the growth of living kingdim depends purely on nature Therefore, any artificial attempt for growth of living kingdom neglecting nature's influence may lead to various kinds of disproportion to the cell growth This may not be prominent at the young stage. but in the decaying stage its effects may turn to be dangerous in many cases.

: Yes, Mr Drupad, I understand your point But you are not specific, speak specifically.

: Sir, for instance, take the simple case of application of chemical tertilizer, pesticides, insectisides etc in agriculture Crops are grown in such an unnatural way by using such inputs that we the nature's products have to consume unnatural and unseasonal food-stuff Is not there any possibility of disproportionate cell-growth? In other words while going to conquer nature, are we not going to destroy the whole living kingdom?

: Certainly Mr. Drupad. Your thinking is novel

তেতিয়া চাৰে আমাকো এই সম্পৰ্কে ভবা-চিন্তা কৰিবলৈ ক'লে।

সেইদিনাৰ পৰাই মই দ্ৰুপদৰ লগত মিলামিচা আৰম্ভ কৰিলো। দ্ৰুপদৰ সংস্পৰ্শত আহি মই বুজিলো দ্ৰুপদৰ এটা আন্‌কমন্ টেলেন্ট্ আছে। দ্ৰুপদৰ পৰাই মই অসমীয়া শিকা আৰম্ভ কৰিলো আৰু দ্ৰুপদকো ৰাছিয়ান শিকালো।

মোৰ বাবে দ্ৰুপদৰ আটাইতকৈ আকৰ্ষণীয় গুণটো হ'ল- হি ইজ্ অল্লাইজ্‌ড্ টু চছিয়েলিজ্‌ম্ হুইচ্ আই এম্ ডেডিকেটেড্ টু। এটা সময়ত আমাৰ বন্ধুত্ব ইমান দূৰলৈ গ'ল যে আমাৰ থেচিছ্ চাবমিট্ কৰাৰ পিছতেই আমি কৰ্ট মেৰেজ্ কৰিলো। মই মোৰ মাক কথাটো জনালো আৰু দ্ৰুপদেও ঘৰত কথাটো জনালে। লগতে পৰৱৰ্তী ডিচেম্বৰ মাহত হোজাইত চছিয়েল মেৰেজ কৰিম বুলিও খবৰ দিলো।

অসমৰ নিয়ম মানি মই মোৰ কোৱাৰ্টাৰটো এৰি দি দ্ৰুপদৰ কোৱাৰ্টাৰত থাকিবলৈ ল'লো। এদিনাখন আমি দুয়ো ডাইনিং টেবুলত ভাত খাই আছো। এনেতে দেখিলো বাৰাণ্ডাত দুজন

মানুহ। এজন দ্ৰুপদৰ দেউতাক। মই তৎক্ষণাত বাৰাণ্ডালৈ গৈ দেউতাৰ ভৰি চুই সেৱা জনালো ভাৰতীয় নিয়মমতে। দেউতাই মোৰ মূৰত হাত বুলাই বুলাই ক'লেঃ মই সুখী যে মই মোৰ আদৰ্শৰ এজনী বোৱাৰী পাইছো।

কিন্তু অতি পৰিতাপৰ কথা কি জানে? দেউতাৰ কেন্সাৰ হৈছিল। চিকিৎসাৰ বাবেহে দিল্লীলৈ আহিছিল। কথাটো জানি দ্ৰুপদ কিছু দুৰ্বল হৈ পৰিল। আমি দুয়ো চিকিৎসাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিলো। প্ৰথমতে কেমোথেৰাপী দি তাৰ পিছত ৰেডিঅ'থেৰাপীৰে চিকিৎসা কৰাত দেউতা বহুখিনি ভাললৈ আহিল। দ্ৰুপদে এদিনাখন মোক ক'লে-

ঃ আম্মা। দেউতা বাচি থাকে যদি খুব বেছি ছয়মাহ। দেউতাৰ লগতে আমি এবাৰ হোজাইলৈ যাওঁ ব'লা। মায়ো তোমাক দেখা নাই। দেউতা জীয়াই থাকোতেই আমাৰ ছচিয়েল মেৰেজ সম্পন্ন কৰিব পাৰিম। দেউতাই সুখ পাব।

এমাহমানৰ ভিতৰত আমি হোজাইলৈকে যোৱাটো ঠিক কৰিলো। দেউতাকো কথাটো ক'লো। ইতিমধ্যে মোৰ মালৈকেও খবৰ পঠিয়ালো। কথাটো শুনি দেউতাই বৰ ভাল পালে। দেউতা তেতিয়াও হস্পিতালতে আছে। ইতিমধ্যে আমি বিয়াৰ বাবে লাগতিয়াল সকলো বজাৰ কৰি ল'লো।

কিন্তু দুৰ্ভাগ্য হ'ল কি জানে?

এদিন দ্ৰুপদে এখন এক্স-ৰে প্লেট আনি মোৰ আগত দাঙি ধৰি ক'লে।

ঃ আম্মা। এগ্‌জামিন দি প্লেট্ এণ্ড ডিটেক্ট দি ডিজিজ্।

মই তেতিয়া দ্ৰুপদলৈ চালো। দ্ৰুপদক ক'লো- দ্ৰুপদ। আৰ ইউ গয়িং টু টেষ্ট মি?

ঃ নহয় আম্মা । আই হেভ এ ডাউট্।

তেতিয়া মই প্লেটখন পৰ্যবেক্ষণ কৰি দ্ৰুপদক ক'লো কাৰ প্লেট্ এইখন?

ঃ এজন ৰোগীৰ।

ঃ কোন সেইজন ৰোগী?

ঃ সেইটো পিছতো জানিবা। তেওঁক এতিয়াও হস্পিতালত থোৱা নাই।

ঃ কিন্তু দ্ৰুপদ। মানুহজনৰ দেখোন কেন্সাৰ ডেভেলাপ্ কৰিছে। চোৱাচোন। এইখিনিতে, হাৰ্টটোৰ তলতে। য'ত ৰেডিঅ' থেৰাপী বা চাৰ্জাৰী নাখাটে। দি অ'নলি ট্ৰিট্‌মেন্ট ইজ্ কেমোথেৰাপী।

ঃ ঠিকেই। মোৰ সন্দেহ দূৰ হ'ল।

এইবুলি দ্ৰুপদে মোৰ পৰা আঁতৰি গৈ জোতা-মোজা নোখোলাকৈয়ে ভৰি দুখন টেবুলত ৰাখি বিছনাত দীঘল দি পৰিল। মই উঠি গৈ দ্ৰুপদৰ কপালত হাত দি চালো। টেম্পেৰেচাৰ নাই। লাহে লাহে দ্ৰুপদৰ মুখখন শেঁতা পৰি আহিল। ওঁঠ দুটাও নীলা হৈ পৰিল। মই আতংকত অস্থিৰ হৈ পৰিলো।

ঃ তোমাৰ কি হৈছে দ্ৰুপদ?

ঃ সেইখন মোৰেই এক্সৰে প্লেট্ আম্মা।

ঃ ন' ন'। ইম্পচিব'ল। তুমি মিছা কথা কৈছা। মিছা কৈছো বুলি কোৱা। এবাৰ।

ঃ আন্না। উই কেন্ট এভইড্ ৰিয়েলিটি।

বহু চেষ্টা কৰিও দ্ৰুপদক আৰোগ্য কৰিব নোৱাৰিলো। কেমোথেৰাপী হেজ ফেইল্ড্ মিজাৰেব্লি। এই তেতিয়া মোৰ গাত, তিনিমাহ। তিনিমাহমান পিছত দেউতা আৰু মই দ্ৰুপদৰ মৃতপ্ৰায় দেহটো হোজাইলৈ লৈ আহিলো।

মৰাৰ আগদিনাখনে দ্ৰুপদে মোক একেবাৰে ওচৰতে বহুৱাই লৈ দুটামান উপদেশ দিলে।

ঃ আন্না। মই হয়তো আৰু কেইঘন্টামানহে বাচি থাকিম। কোনো ধৰণৰ অনুশোচনাক প্ৰশ্ৰয় নিদিবা। অৱশ্যম্ভাবী বাস্তৱতাক সাদৰে গ্ৰহণ কৰিবা। যি পন্থাৰে গ'লে তুমি সুখী হোৱা সেই পন্থাৰে যাবা। আমাৰ সন্তান যদি ল'ৰা হয় তাৰ নাম ৰাখিবা "আন্না দ্ৰুপদ" আৰু ছোৱালী যদি হয় তাইৰ নাম ৰাখিবা "দ্ৰুপদ আন্না'। মোৰ শেষ অনুৰোধ তুমি দেউতা থকালৈকে হোজাইৰপৰা নাযাবা কাৰণ মাইতে দেউতাৰ শুশ্ৰূষা কৰিব নাজানিব। প্ৰকৃতিৰ সৌন্দৰ্য আৰু কেইবছৰমান উপভোগ কৰিব পাৰিম বুলি ভাবিছিলো, নোৱাৰিলো। সোনকালেই যাবলগীয়া হ'ল। অৱশ্যে মোৰ মৃত্যুও এটা প্ৰাকৃতিক সৌন্দৰ্য। প্ৰকৃতিৰ লীলাৰ এক মহিমা। তাৰপিছত দ্ৰুপদ নিমাত হৈ পৰিল। দ্ৰুপদৰ মুখমণ্ডলত এক প্ৰশান্তিৰ আভা বিয়পি পৰিল।

যেতিয়া দ্ৰুপদক শ্মশানলৈ নিবলৈ উলিয়ালে তেতিয়া মানুহেৰে চোতাল নধৰা হৈ পৰিল। মানুহৰ ভিৰ ঠেলি দেউতা দ্ৰুপদৰ ওচৰলৈ আহি মাত্ৰ একাষাৰ কথা ক'লে।

ঃ সৰুবাপু। তই মোক এৰি যাব নালাগিছিল, মইহে আগতে যাব নাগিছিল। যা বাৰু। মইও তোৰ পাছে পাছে গৈ আছো। তই পিছে মানুহজনীক অকালতে অকলশৰীয়া কৰিলি। এইবুলি দেউতাই নতুন গামোচাখন দ্ৰুপদৰ ডিঙিত মেৰিয়াই দি ঘৰৰ ভিতৰ সোমাল। হঠাতে কান্দোনৰ ৰোল আকাশে-বতাহে ধ্বনিত হ'ল।

এমাহমান পিছত দেউতাও আমাৰ মাজৰ পৰা আঁতৰি গ'ল। পুত্ৰশোক আৰু স্বামীশোকত মা একেবাৰে ভাঙি পৰিল।

ইমানপৰে মানুহজনীয়ে দৃঢ়তাৰে কথাখিনি কৈ আছিল যদিও তেওঁৰ মাতটো সিক্ত হৈ পৰিল আৰু শেষত তেওঁ নিমাত হৈ পৰিল। কমালখনেৰে দুচকুত বিৰিঙি উঠা চকুলো মচি মচি খিৰিকিখনেৰে বহুদূৰলৈ চাই পঠিয়ালে।

পৰিবেশটো গধুৰ হৈ পৰিল। মই তেতিয়া ছোৱালীজনীক মাতিলো।

ঃ দ্ৰুপদ-আন্না। কাম হিয়াৰ; কাম টু মি। আই উইল গিভ্ ইউ এ থিং।

এটা কমলা তাইলৈ আগবঢ়াই দিলো। তাই তেতিয়া মাকৰ মুখলৈ চালে। মাকে ক'লে।

ঃ যা আকৌ। মানুহে মাতিলে যাব লাগে নহয়। তেতিয়া তাই মোৰ ওচৰলৈ আহি ক'লে,

ঃ আংকল, আই ন' অ্যাচামিজ এণ্ড ৰাছিয়ান।

ঃ বেছ ভাল ছোৱালী। ক'ত পঢ়িছা তুমি?

ঃ প্ৰি প্ৰাইমেৰীত।

ঃ কমলাটো খোৱা।

ঃ মা খামনে? তাই মাকক সুধিলে।

ঃ খোৱা।

ইতিমধ্যে দেখিলো মানুহজনী সহজ হৈ পৰিছে। তেওঁ ক'লে- জানে। মোৰ অসমীয়া কওঁতে বহুত ভুল হয়। আৰু মাজে মাজে প্ৰায়েই ইংৰাজী শব্দ কওঁ। এই মোক শুধৰাই দিয়ে। এই ইমান সুন্দৰ অসমীয়া ক'ব পাৰে। অথচ তাইক মই কোনোদিনে অসমীয়া শিকোৱাও নাই। ডেকাচাৰৰ এজনী ছোৱালী আছে। তাইৰ লগত এইৰ বৰ বন্ধুত্ব। আমাৰ ওচৰা-ওচৰি কোৱাৰ্টাৰ। তাইৰপৰা শিকিছে।

বহুবাৰ চেষ্টা কৰিও মানুহজনীক প্ৰশ্ন এটা কৰিম বুলি সাহস গোটাব পৰা নাছিলো। শেষত সুধি পেলালো।

ঃ এতিয়া আপুনি হোজাইলৈ কিয় আহিছিল সেইকথা নকলে দেখোন?

ঃ যোৱাকালি দ্ৰুপদৰ পঞ্চম মৃত্যুদিন আছিল। দ্ৰুপদৰ মৃত্যুদিনতে মই দিল্লীৰ পৰা আহো। দ্ৰুপদক দাহকৰা স্থানত এধাৰি বগা গোলাপৰ মালা অৰ্পণ কৰো। ওচৰতে দেউতাৰো দাহকৰা স্থান। তাতো এটা সেৱা জনাওঁ।

ঃ তাৰমানে ভৱিষ্যতে আকৌ আপোনাক অসমত লগ পাম।

ঃ সম্ভাৱনা কম মিঃ ডেকা। এইটোৱে মোৰ শেষ মাল্যাৰ্পণ। মঙ্গোলৈ গুচি যাম। তাত চাকৰি পাইছো। মায়ো তাত চাকৰি কৰে। দেউতা কেতিয়াবাই ঢুকাল। নাতিনীয়েকৰ লগত থাকিবলৈ মাৰ বৰ মন। ইয়াত থাকিলে ড্ৰয়িংৰুমত, ডাইনিং টেবুলত, হস্পিতালত, প্ৰতিজন কেন্সাৰ ৰোগীৰ মাজত মই দ্ৰুপদক দেখা পাওঁ। দ্ৰুপদে যেন ছাঁৰ দৰে মোৰ পিছে পিছে ঘুৰি ফুৰিছে। ইয়াৰ পৰা নগ'লে কোনোবাদিনা মই পাগল হৈ যাম।

এটা সময়ত মই এলাহাবাদত ৰেলৰপৰা নামি গ'লো। কিছুসময় পিছত দেখিলো ৰেলখনে এটা দীঘল উকি মাৰি পশ্চিমফালে ঘটঘট্ শব্দ কৰি তীব্ৰ গতিত গতি কৰিছে।

ভাবিলো, অসমৰ বোৱাৰী আৰু হয়তো কোনোদিনে অসমলৈ উভতি নাহিব। ✱✱

# স্খলন

তেতিয়া সাঁজ লাগি গৈছে। সবিতাহঁতৰ পদুলিমুখত ঠিয় দি দোধোৰ-মোধোৰত পৰিলো। আজি দুবছৰ আগতে সবিতাহঁতৰ দেখোন এনেকুৱা এটা ঘৰ নাছিল। এটা বাঁহ আৰু খেৰৰ জুপুৰি আছিল। জুপুৰিটোৰ ভিতৰত মাত্র এখন বাঁহৰ বিছনা আৰু চুক এটাত এটা হাঁহৰ বাহ। আন এটা চুকত ৰন্ধা-বঢ়াৰ সামান্য জোগাৰ।

সবিতাৰ মাক মোৰ দূৰ সম্পৰ্কীয় পেহী। আজি বহুবছৰ ধৰি একাংগী হোৱাৰ কাৰণে পেহী বিছনাৰ পৰা উঠিব নোৱাৰে। সবিতাৰ ভায়েক কিশোৰৰ জন্মৰ লগে লগে পেহা সিফলীয়া হৈছিল।

সবিতাই এইচ্-এচ-এল-চি পৰীক্ষা পাছ কৰাৰ সময়তে মই আমাৰ গাওঁ এৰি জাপানলৈ গৈছিলো দুবছৰৰ কাৰণে। প্ৰেছৰ মালিকে প্ৰেছ সম্পৰ্কীয় প্ৰশিক্ষণৰ বাবে মোক জাপানলৈ পঠিয়াইছিল।

আমাৰ গাওঁখন সবিতাহঁতৰ গাওঁৰ পৰা বৰ বেছি দূৰৈত নহয়। মই প্ৰায়েই সবিতাহঁতৰ ঘৰলৈ আহিছিলো।

কিছুসময় ঠিয় হৈ থাকি মই উভতি যোৱাটোকে ঠিক কৰিলো; কাৰণ মোৰ ধাৰণা হ'ল সবিতাহঁতৰ মাটি-ঘৰ কোনোবাই হয়তো কিনি লৈ নতুনকৈ ঘৰ সাজিছে।

কিছুদূৰ গৈ হঠাতে কাৰোবাৰ মাত শুনি ৰৈ গলো।

- কোন ইটো?

- মই।

- কোন মই। আন্ধাৰে-মুন্ধাৰে এনেকৈ চোৰোৰ দৰে ক'ক্ যাওয়া হা বাপা?

মই ওচৰ চাপি যোৱাত তেওঁ আন্ধাৰতে মোৰ মুখখন জুমি চাই ক'লে -

- অ' মোহন বাপা দেখোন।

- হয় দাদা। সবিতাহঁতৰ ঘৰলৈ আহিছিলো। পিছে সিহঁত ইয়াত নাথাকে নেকি?

- ক্যা নাথ্কিবো? ঘৰটো দেখোন এৰি আইহ্লা তুমি। আগোৰ জাগাতে আছে।

- তাৰমানে নতুনকৈ বন্ধা ঘৰটো সিহঁতৰে?

- ক্যা তোমাৰ বিশ্বাস হওয়া নাই নেকি? আজিকালি সবিতাই চাকৰি কৰে নহয়। কলিকাতা, দিল্লী, বোম্বাই আদি ডাঙাৰ ডাঙাৰ চহৰোত বোলে ঘুৰি ফুৰ্বা লাগে। ঈশ্বৰে সিহঁতক মুৰ দাণ্ডি চাইছি। আমাৰ গাওঁৰো আটা ডাঙাৰ নাম হছি দ্যাচোন বাপা। নে কি কৰা তুমি? ইবাৰ আকৌ তাইৰ ভায়াকটোই বৰ ভাল্কে মেট্ৰিক পাছ কৰ্ছি। আমি বৰ ভাল পাইছো।

মই দাদাৰ লগে লগে পুনৰ সবিতাহঁতৰ ঘৰলৈ খোজ দিলো। দাদাই কিশোৰৰ বহুতো গুণ গালে।

- অ' বাপা বেচেৰাই ৰান্ধি - বাঢ়ি মাকক খুৱাই -বুৱাই স্কুলক যায় আৰু তাৰপৰা আহি

হাঁহ,পাৰা, ছাগাল চন্তালি আৰৌ বাজা-বাৢ়া। বায়েকটো নাহেই নহয়। মাহোন্ত এবাৰ নে দুবাৰ। তাৰ মাজোত তাৰ পঢ়া-শুনা। ভালৰ ভাল সৰ্বতিকাল।

মই সবিতাইঁতৰ চোতাললৈ সোমাই গৈ কিশোৰক মতাত কিশোৰ ওলাই আহি মোক আগবঢ়াই নিলে। কোঠাটোত সোমাই ভাল লাগিল। অন্ততঃ আগতকৈ বহুখিনি ভাল। কাঠৰ চকি দুখন, টেবুল এখন আৰু দুই-এটা আচ্‌বাব।

ঃ কেতিয়া আহিল দাদা?

কিশোৰৰ মাতত নিৰুৎসাহ দেখি মই আচৰিত হলো।

ঃ যোৱাকালি আহি পাইছো।

ঃ আপোনাৰ চিঠিবিলাক পাইছো। মাক পঢ়ি শুনাইছো। বাইদেৱে আপোনালৈ এখনো চিঠি দিয়া নাই নেকি? কিশোৰে মোক প্ৰশ্ন কৰিলে। কিন্তু কিশোৰৰ প্ৰশ্নত কোনো আবেগ নাই।

- কি হ'ল তোমাৰ বাইদেউৰ? প্ৰথমতে এখন দিছিল তাৰ পিছত একেবাৰে নিমাত দেখোন। তোমাৰ পৰীক্ষাৰ খবৰ লবলৈ সবিতা অহা নাই নেকি কিশোৰ?

- নাই অহা দাদা। এখন চিঠিহে পঠিয়াইছে। মই অনুমান কৰিলো কিশোৰে চিঠিখনৰ কথা কওঁ-নকওঁকৈ কৈছে। হঠাতে পেহীৰ মাত শুনিলো।

- কাৰ লগোত কথা কৈছা-এ কিশোৰ?

-মোহন দাদা আহিছে মা।

মই তৎক্ষণাৎ পেহীৰ ওচৰলৈ গ'লো। পেহীৰ কাপোৰ-কানি আজিকালি চাফা, ফটা-চিটা নহয়। আঠুৱা এখনো আছে। আগতে আঠুৱা নাছিল। লগত সদায় তুহৰ ধোঁৱা ৰাখি মহ খেদিছিল। আঠুৱাৰ মাজেৰে মোলৈ চাই ক'লে -

- তোমাৰ মা-দেউতাৰেৰ ভাল না মোহন বাপা?

- হয় পেহী। আপোনাৰ কেনে পেহী?

- ঈশ্বৰৰ কৃপাত আছো দ্যা বাপা। সবিতাই চাকৃৰি কৰে নহয়; তুমি বোধহয় নাজ্‌না?

এই বুলি পেহীয়ে কিশোৰক ক'লে -

- অ' কিশোৰ। দাদাৰেৰ কাৰণে কিবা এটা কৰ বাপা।

কিশোৰে মুখেৰে কোনো ওঁ আঁ নকৰা কাৰণে পেহীয়ে মোৰ ওচৰত অভিযোগ কৰি ক'লে

-চাবাচোন মোহন বাপা। সি আজি দুদিনমান ভাত-পানী সময়মতে খাবা নাই। মই মাতৃলিও নামাতে। কি হৈছে নকয়ো। তোৰ খবৰ শুনি বাইৰে নিশ্চয় আইহ্‌বো। তাই সময়েই নাপায় নহয়।। আজি অ'ত কালি ত'ত। ওহো কথা নুশনে সি। কেৱল মন মাৰি বহি থাকে। বায়েকে দিয়া কাপোৰ-কানি, চেণ্ডেল সকলো খুলি থছি। পঢ়াৰ কথা ক্যা চিন্তা কৰ্‌বা লাগে? আজিকালিতো আমাৰ অসুবিধা নাই। তাতে সি বৃত্তিও পাবো। নেকি মোহন বাপা নাপাবোনে সি? মই বুজিছো - সি গোহাটীক পঢ়্‌বা গেলি মোক চাবা-চিন্তা কোনে কৰ্‌বো। সি ইগ্‌লা ক্যা ভাব্‌বা লাগে? বায়েকে কছি নহয় আটা

ছোৱালী ৰাখাৰ কথা। ইতা তহ্‌তোৰ দিন, আমাৰ যাবাৰ হছি। সি নাখেলি মই মাক হৈ কিবা খাবা পাৰোনা? বাপাক থাকাহলি আজি সি ইমান কষ্ট খাবা নাল্‌গিল হয়। মানুহটো মৰিও গেল মোক মাৰি থৈও গেল।

পেহীৰ মাতটো সেমেকি উঠিল। মই কিশোৰলৈ চালো। কিশোৰৰো দুচকুৰেদি দুধাৰি চকুলো বৈ আহিছে। কিশোৰক হাতত ধৰি আনি তেওঁৰ বিছনাত বহি সুধিলো -

- কি হৈছে কিশোৰ?

তেতিয়াও কিশোৰ নিমাত। মই অনুমান কৰিলো কিশোৰৰ অন্তৰত যেন এসোপা ক্ষোভ থুপ খাই আছে।

- চাওঁ কিশোৰ তোমাৰ মাৰ্কচিটখন। কিশোৰে তেওঁৰ টেষ্ট পেপাৰখনৰ ভিতৰৰ পৰা উলিয়াই আনি মোৰ আগত দাঙি ধৰিলে।

- কিশোৰৰ মাৰ্ক দেখি মই আনন্দ অভিভূত হৈ পৰিলো।

- আৰু দুই নম্বৰ পালে অংকত তুমি চেন্ট্‌ পাৰ্‌চেন্ট পালা হয়। কিমান নম্বৰৰ কাৰণে কাৰণে তুমি পজিচন নাপালা কিশোৰ?

তেতিয়াহে কিশোৰৰ মাত ওলাল।

- মাত্ৰ চাৰি নম্বৰৰ কাৰণে।

- বেছ। ভৱিষ্যতে চেষ্টা কৰা। কটনততো চিট পাবাই। কি কি চাব্‌জেক্ট লম বুলি ভাবিছা?

বহু সময় নিমাতে থাকি এক বিতৃষ্ণাভৰা কণ্ঠেৰে কিশোৰে ক'লে -

- মই নপঢ়ো দাদা।

- নপঢ়া?

মই কিশোৰলৈ চালো। দেখিলো কিশোৰৰ মুখত এক ঘৃণা বিৰাজ কৰিছে। মই শিয়ৰি উঠিলো। এনে কম বয়সত এনে ঘৃণা শুভ লক্ষণ নহয়। কিশোৰে দৃপ্ত কণ্ঠে ক'লে— পঢ়া-শুনাৰ কোনো মূল্য নাই দাদা।

- কি কৈছা তুমি? হঠাৎ তোমাৰ এনে বিতৃষ্ণা। কেইজন ল'ৰাই তোমাৰ দৰে ৰিজাল্ট কৰিছে ভাবি চাইছানে নাই?

- এইবোৰ দোকানৰ পণ্য সামগ্ৰীৰ দৰে। আজিয়েই যি তাৰ মূল্য আছে। কেইদিনমান পিছত বজাৰত ইযাৰ কোনো মূল্য নাথাকিব দাদা।

-তুমি এইবোৰ কি কৈছা কিশোৰ? কি হৈছে তোমাৰ? তুমি ইমান সলনি হৈ গৈছা?

মই লক্ষ্য কৰিলো কিশোৰে তেওঁৰ গাৰুৰ তলৰ পৰা এখন কাগজ উলিয়াই আনিছে। তেওঁ কাগজখনখন মোলৈ আগবঢ়াই দি মুখেৰে একো নক'লে। দেখিলো সেইখন এখন চিঠি। কিশোৰলৈ সবিতাই লিখা চিঠি।

**মৰমৰ**

**কিশোৰ,**

মোৰ বুকুভৰা মৰম লবি। মাক মোৰ সেৱা দিবি।

তোৰ পৰীক্ষাৰ খবৰ পাইছো। মোৰ আশা ফলৱতী হৈছে। কটনত নাম লগাবি। হোষ্টেলৰ কাৰণেও দৰ্খাস্ত কৰিবি। মাক সেৱা-শুশ্ৰূষা কৰাৰ কাৰণে এজনী ছোৱালী বন্দবস্ত কৰিবিচোন। তই ঘৰত থাকোতে এজনী ছোৱালী জোগাৰ কৰি ট্ৰেইনিং দি লবি। পইচাৰ কথা ভাবিব নালাগে। সেইবাৰ যাওঁতে তোৰ নামৰ পাছ বুকটো আপ-ডেটেড্ কৰি থৈ আহিছো। তই এতিয়া নিজেই উলিয়াব পাৰিবি। সেই পইচাৰে তই অনায়াসে সাত-আঠ বছৰ পঢ়িব পাৰিবি।

তোৰ যি ভাল লাগে সেই পথেৰে পঢ়ি আগবাঢ়ি যাবি। কিন্তু মনত ৰাখিবি যাতে তোৰ গাত কোনেও এটা আঁচোৰ মাৰিব নোৱাৰে। সমাজত যাতে তোৰ ৰাজহাড় পোন হৈ থাকে সেই দৃষ্টি ৰাখি পঢ়িবি।

এতিয়া গৰম পৰিছে। গৰমৰ দিনত তোৰ পেটৰ অসুখ হয়। নামঘৰৰ ওচৰত বোলে এটা টিউব-ওৱেল বহুৱাইছে। দূৰ হলেও তাৰে পৰা একলহ পানী আনিবি। পানী গৰম কৰি খাবি। মাক ভাত খুওৱা চামুচখনো গৰম পানীৰে ধুই লবি।

এতিয়া তই হাঁহৰ কাৰণে শামুক বিচাৰি পথাৰলৈ যোৱাৰ সময় নহয়। গাইজনী আৰু হাঁহৰ কাৰণে দানা কিনি আনিবি।

মাৰ পেচ্ছাব-পাইখানা কৰা চকিয়াটো বৰ সৰু হৈছে। এটা ডাঙৰ কিনি লবি। চাফা কৰা কাৰণে চাৰ্ফ আৰু ডেটল কিনি আনিবি।

দেউতাৰ হোকাটো কাঠত গজাল এটা মাৰি আঁৰি থবি। তই দেউতাক দেখাই নাই । মোৰে ভালকৈ মনত নপৰে। হোকাটোৱে দেউতাৰ উপস্থিতি। মনত সাহস পাবি।

বৰষুণত নিতিতিবি। তৎক্ষণাতে তোৰ পানী লাগে। ছাতিটোৰ বোধহয় অৱস্থা নোহোৱা হৈছে। এটা ছাতি কিনি লবিচোন। প্ৰায়েই লাগি থাকে। কলেজত পঢ়োতে ছাতি এটা তোক লাগিবই। মই দিয়া চেণ্ডেল যোৰেৰে কলেজলৈ নাযাবি। এযোৰ জোতা কিনি লবি। আমাৰ ঘৰ-চোতাল বৰ জেকা। পৰাপক্ষত খালি ভৰিৰে খোজ নাকাঢ়িবি। ৰাতি শোওঁতেভৰিৰ তলুৱাত মিঠাতেল ঘঁহি শুবি। তই নিজ হাতেৰে খেতি কৰা নহৰু দেখোন আছেই। তাৰে কেইকুটামান গৰম মিঠাতেলত দি কুম দুটা আৰু ৰাজহাড় মালিচ কৰিবি। পাৰিলে মৌ অলপ জোগাৰ কৰিবি। বোধহয় মোহনদাইতৰ ঘৰতে আছে। এনেয়ে নানিবি আকৌ। পইচা নিদিয়াকৈ মৌ খালে গাত নালাগিব। যিদিনাখন পোনপ্ৰথমে পঢ়িম বুলি গুৱাহাটী লৈ আহ সেইদিনা নামঘৰত চাকি এগছ দিবি। পাৰিলে আমাৰ চোতালত ৰাইজৰ আশীৰ্বাদ বিচাৰি এদিনাখন নাগাৰা নামৰ ব্যৱস্থা কৰিবিচোন।

মাৰ কাপোৰ- কানি সলাই দিবলৈ বৰমাইতৰ বাইদেউ আহি আছে নহয়?

মাক এনেকুৱা অৱস্থাত এৰি থৈ মই ওলাই আহিব নালাগিছিল কিশোৰ। পৰিস্থিতিয়ে মোক বাধ্য কৰালে। কোনোদিন কোনো কথাই মই তোৰ আগত লুকুওৱা নাছিলো। আনকি মোহনদাক ভালপোৱাৰ কথাও। কিন্তু এটা কথা মই লুকুৱাবলৈ বাধ্য হৈছিলো। অকল মা আৰু তোৰ মুখলৈ চাই মই কোৱা নাছিলো। বহুদিন তোৰ ওচৰত বহিছিলো কম বুলি। কিন্তু এক ভয়ানক ভয়ে মোক আগুৰি

ধৰিছিল। জানোচা তোৰ উপকাৰ কৰিবলৈ যাওঁতে তোৰে আটাইতকৈ বেছি অপকাৰ হয়।

তই জানই নহয় আমাৰ অঞ্চলৰ দীনেশদাইঁতৰ ঘৰৰ অৱস্থা। ধনৰ বলত তেওঁলোকে বহুতো সুবিধা আদায় কৰি লব পাৰিছে। লগতে আনকো দুই-এটা সুবিধা কৰি দিছে। মইও সেই ভাবি তেওঁৰ ওচৰ চাপিছিলো। তেওঁ মোক বহুতো গণ্য-মান্য মানুহৰ সন্মুখত ঠিয় কৰাইছিল। কিন্তু দুখৰ কথা কি জান? বিশ- পঁচিশ হাজাৰ টকাৰ কমত কোনেও একো কৰিব নোৱাৰিব বুলি কয়। মই ক'ৰ পৰা দিম ইমানবোৰ টকা? আমাৰ মাত্ৰ এককঠা খেতিমাটি আৰু ঘৰৰ ভেটিটোহে আছে।

শেষত দীনেশদাই মোক এনে এখন জঘন্য ঠাইলৈ লৈ গ'ল য'ত পইচা দুই হাতেৰে ছটিয়ালেও শেষ কৰিব নোৱাৰি। আৰু য'ৰ পৰা উভতি আহিবও নোৱাৰি। এবাৰ স্খলন হ'ল যেতিয়া মই আৰু উভতি আহি তোৰ আগত কথাটো কোৱাৰ সাহস গোটাব নোৱাৰিলো কিশোৰ। শেষত মই মোক নিঃশেষ কৰি তোক পঢ়ুৱাব পাৰিছো। তইঁতক এসাজ ভালকৈ খুৱাব পাৰিছো। সামান্য হলেও ঘৰ এটা সাজিব পাৰিছো।

কিশোৰ! তই এতিয়া মেচিঅ'ৰড্‌। মোৰ জীৱনৰ কলংকিত অধ্যায় তোক খুলি ক'বলৈ সংকোচ লাগিছে যদিও জীৱনৰ অন্তিম অৱস্থাত কৈ নগ'লে মই শান্তিত মৰিব নোৱাৰিম। মোৰ জীৱন শলিতা প্ৰায় নুমাওঁ নুমাওঁ। মোৰ মৃত্যু আসন্ন। কথাটো মাকো কবি। মোক যি বেমাৰে শুহি শুহি খাইছে সেই বেমাৰৰ পৰা ৰক্ষা পোৱাৰ ঔষধ নাই কিশোৰ। তদুপৰি মই ডাক্তৰকো দেখুওৱা নাই। কাৰণ মই এই বেমাৰৰ দ্বাৰা আক্ৰান্ত বুলি চিনাক্ত হব নোখোজো। ক'ৰ পৰা কেতিয়া মৃত্যুৰ এই কীটবোৰে মোৰ শৰীৰত প্ৰবেশ কৰিলে কব নোৱাৰো, কিন্তু এটা বিশেষ ধৰণৰ প্ৰশান্তি লৈ মই মৰিব পাৰিম, কাৰণ মোৰ শৰীৰত কিলবিলাই থকা এই মৃত্যুদূতবোৰক সমাজৰ বহুতো গণ্য-মান্য লোকক বিলাই দিব পাৰিছো। ধ্বংস হৈ যাওঁক এনে এখন সমাজ। তই হয়তো কব পাৰ এয়া মই মানুহৰ প্ৰতি ঘোৰ অন্যায় কৰিছো। কিন্তু যিসকল পুৰুষে সিহঁতৰ শৰীৰত থকা মাৰাত্মক এইড্‌ছৰ ভাইৰাচ মোৰ শৰীৰত পোনপ্ৰথমবাৰৰ কাৰণে প্ৰবিষ্ট কৰালে সেইসকল জানো মানৱতাৰ শত্ৰু নহয়?

তোৰ এজনী বাইদেউ আছিল। এতিয়া মৰি ভূত হৈছে বুলি ভাবিবি। মানুহক কবি বাইদেউৰ দুৰ্ঘটনাত মৃত্যু হৈছে। অন্ততঃ এই আৰাৰ কথা মিছাকৈ কবি কিশোৰ। মোৰে শপত।

মই জানো মোৰ চিঠি পাই তই হুকহুকাই কান্দিবি। মাই বোবা দৃষ্টিৰে তোৰ ফালে চাই থাকিব। মোহনদাই হয়তো মৌন হৈ নিজকে সান্ত্বনা দিবলৈ চেষ্টা কৰিব।

এক নিৰ্মম সত্যৰ মুখামুখি হৈ মই মোৰ মৃত্যুকে তোক উপহাৰ দিলো কিশোৰ।

বিদায় কিশোৰ। চিৰ বিদায়

তোৰ বাইদেউ

সবিতা।

অজানিতে মোৰ এটা দীৰ্ঘ নিশ্বাস ওলাই আহিল। হঠাৎ মোৰ কি যেন হ'ল - মই যেন এক হীনমান্যতাত ভুগিছো। কিশোৰৰ ফালে মই চাব নোৱৰা হলো। কোঠাটো অস্বাভাৱিকধৰণে গহীন হৈ পৰিল। অনুমান কৰিলো কিশোৰে আনফালে মুখ ঘূৰাই উচুপিবলৈ ধৰিছে। কিশোৰক কি কম কি

নকম এনেদৰে ভাবি থাকোতে মোৰ হাতত তেওঁৰ পাছ্-বুকটো তুলি দি ক'লে-

- মোক এইটো নালাগে দাদা। শেষত বাইদেৱে মোকো বিক্ৰী কৰিলে।

- ৰবাচোন কিশোৰ ইমান আবেগপ্ৰৱণ হব নালাগে। যি হৈছে তাকতো নোহোৱা কৰিব নোৱাৰি।

- কিন্তু দাদা! যেতিয়াৰ পৰাই মা একাংগীত ভূগিছে তেতিয়াৰ পৰাই মই বাইদেউক মাৰ দৰে ভাবি আহিছো। তাই মোক ইমান যতন লৈছিল বোধহয় মাইও সিমান লব নোৱাৰিলে হয়। যিমান নগণ্য নহওঁক লাগিলে তাই কোনোদিনে কথা লুকুৱা নাছিল। কিন্তু মোৰ জীৱনৰ আচল সময়তে তাই মোৰ পৰা কথা লুকুৱালে কিয়? কি প্ৰয়োজন আছিল? কি প্ৰয়োজন আছিল চাকৰি বিচাৰি যোৱাৰ? দৈনিক পাঁচ-ছয়টা হাঁহকণী আৰু আধা কিলো গাখীৰ বিক্ৰী কৰি যি পাওঁ তাৰে আমি চলিব নোৱাৰিলো হয়! তাতকৈ আমাৰ কি বেছি প্ৰয়োজন আছিল?

তাইৰ কোনো বস্তুৰেই মোক নালাগে দাদা। কোনো বস্তুৰেই।

এইবুলি কিশোৰে মোৰ হাতত থকা তেওঁৰ পাছ্-বুকটো টান মাৰি নি দুই হাতেৰে ফালি চিৰি পেলাই দি বিছনাত তলমূৰকৈ হুকহুকাই কান্দিবলৈ ধৰিলে। ✱✱

# বিড়ম্বনা

ৰেলখনে গুৱাহাটীৰ পৰা যাত্রা কৰিব লাগিছিল দিনৰ ১২-৩০ বজাত, কিন্তু ৰাতি দহবজাতহে ৰেলখনে ষ্টেচন এৰিলে। মই সংৰক্ষিত ডবাটোৰ একেবাৰে তলৰ বাৰ্থটোত শুই ললো। কিছুসময় পিছত গম পালো মোৰ মূৰত ফেৰফেৰিয়া বতাহ লাগিছে। পৰীক্ষা কৰি দেখিলো খিৰিকিৰ গ্লাচখন তলৰ ফুটা দুটাত লগাব নোৱাৰি। যিমানে গাড়ীৰ গতি বাঢ়িল সিমানে বতাহৰ কোব চৰিল। উপায় নাপায় মূৰটো ঘূৰাই লৈ ভৰি দুখনত গৰম কাপোৰ মেৰিয়াই ললো। ৰঙিয়া জংচন পাৰ হৈছো। এনেতে ডবাটোৰ লাইট নুমাই গ'ল। অন্ধকাৰ হোৱাৰ লগে লগে ক'ৰ পৰা যে জাকে জাকে মহবোৰ আহিল। ক'ৰবাৰপৰা চিত্ৰনলাৰ গোন্ধ এটা ভাঁহি আহিল। বোধহয় কোনোবাই মহৰ উৎপাতত থাকিব নোৱাৰি চিত্ৰনলা ছটিয়াইছে। তাতোকৈ বেচি অস্বস্তি লাগিল যেতিয়া ৰাজস্থানী ল'ৰাকেইটাই প্ৰত্যেকেই বিড়ি হুপিবলৈ ধৰিলে। গোটেই ডবাটো ধোৱাৰে ধুৱলি-কুৱলি হৈ পৰিল। উপায়হীন হৈ মূৰে-গায়ে কাপোৰ দি শুই পৰিলো। কেতিয়া টোপনি আহিল কব নোৱাৰো। কোনো এটা ষ্টেচনত ৰাতিপুৱা চিএৰ-বাৰ্খৰত সাৰ পালো। পাইখানাৰ বেগ অহাত মই শৌচাগাৰটোলৈ গ'লো। বাহিৰত থকা আইনাখনত মই মোৰ মুখখন চাই দেখিলো কপালত অজস্ৰ মহৰ কামোৰৰ চিন। শৌচাগাৰটোৰ দুৱাৰখন খোলাৰ লগে লগেই এটা উৎকট দুৰ্গন্ধ নাকত লাগিলহি। ভিতৰলৈ চাই দেখিলো গোটেই শৌচাগাৰটোৰ মজিয়াত চাৰিওফালে মানুহৰ মলৰ দম। ভৰি দিবৰ ঠাই নাই। মানুহে গছকি ফেনেকি পেলাইছে। তৎক্ষণাৎ দুৱাৰখন বন্ধ কৰি দিলো। বাকী কেইটা শৌচাগাৰৰো একে অৱস্থা। মানুহৰ মলৰ দম অকল ভিতৰতে আবদ্ধ থকা নাই। বাহিৰলৈও মানুহৰ ভৰিৰ খোজত আহিছে। কেতিয়াযে মোৰ পাইখানাৰ বেগ নোহোৱা হৈ পৰিল মই গমেই নাপালো। বোধহয় গোটেই ডবাটো অন্ধকাৰত ডুব গৈ থকা কাৰণে এনে হবলৈ পালে। মুখখন ধুম বুলি টেপটো খুলি মই অবাক। অলপো পানী নাই। পানী হয়তো কেতিয়াবাই শেষ হৈছে। তাৰমানে শৌচাগাৰৰ এনে অৱস্থা হোৱাৰ ইও এটা কাৰণ। উপায় নাপাই ঘৰৰ পৰা নিয়া পানীখিনিকে ব্যৱহাৰ কৰিলো। ভাগ্য ভাল মোৰ চিটটো ডবাৰ মাজত। নহলে এনে দুৰ্গন্ধত থকাই টান হ'লহেতেন। কোনোবাই ধূপ জ্বলাইছে, কোনোবাই চিত্ৰনলা ছটিয়াইছে, কোনোবাই ফেনাইল ছটিয়াইছে। বহুতে বিড়ি-চিগাৰেট হুপিছে। মুঠতে সকলো মিলি এটা বিশেষ অস্বস্তিকৰ পৰিবেশ সৃষ্টি হৈছে।

আচলতে দ্বিতীয় শ্ৰেণীৰ ডবাটোৰ মুঠতে ৭২ টা সংৰক্ষিত চিট। কিন্তু ডবাটোৰ ভিতৰত ১৫০ জনৰো বেচি মানুহ আছে।

আমি কেইজনমানে পিচৰ ষ্টেচনত ষ্টেচন মাষ্টৰক কলো— চাওক লাইট নাই, পানী নাই, দুৰ্গন্ধত থাকিব নোৱাৰি। সংৰক্ষণ নোহোৱা মানুহৰে ডবাটো পূৰ্ণ। কিবা এটা কৰক।

তেওঁ ক'লে, উপায় নাই মহাশয়। ডবা চাফ কৰাৰ ব্যৱস্থা মোগলচৰাইতহে আছে। লাইট

আৰু পানীৰ ব্যৱস্থাও এই ষ্টেচনত কৰিব পৰা নাযাব।

আমি বুজিলো আমাৰ দুৰ্যোগ ইমান সোনকালে শেষ নহব।

কি আচৰিত ইয়াৰ মাজতে মানুহে চাহ, কফি, বাদাম, মুৰি, কমলা, আপেল, আঙুৰ আদি কিনি খাইছে। মই মানুহবিলাকৰ মানসিক অৱস্থাটো অধ্যয়ন কৰিবলৈ চেষ্টা কৰিলো।শেষত মই বুজিলো আচলতে মইহে বেছি অতিষ্ঠ হৈ পৰিছো। মানুহবিলাকে তেওঁলোকৰ গন্তব্যস্থান পোৱাটোহে প্ৰথম কথা বুলি ভাবে। এনেবোৰ অসুবিধা তেওঁলোকৰ কাৰণে এটা স্বাভাৱিক ঘটনা। কি বিচিত্ৰ মন ভাৰতীয় মানুহৰ। তাতোকৈ বিচিত্ৰ কথা হ'ল এইটোৱে যে দুই তিনিঘন্টামান যোৱাৰ পিচত মোৰ নাকতো এই দুৰ্গন্ধ প্ৰবেশ নকৰা হ'ল আৰু অসহনীয় পৰিস্থিতিটো লগে লগে সহজ হৈ পৰিল।

তেতিয়া দিনৰ দহমান বাজিছে। শুনিলো ডবাটোৰ সিটো কোঠাত ভৈৰৱী ৰাগত বাঁহীবাদন আৰু তানপুৰৰ টুং টুং শব্দ। মই লাহেকৈ উঠি গলো। দেখিলো কলা গগলছ পিন্ধা বৃদ্ধ মানুহ এজনে বাঁহীত সুৰ লগাইছে আৰু মানুহ এজনীয়ে তানপুৰাত আঙুলি বুলাইছে। মানুহজনী অন্ধ নহয়। মানুহজনী আদবয়সীয়া। আঁতৰৰ পৰা মই বাঁহীবাদন শুনি থাকিলো। সুন্দৰ বাদন। তবলাত ত্ৰিতাল সংযোজন কৰিব পৰা হ'লে সুন্দৰ লাগিলহেতেঁন। কিন্তু তবলা বাদক নাই। বুজিলো অন্ধই নিশ্চয় ক'ৰবাত প্ৰশিক্ষণ লৈছে। ন'হলে ইমান নিখুঁত ভাৱে বাঁহীত ৰাগ সংযোজন কৰা কঠিন। বৃদ্ধৰ বাঁহীত কোমল 'সা'ৰ তৰংগ শুনি হঠাতে পচিশ বছৰ আগৰ ঘটনা এটা মনত পৰিল। মই তেতিয়া স্কুলৰ মাষ্টৰ। গুৱাহাটীৰ খাৰঘুলিত থাকোঁতে মই মোৰ লগত এজন অন্ধ বাঁহীবাদক ৰাখিছিলো প্ৰায় দুবছৰমান। তেওঁৰ পৰাই মই তবলা আৰু বাঁহী শিকিছিলো। মোৰ ভালকৈ শিকাই ন'হল। তেওঁ তেওঁৰ নিজৰ ঘৰ যোৰহাটলৈ গুচি গ'ল। তাতে তেওঁ মানুহ এজনী চপাই ললে। আচলতে মানুহজনীয়েহে তেওঁক চপাই ললে। মানুহজনীক ধন্যবাদ দি মই এখন চিঠি দিছিলো। এই কাৰণেই যে অন্ধ মানুহক সংগী কৰি লোৱা কাৰ্যত কম দৃঢ়তা থাকিব নালাগিব। মানুহজনৰ নাম আছিল নবীন গোঁহাই। ব্ৰেইল পদ্ধতিৰে পঢ়ি মানুহজনে দ্বিতীয় শ্ৰেণীত মেট্ৰিকো পাচ কৰিছিল। মই তেওঁক মাতিছিলো 'গোসাই' বুলি।

তাৰ পিছত গোঁহাইৰ খবৰ নাপাওঁ।

কোমলৰ পৰা কঠিনলৈ যাওঁতে ইমান সুললিতভাৱে আৰোহণ কৰিছে? মই বৃদ্ধৰ ওচৰলৈ আগুৱাই গলো। বাঁহীৰ ওপৰত থকা আঙুলিকেইটা লক্ষ্য কৰিলো।

তেওঁ খুব মনোযোগেৰে ৰাগ বজাইছে। ইতিমধ্যে মানুহৰ সমাগম বেচি হৈ আহিল।

ঠিক। ঠিকেই। সেই কেইটাই আঙুলি যিকেইটাক দুবছৰে মই লক্ষ্য কৰিছিলো বাঁহী বজোৱাৰ সময়ত। মই তেওঁৰ ওচৰতে বহি লৈ অলপ অনুচ্চ সুৰত মাত লগালো।

— গোসাই। অ' গোসাই।

তেওঁ তৎক্ষণাৎ বাঁহী বজোৱা বন্ধ কৰি মোৰ মাতটো বুজিবলৈ চেষ্টা কৰিলে। মই আকৌ গোসাই বুলি মাত লগোৱাত তেওঁ আনন্দত আপ্লুত হৈ মোক সুধিলে— ডেকা তাইটি নহয়?

— তাৰমানে মনত পৰিছে? আপোনাৰ স্মৃতিটো কম নহয়?

গোসাইয়ে মোৰ কথালৈ কাণ নিদি মানুহজনীক ক'লে— হেৰা। এওঁৱেই সেই ডেকা ভাইটি। আমাৰ বিয়াৰ পিছত যে তোমালৈ চিঠি দিছিল।

মানুহজনীয়ে তানপুৰাটো আঁতৰ কৰি থৈ মোক নমস্কাৰ জনাই ক'লে— ইস্ মোৰে ভাগ্য ভাল। আজি ইমান বছৰে আপোনাক লগ পাম বুলি আশা কৰি আছিলো।

গোসায়ে মোৰ হাত দুখন সাবটি ধৰি ক'লে— কোৱাচোন তোমাৰ খবৰ বাতৰি। বিয়া বাৰু হ'ল নে নাই? ল'ৰা-ছোৱালী কেইটা? মাজে মাজেতো চিঠি দিব পাৰা? বোধহয় ডাঙৰ চাকৰি কৰিছা। আমাৰ দৰে মানুহক কিয় মনত ৰাখিবা?

গোসায়ে আবেগত বহুত কিবা কিবি ক'লে। মই গোসাইৰ প্ৰবল উচ্ছ্বাসৰ মাজতে সুধিলো--আগতে কওঁক আপোনালোকৰ খবৰ বাতৰি। সুদূৰ যোৰহাটৰ পৰা দিল্লী অভিমুখে যাত্ৰা কিয়?গোসায়ে পোনে পোনে উত্তৰ দিলে— আমাৰ ল'ৰা দিল্লীত থাকে নহয়। সি তাতে পঢ়ি আছে। অৰ্থনীতিত অনাৰ্চ লৈছে।

গোসাইৰ মুখত কথাটো শুনি মই বৰ আনন্দ পালো। অৱশ্যে কিছু আচৰিতো হ'লো।

— তাৰমানে সি পঢ়াত চোকা?

-- চোকা বুলিয়েই ক'ব লাগিব। মেট্ৰিক আৰু হায়াৰ চেকেণ্ডাৰীত ষ্টাৰ পাইছে।

— কিয় যোৰহাটৰ জে বি কলেজত পঢ়িব পাৰিলে হয় দেখোন?

— নুশুনে নহয় সি আমাৰ কথা। শেষত আমি যাবলৈ দিলো।

— কিন্তু ইমান টকা পইচা?

— যোৰহাটত আমি এখন মিউজিক স্কুল খুলিছো। এওঁ চেটাৰ আৰু ভায়লিন শিকায়। মই তবলা আৰু বাঁহী শিকাওঁ। আমি মাহেকত দুই হাজাৰমান পাওঁ। তদুপৰি মোমায়েকহঁতেও তাক সহায় কৰে।

অলপ সময় বৈ বাঁহীটো ঘৈণীয়েকলৈ আগবঢ়াই দি ক'লে— মাক চাইছে পুতেক।

— মানে?

— মানে কি জানা? এবাৰ যদি কিবা কৰিম বুলি ভাবে তাক মৰি গলেও নেৰে।

মই মানুহজনীলৈ চালো। তেওঁ মিচিকিয়াই হাঁহি মাৰি ক'লে— দেউতাক জানো কম? মই লগ পোৱা দিন ধৰি কেৱল উপন্যাস লিখা কাম। মোক জুলুম কৰি মাৰিছে। কিমান শ্ৰুতলিপি লম? পৃথিৱী বিখ্যাত উপন্যাসবোৰ ব্ৰেইল পদ্ধতিত লিখি গৈছে। সেই সোপাকে দিনে ৰাতি পঢ়ি থাকে।

— কিন্তু কোনে পঢ়ি যায়?

— কোনে আৰু? মই। ৰাতি ন বাজিল নে নাই। আৰম্ভ হয় তেওঁৰ লিখা কাম। বাৰ বাজিলেহে তেওঁৰ লিখা পৰ্ব শেষ হয়। গতিকে বুজিলেনে কাৰ গুণ ল'ৰাৰ গাত আছে?

তেওঁলোকৰ ধৰণ কৰণৰ পৰাই বুজিলো তেওঁলোক ল'ৰাক লৈ বৰ সুখী। দেখিলো গোসায়ে তেওঁৰ বেগৰ ভিতৰৰ পৰা ফটো এখন উলিয়াই মোৰ হাতত দি সুধিলে— কোৱা কাৰ দৰে হৈছে? মোৰ দৰে নে মাকৰ দৰে?

মই দোধৰ- মোধোৰত পৰিলো। ল'ৰাৰ চেহেৰা সুন্দৰ। দেউতাকৰ দৰে বগা। কিন্তু নাক-মুখ, চেলাউৰি মাকৰ দৰে। কিবা এটা কৈ দিম। অন্ধ মানুহ। চেণ্টিমেণ্টত লাগিব। মই মৌন হৈ থকা কাৰণে গোসায়ে মাত লগালে— কি হ'ল ডেকা ভাইটি? নোকোৱা কিয়?

মানুহজনীৰ মুখলৈ চাই কোনো ইতিবাচক বা নেতিবাচক ইংগিত নাপাই মই ক'লো— আপোনাৰ দৰে হৈছে।

— মিছা কথা কৈছা তুমি। তাৰমানে তুমিও তোষামোদ কৰিবলৈ শিকিলা? মই তাৰ সমস্ত নাড়ী নক্ষত্ৰ বুজি পাওঁ। মাকৰ চৰিত্ৰ আৰু তাৰ চৰিত্ৰৰ মাজত পাৰ্থক্য নাই। আসন্ন বিপদকো সি ভয় নকৰে। সংগ্ৰামৰ মুখামুখি হবলৈ তাৰ যথেষ্ট সাহস আছে। গতিকে সি কেতিয়াও মোৰ দৰে হব নোৱাৰে। সি মাকৰ দৰে হৈছে।

মই স্তব্ধ হৈ পৰিলো। অৱশেষত হাৰ মানি গোসাইক ক'লো— ল'ৰাৰ ৰঙ আপোনাৰ দৰে আৰু মুখৰ গঢ় মাকৰ দৰে হৈছে।

— এতিয়াহে ঠিক কোৱা যেন লাগিছে। নে যুধিষ্ঠিৰৰ দৰে কৈছা— অশ্বত্থমা হতঃ কিন্তু ইতি গজঃ।

— নাই নাই মোৰ অন্তৰৰপৰা কৈছো। তেতিয়া গোহায়ে ঘৈণীয়েকক ক'লে — হেৰা! কি চাই আছা? এওঁক কিবা এটা খাবলৈ দিয়া। চুঙাপিঠা উলিওৱাচোন। আমিও খাওঁ। ডেকা ভাইটি, গুড়েৰে খাবা নে তালৰ ৰসেৰে খাবা?

তেতিয়া গোসাইক বুদ্ধি কৰি সুধিলো — গোসাই! ল'ৰাই মাতিছে নে আপোনালোক নিজেই আহিছে দিল্লীলৈ?

— অ' তোমাৰ কথা বুজিছো। কৈছোয়ে নহয় আমাৰ ল'ৰা বেলেগ ধাতুৰে গঢ়া। সি কোনো হীনমন্যতাত ভোগা নাই। সি মোক লৈ গৰ্বহে কৰে। দেখিছাই এইবোৰ। বাঁহী, তবলা, তানপুৰা। এইবোৰ সিয়েই লৈ আহিবলৈ কৈছে আমাক। বন্ধু-বান্ধৱক বোলে বজাই শুনাব লাগিব। তাকো তবলা শিকাইছো। শাস্ত্ৰীয় সংগীতত বজাব পৰা হৈছে।

আমি পিঠাত কামোৰ মাৰি তালৰ ৰস মুখত দিছো এনেতে বাদাম বেচা মানুহ এজন ডবাৰ ভিতৰলৈ আহি চিঞৰি চিঞৰি কবিতাৰ দৰে ক'লে—

বাদাম লিজিয়ে
মম্ফলি লিজিয়ে
টাইম পাচ
আৰাম কিজিয়ে
অন্ধ আদমী বাবুজী
মেৰে হাতসে
মম্‌ফলি লিজিয়ে।

কবিতাৰ দৰে গাই থকা কথাখিনি শুনি বৰ ভাল লাগি মই দুটকাৰ বাদাম ললো। সি তাৰ

কাপোৰৰ ডাঙৰ মোনাৰ পৰা অনা টেমা এটাৰে জুখি মোক বাদাম দিলে। লগতে এটা অকণমান নিমখৰ পেকেট। তাৰ কাষেৰে আৰু এজনে চিঞৰি গ'ল —

লিজিয়ে ডিম বইলড় আণ্ডা।

আণ্ডা বইলড় ডিম।

গোসায়ে মোক তেওঁৰ ডি - টিউনৰ বাঁহীটো আগবঢাই দি ক'লে—

বজোৱাচোন। তোমাৰ প্ৰিয় ৰাগ বাগেশ্ৰী। মই তবলা বজাওঁ। চৰ্চা আছে নে এতিয়া?

মই গোহাইকমোৰ বাওঁহাতখন তেওঁৰ সোহাতখনত তুলি দিলো। তেওঁ মোৰ হাতখন লিৰিকি চাই উচপ খাই ক'লে — হে হৰি আঙুলি দুটা নাই দেখোন? কি হৈছিল তোমাৰ?

— আপুনি গুচি যোৱাৰ দুবছৰ পিচত স্কুটাৰ এক্সিডেন্ট হৈ আঙুলি দুটা কাটি পেলাবলগীয়া হৈছিল। তেতিয়াৰ পৰা বাঁহী বাজোৱা বাদ দিলো। অৱশ্যে তবলা বজাওঁ মাজে মাজে।

— ইস ৰাম। আৰু ক'ৰবাত খুন হৈছিল নেকি? চকুতো দুখ পাইছিলা নেকি?

— নাই নাই বাকী সকলো ঠিকে আছে।

মই তেতিয়া গোসাইক ক'লো— গোসাই! সেই গানটো শুনা নাই বহুত দিন। আপোনাৰ বাঁহীত বৰ ভাল লাগে।

— কোনটো গানৰ কথা কৈছা?

— পাকিজা বোলছবিৰ নৌসডৰ ৰচনা।

'ইনহি লোগোনে, ইন্‌হি লোগোনে .. পট্টা মেৰা।' গোহায়ে বাঁহীত সুৰাৰোপিত কৰিলে। ঘৈনীয়েকে তানপুৰা ল'লে। মই তবলাত হাত দিলো। আমাৰ গানৰ সুৰ শুনি কোঠাটো মানুহেৰে পূৰ হৈ পৰিল। গান শেষ হোৱাৰ লগে লগেই মানুহবোৰ চিঞৰ বাখৰ লগালে।

—আৰু এটা, আউৰ এক,

দুজনমানে আমাৰ হাতত চাহৰ গ্লাচ তুলি দিলে। আমি তিনিওজনে চাহ খাই উঠি নিজৰ নিজৰ সৰঞ্জামত হাত দিলো। মই গোহাইক মালকোচ ৰাগটো সুৰাৰোপিত কৰিবলৈ কলো। গোহায়ে বিলম্বিত লয়ত ৰাগ সংযোজনা কৰিলে। মইয়ো তবলাত ত্ৰিতালৰ বোল লগালো। ইফালে তানপুৰাত টুং টুং শব্দ বাজি থাকিল। এটা সময়ত মধ্যলয় পাৰ হৈ দ্ৰুতলয়ত মই তবলা চলালো। বহুদিন চৰ্চা নাই কাৰণে মাজে মাজে 'সম্‌'ত 'ধা' পৰিব নোখোজে। তথাপিতো বুদ্ধি কৰি লৈ গৈছো। হাত অৱশ হৈ আহো আহো অৱস্থা।

এনেতে কাৰোবাৰ চিঞৰ শুনিলো।

— আদমী গিৰ্‌ গিয়া গাড়ীসে।

আমি তৎক্ষণাৎ আমাৰ গান বন্ধ কৰিলো। মানুহবোৰে দুই ডবাৰ মাজত থকা বাটটোৰপৰা কোন পৰিছে চাবলৈ গ'ল। ইতিমধ্যে গাড়ীখনে দ্ৰুতগতি লৈছে। মই ডবাটোৰ চেইন টানিবলৈ ইফালে সিফালে চাই দেখিলো— চেইন টনাৰ ব্যৱস্থা ডবাটোত নাই। প্ৰত্যক্ষদৰ্শীজনৰ পৰা জানিলো ৰেলখন গতি লোৱাৰ লগে লগে ইটো ডবাৰপৰা সিটো ডবালৈ যাবলৈ চেষ্টা কৰোতে মাজৰ সক

দলঙখনৰ পৰা সেই বাদাম বেচা অন্ধ মানুহজন সৰি পৰিল। ৰেলখনে গতি লোৱাৰ সময়ত এটা বিৰাট ঢাক্কা মৰাৰ ফলতে হেনো মানুহজন সৰি পৰিল। সকলোৱে ইস্ আস্ কৰিছে যদিও কাৰো একো কৰাৰ উপায় নাই।

মই গোহাইৰ ওচৰত পুনৰ বহিলো। মোৰ মুখৰ মাত হৰিল। মই কিবা কোৱাৰ আগতে গোহায়ে ক'লে— ভালেই হৈছে দিয়া। বেচেৰাক কাৰো প্ৰয়োজন নাই যেতিয়া গুচি যোৱাই ভাল হৈছে। নিজৰ প্ৰাণটো হাতৰ মুঠিত লৈ কম দিন কষ্ট খালেনে? আজি কষ্টৰ পৰা সম্পূৰ্ণ মুক্তি পালে।

পাছৰফালে গোহাইৰ মাতটো সেমেকি উঠিল। মই দেখিলো গোহাইয়ে গগলছ খুলি নামি অহা চকুপানীখিনি কমালখনেৰে মচি ললে।। ✱✱

# প্ৰেম যুগে যুগে

আবেলি পাঁচমান বজাত মিঃ শৰ্মাই বিছনাৰ পৰা উঠি আহি ড্ৰয়িং ৰুমত বহিল। আজি বহুদিন ধৰি শৰ্মা হৃদৰোগ আৰু উচ্চ ৰক্তচাপত ভুগিছে । আজি বিশ বছৰৰো বেচি হ'ল। ভাল চিকিৎসাৰ কাৰণে তেওঁ বাচি আছে। তেওঁ চকৰিৰ পৰা অৱসৰ ল'বৰ দহ বছৰৰো বেচি হ'ল। দুতলা ঘৰটোৰ তলৰ তলাত তেওঁলোক অৰ্থাৎ তেওঁ, ঘৈণীয়েক আৰু ডাক্তৰ ছোৱালীজনী থাকে। ওপৰৰ তলা ভাৰাত দিছে। ঘৈণীয়েকে অৱসৰ পাবলৈ আৰু বোধহয় এবছৰমান আছে।

পিয়ন এজনে চিঠি এখন তেওঁৰ হাতত দি থৈ গ'ল। চিঠিখন তেওঁৰ ছোৱালীৰ নামত আহিছে। ঘৈণীয়েক আহি তেওঁৰ ওচৰত থিয় দিয়াত শৰ্মাই ক'লে-

ঃমণিকালৈ দিয়া চিঠি। ৰিচাৰ্ডে দিছে। থৈ দিয়া। মণিকা কোনদিনা আহিব?

ঃজানো কোন দিনা আহে। পৰহি আহো বুলি কৈছে। কিন্তু ডুমেক্সে বা ঘৰৰ মানুহৰ লগত চা-চিনাকি কৰাওঁতে কিমান দিন লগায়?

ডুমেক্স আৰু মণিকা একেখন হস্পিটালৰ ডাক্তৰ। দুযো ৰিচাৰ্চো কৰি আছে। ডু মেক্সৰ ঘৰ চিলঙৰ লাইটুমুখ্ৰাত। সম্প্ৰদাযত সি খাচীযা। সম্পুৰ্ণ নাম ডুমেক্স লিংড'। দুয়োজনে অইল ইণ্ডিযা ইন্সিটিউত অৱ মেডিকেল চায়েন্সৰ পৰা পাচ কৰি আহিছে। মণিকাই মানুহৰ ক্ৰ'মজমৰ ওপৰত আৰু ডুমেক্সে গাইনোক'ল'জীৰ ওপৰত গবেষণা কৰি আছে। মাইকী মানুহৰ ডিম্বানুৰ লগত মতা মানুহৰ X আৰু Y ক্ৰমোজ'ম বিশিষ্ট শুক্ৰানুৰ মিলনৰ ওপৰত মণিকাৰ গবেষণা। যদি কোনো বিশেষ পদ্ধতিৰ দ্বাৰা Y ক্ৰমোজ'ম বিশিষ্ট শুক্ৰানুবোৰক শক্তিশালী আৰু ত্বৰান্বিত কৰিব পৰা যায আৰু লগে লগে X ক্ৰমোজ'মবিশিষ্ট শুক্ৰানুবোৰক দুৰ্বল কৰিব পৰা যায় তেতিয়া হ'লে মাইকী মানুহৰ XX ক্ৰমোজ'ম বিশিষ্ট ডিম্বানুটোৰ ওপৰত Y ক্ৰমোজ'ম বিশিষ্ট শুক্ৰানুবোৰে মিলনৰ বাবে জাকে জাকে আহি আক্ৰমন কৰিব। তেতিয়া মতা শিশু জন্ম হোৱাৰ সম্ভাৱনা অতি বেছি। ঠিক তেনেদৰে ওলোটা ব্যৱস্থা কৰিব পাৰিলে মাইকী শিশু জন্ম হোৱাৰ সম্ভাৱনা বেছি কৰিব পাৰি। কথা হ'ল ই কিমানদুৰ সম্ভৱ? সম্ভৱ হ'লেতো পৃথিৱীত তোলপাৰ লাগি যাব। মানুহে ইচ্ছা কৰি ল'ৰা বা ছোৱালীৰ জন্ম দিব পাৰিব। কি উপায়েৰে এইটো সম্ভৱ কৰিব পৰা যাব? মণিকাই তাৰ ওপৰতে তাইৰ গবেষণা চলাই আছে। আন আন মানুহৰ দৰে তাইয়ো মেডিকেল পঢ়াৰ আগতে ভাবিছিল যে শিশু ল'ৰা হোৱা বা ছোৱালী হোৱাৰ বাবে কেৱল মাইকী মানুহহে দায়ী। কিন্তু জৈৱ বিজ্ঞানে প্ৰমাণ কৰিছে যে ইয়াৰ বাবে কেৱল পুৰুষ সংগীজনহে দায়ী।

শৰ্মাৰ ঘৈণীয়েকে মণিকাৰ নামত অহা চিঠিখন খুলিবলৈ উদ্যত হওঁতে শৰ্মাই বাধা দি ক'লে।

ঃহেৰা। কি কৰা তুমি? চিঠিখন খুলিলে মণিকাই বেয়া নাপাব? মেচিঅ'ৰ্ড ছোৱালী। তোমালোক মাক বিলাকৰ এই সাধাৰণ জ্ঞানখিনিও নাই নহয়।

ঃকি মহাভাৰত অশুদ্ধ হ'বনো? তাই তাইৰ সকলো কথা মোক দেখুৱায়। মাক হৈ তাইৰ কথা জনাত কি দোষণীয় কথা থকিব পাৰে।

ঃকিন্তু ৰিচাৰ্ড হ'ল তাইৰ ল'ৰা বন্ধু। সিহঁত দুয়ো ইতিমধ্যে বহুদূৰ আগবাঢ়ি গৈছে। আমাৰো সম্মতি আছে। চিঠিখনত এনে কিছুমান ব্যক্তিগত আৰু একান্ত নিজস্ব কথা থাকিব পাৰে যিবিলাক আমি জনাৰ প্ৰয়োজন নাই।

শৰ্মাৰ কথা শেষ নহ'লেই শ্ৰীমতী শৰ্মাই চিঠিখন খুলি পঢ়িবলৈ ধৰিলে। শৰ্মাই অস্বস্তি অনুভৱ কৰি চাহ কাপ হাতত লৈ উঠি গ'ল। শৰ্মাই কথাবোৰ মনতে পাগুলিবলৈ ধৰিলে। যাহওঁক মণিকাক ৰিচাৰ্ডৰ দৰে ইমান টেলেণ্টেড ল'ৰা এজনৰ লগত বিয়া দিব পৰা যাব। দুয়ো লণ্ডনত থাকি প'ষ্ট-ডক্টৰেট কৰিব। এসময়ত বিশ্ববিখ্যাত জীৱ-বিজ্ঞানী হ'ব পাৰিব। ৰিচাৰ্ডে ইতিমধ্যে কথা দিছে মণিকাক ভাৰতীয় নিয়মেৰে বিয়া কৰাই লণ্ডনলৈ লৈ যাব। মণিকা শৰ্মা হ'ব মণিকা ৰিচাৰ্ড। শৰ্মাৰ মনটো আনন্দত নাচি উঠিল। ল'ৰা নহ'ল কি হ'ল? তিনিজনীক ইতিমধ্যে ভাল ভাল ল'ৰাৰ লগত বিয়া দিছে শৰ্মাই। মণিকাকো যদি ৰিচাৰ্ডৰ লগত দিব পৰা যায় তেতিয়া শৰ্মাৰ জীৱনৰ কাম প্ৰায় শেষ বুলি ক'ব পাৰি। ঘৰ-মাটি য'ত যি আছে চলাই খাব সিহঁতে। সময়ে সময়ে নাতি-পুতিয়ে গুৱাহাটীলৈ আহি তেওঁৰ ঘৰ উজ্জ্বলীকৃত কৰিব। কিমান ভাল লাগিব তেওঁৰ।

ঃহেৰি! হয়নে ক'লৈ গ'ল?

এইবুলি শ্ৰীমতী শৰ্মা তেওঁৰ ওচৰলৈ আহি এক উত্তেজনা মিশ্ৰিত কণ্ঠেৰে ক'লে।

ঃকথা দেখোন ওলোটা। চাওঁকচোন চিঠিখন পঢ়ি। মণিকাই এইবোৰ কি কৰিছে?

ঃইমান উত্তেজিত হৈছা কিয়? চাওঁ দিয়াচোন?

শৰ্মাই চিঠিখন পঢ়িবলৈ ধৰিলে। তেওঁৰ বুকুখন দুক দুক কঁপিবলৈ ধৰিলে। এখন দিঘলীয়া চিঠি। হাতৰ আখৰ মণিকাৰ। ইংৰাজীত লিখা। মণিকাই ৰিচাৰ্ডলৈ লিখা চিঠিখনকে ৰিচাৰ্ডে মণিকালৈ পঠায় দিছে। চিঠিখনৰ গাতে একেবাৰে শেষত ৰিচাৰ্ডৰ মন্তব্য আছে। শৰ্মাই পঢ়ি গ'ল। তৰ্জমা কৰিলে তাৰ ভাবাৰ্থ এনে ধৰণৰ—

মৰমৰ ৰিচাৰ্ড,

প্ৰথমতে মোৰ মৰম আৰু ভালপোৱা ল'বা। আশাকৰো তুমি ভালে আছা। তুমি বোধহয় তোমাৰ গৱেষণাৰ শেষ পৰ্যায়ত উপনীত হৈছা। গনোৰিয়া আৰু কাৰ্চিনোমাৰ মাজত কোনো সম্পৰ্ক পাইছা নেকি? পাইছা যদি এই সম্পৰ্ক কেনে আৰু কিমান বেছি? যদি কোনো ইতিবাচক ফলাফল পাইছা মোক জনাবাচোন।

এটা গুৰুত্বপূৰ্ণ সিদ্ধান্তত উপনীত হৈ তোমালৈ লিখিলো। ড'ণ্ট টেক্ ইট্ আদাৰওৱাইজ্। ডুমেক্স বোলা ল'ৰাজনক তোমাৰ মনত আছে বোধহয়। অ'ল ইণ্ডিয়া ইন্সটিটিউট্ অব মেডিকেল চায়েন্সত তোমাৰ লগত ডুমেক্সক চিনাকি কৰি দিছিলো। আমি একে শ্ৰেণীতে পঢ়িছিলো। ডুমেক্স বৰ সৰল আৰু বুধিয়ক। এটা নীতিত থাকে। তোমাক আগতেও কৈছিলো। ডুমেক্স আৰু মই একেখন হস্পিতালতে কাম কৰি আছো। এতিয়া আমি দুয়ো খুব ভাল বন্ধু। ডুমেক্সক মই কিয় ইমান গুৰুত্ব

দিছো সেই কথা কোৱাৰ আগতে আমাৰ ঘৰৰ সম্পৰ্কে কিছু কথা তুমি জনা ভাল হ'ব। আগতে পটি থাকোতে তোমাক মই আমাৰ কথা অলপো জানিব দিয়া নাছিলো। কি জানা মোৰ কোনো ভাই ককাই নাই। মোৰ ওপৰত তিনিজনী বাইদেউ। ময়েই সকলোতকৈ সৰু। বাইদেউকেইজনীৰ বিয়া হৈ গৈছে। ডাঙৰ ভিনদেউ জিওফিজিক্সৰ এম-এচ-চি। তেওঁ অষ্ট্ৰেলিয়াত থাকে। বাইদেউকো লৈ গৈছে। বছৰেকত এবাৰ আহে। মাজু ভিন্‌দেউ এতিয়া বৰোদাত। ডি ডি ই-অ' আৰ জিত কাম কৰে। তেওঁ কম্পিউতাৰ চায়েন্সত ডক্টৰেট। বাইদেউৱেও ভিন্‌দেউৰ লগত একেটা কোম্পানীত কাম কৰে। সৰু ভিন্‌দেউ কানাডাৰ এখন বিশ্ববিদ্যালয়ৰ গণিতৰ প্ৰফেচাৰ। সৰু বাইদেউ আকৌ তাৰে এখন কলেজৰ ইক'নমিক্সৰ প্ৰফেচাৰ।

সৰু বাইদেউৰ বিয়া হৈ যোৱাৰ পিছৰ পৰা মই এটা নতুন কথা উপলব্ধি কৰিবলৈ ধৰিলো। আগতে মই এইধৰণে ভবাই নাছিলো। মোৰ বিয়া তোমাৰ লগত হ'ব বুলি মা-দেউতা খাটাং,কাৰণ মোৰ সিদ্ধান্তৰ ওপৰত মাই কেতিয়াবা যুক্তি দিলেও দেউতাই তেতিয়া মোকহে সমৰ্থন কৰে। ক'ব নোৱাৰো দেউতাৰ মোৰ প্ৰতি অপৰিসীম মৰমৰ কাৰণে হয়তো মোৰ কোনো কথাতে আপত্তি নকৰে। মোক খুব বিশ্বাস কৰে। মই ভুল কৰিম বুলি কেতিয়াও নাভাবে। কিন্তু দেউতাক মই আলেঙে আলেঙে লক্ষ্য কৰিছো , হঠাৎ দেউতাই মন মাৰি বহি থাকে। তাৰ কাৰণটো মই বুজি উঠিছো। হযতো ময়ো যদি তোমাৰ লগত লণ্ডনলৈ গুচি যাওঁ তেতিযা তেওঁ অকলশৰীযা হৈ পৰিব। সেই মনোকষ্টত ভূগিলে দেউতাই মন মাৰি থাকে।

আজি কেইদিনমান আগতে মাযে কথা প্ৰসংগত মোক এটা কথা কৈছিল। কথাটো এতিয়া সিমান গুৰুত্বপূৰ্ণ নহয়। কিন্তু মোৰ জন্মৰ সময়ত ই বৰ জটিল আৰু গুৰুত্বপূৰ্ণ আছিল। কথাটো তোমাক কোৱাৰ প্ৰযোজন আছে কাৰণে ক'লো। তেতিয়াহে তুমি মোৰ নতুন সিদ্ধান্তটোৰ মূল কাৰণটো উপলব্ধি কৰিবা। এজনী এজনীকৈ তিনিজনী ছোৱালী জন্ম হোৱাৰ পিছত মা-দেউতা চিন্তাত পৰিল। দেউতাক আৰু সন্তান নালাগে কিন্তু মাক লাগে। মায়ে সদায় আশা কৰিছিল এইবাৰ ল'ৰা সন্তান হ'ব। মই যেতিয়া গৰ্ভত থাকো মোৰ লিংগ নিৰ্দ্ধাৰণ কৰিবলৈ মাক মেডিকেল কলেজলৈ লৈ যোৱা হ'ল। কলেজে নৈতিকতাৰ খাতিৰত এনে পৰীক্ষা নকৰো বুলি কোৱাত মাক নাৰ্চিংহোম এখনলৈ লৈ গ'ল। তেতিয়া মোৰ বয়স মাৰ গৰ্ভত তিনিমাহ। কিন্তু নাৰ্চিংহোমে পাঁচমাহ হ'লেহে পৰীক্ষা কৰিব বুলি ক'লে। সময়ত মাক লৈ যোৱা হ'ল যদিও দেউতাৰ কিন্তু গৰ্ভপাত কৰোৱাৰ অলপো ইচ্ছা নাই। দেউতা ভ্ৰূণহত্যাৰ পক্ষপাতী নহয়। পৰীক্ষাত ধৰা পৰিল মই ছোৱালী হৈ জন্ম লভিম। মাই তেতিয়া গৰ্ভপাতৰ কাৰণে মৰকামোৰ দিয়াত উপায় নাপাই দেউতাই মত দিলে। সেইমতে অস্ত্ৰোপচাৰৰ কাৰণে মাক এনেস্থেচিয়া দি অস্ত্ৰোপচাৰ কোঠালৈ লৈ গ'ল। কিন্তু কেইমিনিটমান পিছত ডাক্তৰ ওলাই আহি দেউতাক ক'লে-

: শৰ্মা এটা ভুল হ'ল নহয়।

: কি?

: আপোনাৰ শ্ৰীমতীক এটা কথা সুধিবলৈ বৈ গ'ল। যিটো শিশু চিজাৰিন অস্ত্ৰোপচাৰৰ দ্বাৰা

বাহিৰ কৰি অনা হ'ব সি হ'ব এটা জীৱন্ত শিশু। যিহেতু ইতিমধ্যে পাঁচমাহ হৈ গৈছে শিশুটো প্ৰায় সম্পূৰ্ণ হৈ উঠিছে। তেনে এটা শিশুক আমি বাহিৰত আনি মাৰিব নোৱাৰিম। আমি আপোনালোকক শিশুটো তুলি দিম। আপোনালোকে যি কৰে কৰিব।

ঃ কিন্তু আমিও জানো মাৰি পেলাব পাৰিম?

ঃ তাৰমানে আপোনালোকে শিশুটোক লালন পালন কৰিবলৈ বাধ্য। তেতিয়া কি হ'ব জানে? এটা অ পূৰ্ণাংগ শিশুক আপোনালোকে গোটেই জীৱন ধৰি অশেষ কষ্টেৰে জীয়াই ৰাখিব লাগিব। তাতকৈ এটা পূৰ্ণাংগ শিশুক ডাঙৰ দীঘল কৰা কাম বহুত সহজ হ'ব। লগতে এটা মৰম লগা সন্তানৰ মা-দেউতা হ'ব পাৰিব। তিনিজনীক যদি পোহপাল দিব পাৰে আৰু এজনীক কিয় নোৱাৰিব? কথাটো ভালকৈ ভাবি চিন্তি চাওঁক। এতিয়াও সময় আছে।

দেউতাই তেতিয়া ক'লে-

ঃতেওঁৰ পুনৰ জ্ঞান আহক। তেতিয়া তেওঁক সুধিহে কি কৰা হ'ব ঠিক কৰিম।

মাৰ জ্ঞান অহাৰ পিছত মাক যেতিয়া কথাখিনি কোৱা হ'ল তেতিয়া মায়ে গৰ্ভপাত কৰিব নালাগে বুলি মত দিলে। ফলত মোৰ জন্ম হ'ল।

মা-দেউতাই কিমান আশা কৰিছিল এটা ল'ৰা সন্তান পাবলৈ। ভাৰতীয় জীৱনধাৰাত ল'ৰাৰ স্থান কিমান ওপৰত সেই কথা তুমি মোৰ জন্ম ৰহস্যৰ পৰা বুজিব পাৰিবা। সেয়ে মই ভাবিছো ল'ৰাই যি কাম কৰিব পাৰে সেই কাম মই কৰিব নোৱাৰিম কিয়? তেতিয়াৰ পৰাই মই ঠিক কৰিলো মই মা-দেউতাৰ লগত থাকিম। দৰকাৰ হ'লে বিয়াও নকৰাও। ভাৰতীয় সমাজত বিয়াৰ পিছত ছোৱালী ল'ৰাৰ ঘৰত থাকিব লাগে। তোমালোকৰ তাত অৱশ্যে ইমান বন্ধন নাই। ল'ৰা ছোৱালীৰ ইচ্ছাৰ ওপৰত এৰি দিয়া হয়। ভাৰতত কোনো কোনো ঠাই এতিয়াও মাতৃপ্ৰধান হৈ আছে। যেনে অসমৰ ওচৰতে মেঘালয। মেঘালয়ত বিয়াৰ পিছত ল'ৰাহে ছোৱালীৰ অভিভাবক বা মাক-দেউতাকৰ ঘৰলৈ যাব লাগে।

গতিকে সকলো কথা ভাবি-চিন্তি মই মোৰ সমস্ত কথা ডুমেক্সক ক'লো। ডুমেক্স মান্তি হৈছে। ডুমেক্সৰ ঘৰ মেঘালয়ৰ চিলং চহৰত। তোমাৰ লগত মোৰ যে গাঢ় বন্ধুত্ব আছে সেই কথা ডুমেক্সে জানে। তেওঁ মোৰ প্ৰস্তাব সাদৰেৰে গ্ৰহণ কৰিছে।

তোমাৰ বোধহয় মনত আছে এদিন তুমি নতুন দিল্লীৰ হোটেল অশোকাৰ ওচৰত নেহেৰু পাৰ্কত মোৰ ওচৰত এটা প্ৰস্তাৱ আগবঢাইছিলা, যিটো তোমালোকৰ সমাজত কোনো কথাই নহয়। বৰং তেনেকুৱা প্ৰস্তাৱৰ বিৰোধিতা কৰিলেহে ধৰি লোৱা হয় ছোৱালীজনীৰ কিবা মানসিক বা শাৰিৰীক অসুস্থতা আছে। মই কিন্তু লগে লগে বাধা দিছিলো।

ঃন' ৰিচাৰ্ড। ইউ কেন্ নট্ প্ৰচিড ফাৰদাৰ। আই ওৱান্ট টু ৰিমেন ভাৰ্জিন টিল মাই মেৰেজ।

এই কথাও মই ডুমেক্সক কৈছো । আজি মই মোৰ ভাৰ্জিনিটিৰ ওপৰত ভিত্তি কৰিয়েই ডুমেক্সৰ ওপৰত বিয়াৰ প্ৰস্তাৱ আগবঢ়াব পাৰিছো। নহ'লে হয়তো মই মানসিকভাৱে দুৰ্বল হৈ ডুমেক্সৰ সংগী হোৱাৰ কথা ভাবিবই নোৱাৰিলোহেঁতেন তুমি ভাবিব পাৰা এজনী মেডিকেল গ্ৰেজুৱেট হৈ

দৈহিক মিলনক অবৈধ বুলি ভাবি মই ইমান গুৰুত্ব দিয়াৰ কোনো অৰ্থ থাকিব নোৱাৰে। ইট ইজ এজ চিম্পল এজ এনিমেল্চ ডু। কি জানা? আমি যি মানসিক প্ৰস্তুতিৰে ডাঙৰ হৈছো সেইটো ইমান সোনকালে দলিয়াই পেলাব নোৱাৰি ৰিচাৰ্ড। ঠিক যেনেকৈ তোমালোকে নোৱাৰা।

গতিকে ডুমেন্দ্ৰ আৰু মই অতি সোনকালে বিবাহ পাশত আবদ্ধ হ'ম। মা-দেউতাক এতিয়াও কোৱা নাই। সময়ত ক'ম। মই কেইদিনমান পিছত ডুমেন্দ্ৰৰ ঘৰলৈ গৈ তেওঁলোক মান্তি হয় নে নহয় জানি আহিহে মা-দেউতাক ক'ম। মোৰ বিশ্বাস ডুমেন্দ্ৰ আৰু মোৰ মাজত বিয়া হোৱাত কোনো বাধা নাথাকিব। বিয়াৰ পিছত ডুমেন্দ্ৰ আমাৰ ঘৰত থাকিব। মা-দেউতাৰ লগত আমি একেলগে থাকিব পাৰিম। তেতিয়া মা-দেউতাৰ যি একাকীকত্বৰ ভয় আছে সি আঁতৰি যাব।

মই জানো মোৰ এই সিদ্ধান্তত তুমি মনোকষ্ট পাবা। তুমি ভাবা নেকি এই সিদ্ধান্তত মই অলপো মনোকষ্ট পোৱা নাই? এই সিদ্ধান্তত উপনীত হওঁতে মই বহু ৰাতি উজাগৰে কটাইছো। মোৰ মনটোৰ লগত কতদিন যুঁজ-বাগৰ কৰিছো। আজি ছয়-সাত বছৰে তোমাৰ আৰু মোৰ মাজত যি বন্ধুত্ব গঢ়ি উঠিছে ভাবা নেকি তাৰ পৰা মই মুক্তি পাইছো। বন্ধুত্ব চিৰদিন থাকিব। মোৰ মনৰ পৰা ৰিচাৰ্ড নামৰ মানুহজনৰ ছবি কেতিয়াও মচ খাই নাযায়। কন্‌জুগেল লাইফ হেজ চেপাৰেট আইডেন্টিটি ফ্ৰম ডেট অব ফ্ৰেণ্ডচিপ্। কথাটো তুমিও জানা।

তোমাৰ গবেষণা কেতিয়ামানে শেষ হ'ব জনাবা। পষ্ট-ডক্টৰেটৰ কাৰণে কেতিয়ামানে লণ্ডনলৈ যাবা? আমিও হয়তো গবেষণাৰ কামত লণ্ডনলৈ যাব লাগিব পাৰে। তেতিয়া তাত লগালগি হ'ম। ঠিকনাটো দিবলৈ নাপাহৰিবা। আমাৰ বিয়ালৈ মাতিম। নহাকৈ নাথাকিবা কিন্তু। তোমালোকে দেখোন টুৰ কৰি ভাল পোৱা। গুৱাহাটীলৈ আহিবাচোন। কি সুন্দৰ প্ৰাকৃতিক সম্পদে বিৰাজ কৰি আছে। দিল্লী এখন শুকান কৃত্ৰিমতাৰে ভৰা ঠাই। য'ত পানী কিনি খাব লাগে সেইখন কিবা দিল নিব পৰা ঠাই হ'ল নেকি? আহিলে বৰ ভাল পাম । মা-দেউতাইও তোমাৰ ফটোহে দেখিছে। তেতিয়া আচল মানুহজনক দেখা পাব।

অ' তোমাক ডুমেন্দ্ৰৰ আচল পৰিচয়টো দিয়াই নাই। ডুমেন্দ্ৰ হ'ল বাওঁপন্থী। সমাজবাদত বিশ্বাস কৰে। ইফালে মোৰ দেউতা হ'ল বি-জে-পি ৰ আদৰ্শত বিশ্বাসী। সেইফালৰ পৰা চাব গ'লে দেউতাই ডুমেন্দ্ৰক নিজৰ কৰি লোৱাত অসুবিধা পাব পাৰে। হয়তো ডুমেন্দ্ৰৰ লগত মোৰ বিয়াৰ প্ৰস্তাৱত দেউতা মান্তি নহবও পাৰে।

তথাপিতো মোৰ বিশ্বাস যিজন মানুহে খ্ৰীষ্টানলৈ মোক দিয়াত আপত্তি নকৰে সেইজন মানুহে কেৱল বাওঁপন্থী হ'ল বুলিয়েই যে বাধা দিব সেই কথা মই নাভাবো। অৱশ্যে যদি বাধাৰ সৃষ্টি কৰেও তথাপিতো মই ডুমেন্দ্ৰকে বিয়া কৰাম। প্ৰয়োজন হ'লে আমাৰ ঘৰৰ ওচৰতে ভাৰা লৈ হ'লেও থাকিম।

চিঠিখন দীঘলীয়া কৰি তোমাক আমনি দিছো। বেয়া নাপাবা। ক'ৰবাত কেতিয়াবা লগ পোৱাৰ আশাৰে এৰিলো।

ইতি

তোমাৰ

মণিকা

তাৰ পিচত শৰ্মাই ৰিচাৰ্ডৰ ইংৰাজীত লিখা মন্তব্য খিনি পঢ়িবলৈ ধৰিলে।

ৰিচাৰ্ডৰ মন্তব্যৰ তৰ্জমা কৰিলে তাৰ ভাবাৰ্থ এনেধৰণৰ

মই তোমাৰ চিঠিখন অতি মনোযোগেৰে পঢ়িছো। মই তোমাৰ সিদ্ধান্তক আদৰণি জনাইছো। তুমি যিটো দিনৰ কথা কৈছা সেইদিনা মই তোমাক একেবাৰে ওচৰত পাই বৰ বেচিকৈ উত্তেজিত হৈ পৰিছিলো। কিন্তু যেতিয়া মই তোমালোকৰ ভাৰতীয় দৰ্শন সম্পৰ্কে উপলব্ধি কৰিলো তাৰ পিচৰ পৰাই তোমাক কেতিয়াও তেনে প্ৰস্তাৱ দিয়া নাছিলো। আশা কৰো তুমি মোক ক্ষমা কৰিবা। আমি আমাৰ জীৱনৰ সোৱাদ অন্তৰেৰে গ্ৰহণ কৰোহক।

মই তোমাৰ চিঠিখনত মোৰ মন্তব্য লিখি ওভোটাই দি পঠিয়ালো কাৰণ এইখন এখন তোমাৰ জীৱনৰ দলিল হৈ থাকিব। এইখনেই তোমাক কেতিয়াবা ৰিচাৰ্ড নামৰ এজন ইহুদীক মনত পেলাব। মইয়ো তোমাৰ চিঠিখনৰ নকল এটা ৰাখিছো বন্ধুত্ব আৰু প্ৰেমৰ চিন স্বৰূপে।

অহা মাহত মই দিল্লীৰ পৰা লণ্ডনলৈ যাম আৰু গৈ আৰু কেতিয়াও নাহো। মই মোৰ গৱেষণা পত্ৰ সংশ্লিষ্ট বিভাগত জমা দিছো। মই মোৰ গৱেষণাত গনোৰিয়া আৰু কাৰ্চিনোমাৰ মাজত কিছু সম্পৰ্ক থকা বুলি উল্লেখ কৰিছো, সেইটো বিশেষজ্ঞ বিচাৰকে বিচাৰ কৰিব।

আকৌ কেতিয়াবা লগ পাম যদি মই দুৰ্ভগীয়া নহওঁ। তোমাৰ বৈবাহিক জীৱন সুখৰ হওঁক।

তোমাৰ

ৰিচাৰ্ড

চিঠিখন পঢ়ি উঠি যেতিয়া শৰ্মাই ঘৈনীয়েকলৈ চালে তেতিয়া ঘৈনীয়েকে ক্ৰোভত ক'লে-

ঃদেখিলে। তাইক মৰম কৰোতে কৰোতে কি কৰিলে? অসমত আৰু ল'ৰা নাছিল? খাচীয়া এজনকহে পালে?

ঃ হেৰা । তাই দেখোন আমাৰ কাৰণেই এইটো কৰিলে। আন কেইজনীয়েতো এনেকৈ এবাৰো নাভাবিলে। বুঢ়া-বুঢ়ী হালৰ অসুবিধা হ'ব বুলি তাই ত্যাগ কৰিবলৈ ওলাইছে । তাত আমাৰ দুখ কৰাৰ বা খং কৰাৰ কাৰণ নাই। এনে ছোৱালী হ'লে ল'ৰা কিয় লাগিছে। তাইকতো তুমি পেলাই দিব খুজিছিলা। এতিয়া দেখিলা। চাবা মোৰ এতিয়া কোনো বেমাৰ নাথাকে। আমি বহুদিন বাচি থাকিম। আৰু শুনা তুমিওতো ট্ৰাইবেল। ডুমেয়ো ট্ৰাইবেল। সি যেনিবা হিলচ্ ট্ৰাইবেল। অষ্ট্ৰিক গোষ্ঠীৰ । গতিকে মোৰ ছোৱালীয়ে ট্ৰাইবেল এজনক বিয়া কৰোৱাত তোমাৰ কি আপত্তি থাকিব পাৰে। তুমি ভালহে পাব লাগিছিল। ইয়াতকৈ আৰু আমাক কি লাগে।

শৰ্মাৰ ঘৈনীয়েকে শৰ্মাৰ বুকুত নিজ ৰ মুখটো গুজি দিলে। শৰ্মাই ঘৈনীয়েকৰ চুলিৰ মাজেৰে নিজৰ হাতৰ আঙুলি কেইটা বুলাই দিলে।

দুয়োৰে চকুৰে তেতিয়া নামি আহিল আনন্দাশ্ৰু। ✱✱

# বিমলাৰ ডায়েৰী

ৰাতিপুৱা বিমলাই চাহ একাপ গিৰিয়েক টাটাৰাওক দি নিজেও চাহত শোহা মাৰোতে গিৰিয়েকে অসমীয়া, বঙালী আৰু হিন্দী মিশ্ৰিত ভাষাৰে ক'লে- তুই ৰচীগুলা নিয়ে যাবি। মুই ড্ৰামটা আৰু কোদালি নিয়ে যাম। ১৫০-এ কোৱাৰ্টাৰেৰ টেংকীটা পুৰা খালি কৰ্‌তে লাগবো। লক্ষ্মীস্বামী আৰু মুন্নাও আহিব। দুগৰ্ন্ধে চাৰা জাগাটাই একদম খাৰাপ হইয়া গেছে।

বিমলা অহা দিনৰে পৰা টাটাৰাৱে অসমীয়া শিকিবলৈ লৈছে। প্ৰথমতে বিমলাই শিকাইছিল যদিও এতিয়া বাদ দিছে। বুঢ়া হ'ল, এতিযা আৰু প্ৰয়োজন নাই। তদুপৰি টাটাৰাৱৰ এইখিনি জ্ঞানেৰে চলি যায় কাৰণ ৰেল কল'নীৰ প্ৰায়বিলাক চাকৰিয়ালেই বঙালী।

টাটাৰাও আৰু বিমলা দুয়ো ৰেলত চাকৰি কৰে জামাদাৰ হিচাপে। সিহঁতৰ একমাত্ৰ লৰা বিকাশ। এইবাৰ হাযাৰচেকেণ্ডাৰীৰ ফাইনেল পৰীক্ষা দিছে। বিজ্ঞান বিভাগত। চি বি এচ চি কোৰ্চ। ৰেলৱে হায়াৰ চেকেণ্ডাৰীৰ পৰা। বিকাশে আকৌ সুন্দৰ অসমীয়া কয়। তেলেগু দুই এটা শব্দহে জানে। বিমলা খাচ অসমীয়া মানুহৰ ছোৱালী। গতিকে বিকাশৰ মাতৃভাযা অসমীয়া। বিকাশ পঢ়াত বৰ চোকা। একবাৰে কোনো এটা ওপৰৰ স্থানত থাকিব পাৰে। বিকাশৰ এনেকুৱা ফলাফলবোৰত কোনো মানুহ আচৰিত নহয়। ইয়াৰ কাৰণো নোহোৱা নহয়।

আজি তিনিদিন আগতে বিকাশ তাৰ গাঁৱৰ বন্ধু এজনৰ ঘৰলৈ গৈছিল, এতিযাও ঘূৰি নহাত বিমলাৰ বৰ চিন্তা । ক'ত বা কি খাইছে? কাৰ লগত বা কেনেকৈ শুইছে? আঠুৱা আছে নে নাই? আজি তিনিদিনে তাই চট্‌ফটাই আছে।

গিৰিয়েক টাটাৰাওক বিমলাই ক'লে- এবাৰ বিকাশৰ খবৰ ল'ব লাগিছিল নহয়। কেৱল পানীসোপা খাই টং হৈ পৰি থাকিলে হ'ব নেকি? সিটো ইমান দিন থকাকৈ কেতো নাযায়।

ঃ তুই কিৰে বিমলা? পৰীক্ষা গেছে। দুই একদিন বাইৰে থাক্‌বোই। জোৱান লেডকা। তুই এম্‌নিতে এত চিন্তা কইৰা থাকচ্। ভগবান তোৰে শ শবাৰ নমস্কাৰ। তুই আমাৰে এত সুখ এত শান্তি দিয়ে দিলি। এইবুলি টাটাৰাৱে হাতযোৰ কৰি ওপৰলৈ উঠালে আৰু বিমলাক সোঁহাতখনেৰে সাবটি ধৰি বিমলাৰ কপালত চুমা খাই ক'লে- দেৰি কৰ্‌বি না। ৰচীগুলা নাহ'লে কাজ হবেনা। লাম্বা ঝাৰুটাও লাগ্‌বো। এইবুলি সি ওলাই গ'ল।

জমাদাৰ কল'নীৰ ভিতৰত বিমলা হঁতৰ কোৱাৰ্টাৰটো অতি সৰু। কোনোমতেহে তিনিজন মানুহ থাকিব পাৰে। বিকাশৰ কাৰণে বাৰাণ্ডাতে সিহঁতে এটা সৰু কোঠা কৰি লৈছে। তাতে বিকাশৰ পঢ়া টেবুল আৰু শোৱা বিছনা।

বিছনাৰ গাত লাগি থকা সিহঁতৰ সৰু টেবুল খনত থকা চুটকেছটো বিমলাই খুলি চালে। চুটকেছটোতে তাইৰ সমস্ত দৰকাৰী আৰু গোপনীয় বস্তু থাকে। তাই তাইৰ পুৰণা ডায়েৰীটো বিচাৰিলে।

বিয়াৰ আগৰে পৰা লিখা ডায়েৰী। বাৰ্ষিক নহয়। জীৱন ডায়েৰী। ডায়েৰীৰ ভিতৰৰ প্ৰথম পাতটোতে এজন সুদৰ্শন যুৱকৰ ফটো আঠা লগাই থোৱা আছে। একান্ত ব্যক্তিগত কথাৰে পৰিপূৰ্ণ জীৱনৰ ৰোমাণ্টিক ঘটনা আৰু সংঘাত আদিৰে পূৰ্ণ জীৱন্ত কাহিনীৰে সন্নিবিষ্ট ডায়েৰীটো। ডায়েৰীটো তাই কাকো চাবলৈ নিদিয়ে। খুব সযতনে লুকাই থয়। প্ৰথমতে তাই প্ৰত্যেকদিনাই লিখিছিল, পিছতহে লাহে লাহে গুৰুত্বপূৰ্ণ সংঘাতবোৰ তাই লিখি গৈছিল।

ডায়েৰীটো বিচাৰি চলাথ কৰিও ক'তো নাপাই তাই হতভম্ব হ'ল। কি হ'ল? বিকাশে পালে নেকি কিবাকৈ? হঠাতে তাই দেখিলে ডায়েৰীটো চুটকেচটোৰ বাহিৰত কাপোৰ এখনৰ তলত পৰি আছে। ৰক্ষা। হওঁক তেও অন্ততঃ বিকাশে দেখা নাই। ডায়েৰীটো হাতত পৰাৰ লগে লগে তাইৰ অতীত জীৱনৰ ছবি এটা এটাকৈ মানস পটত ভাহি উঠিল। বিশ বছৰ আগতে তাই কি আছিল। এতিয়া কি হ'ল। ক'ত হেৰাই গ'ল তাইৰ সোণালী স্বপ্ন।

তাই অষ্টমমান শ্ৰেণীত পঢ়ি থাকোতেই লগ পাইছিল প্ৰতুলক। প্ৰতুল তেতিয়া কলেজত। সুদৰ্শন, ওখ-পাখ, বগা। কেঁকোৰা-কেঁকুৰি চুলি আৰু ডাঠ ক'লা চেলাউৰিৰে প্ৰতুলৰ পৌৰুষ আকৰ্ষণীয়। কেতিয়া কোন মুহূৰ্ত্তৰ পৰা যে বিমলাই প্ৰতুলক অন্তৰত স্থান দিলে ক'বই নোৱাৰিলে। পঢ়াত ভাল কাৰণে প্ৰতুলৰ আগমনক বিমলাৰ মাক-দেউতাক ককায়েকহঁতে আগ্ৰহৰে গ্ৰহণ কৰিছিল। প্ৰতুলহঁতৰ তুলনাত বিমলাহঁতৰ ঘৰৰ ব্যৱস্থা খুবেই ভাল।

সেইদিনটোৰ স্মৃতি তাইৰ আজিও সজীৱ হৈ আছে। মেট্ৰিক পৰীক্ষালৈ দহদিনমান আছে। প্ৰতুল আহিছিল তাইৰ ওচৰলৈ। প্ৰতুল অতি সংযত আৰু সংযমী। কি কাৰণত প্ৰতুলৰ কথা ৰোমন্থন কৰি তাই ইতিমধ্যে উত্তেজিত হৈ আছিল তাই হয়তো এতিয়াও ক'ব নোৱাৰে। তাই আচৰিত হৈছিল প্ৰতুল ইমান ওচৰতে থাকিও যেন বহুত দূৰৈত। সেইদিনা তাই তাৰ ওচৰত দুৰ্বল হৈ তাৰ কোলাত জাপ মাৰি বহি লৈ তাই তাইৰ চকু-মুখ, কঁপাল, বুকু-পিঠি প্ৰতুলৰ ওচৰত এৰি দিলে। প্ৰতুলৰ গাল-মুখ চুমাৰে ভৰাই পেলালে। প্ৰতুলৰ হাতৰ কোমল পৰশত তাই যেন এক জীৱন্ত ফচিল। প্ৰতুলৰ কামোন্মাদনাৰ নিপীড়ন তাই আজিও উপলব্ধি কৰে, তাইৰ গাৰে শিহৰণ বৈ যায়. দুয়ো যেতিয়া এক স্বৰ্গীয় তৃপ্তিৰে এৰা এৰি হ'ল তেতিয়াহে তাই বুজিলে যে তাই সাময়িক উত্তেজনাত এক সাংঘাতিক ভুল কৰি পেলালে। কিন্তু সেই স্মৃতি, সেই তৃপ্তি, সেই পৰশ, সেই চুম্বন সেই সুঠাম বাহুৰ মাজৰ নিপীড়ন কি মধুৰ! কি ৰোমাণ্টিক! তাই উপলব্ধি কৰিছিল নাৰীৰ জীৱনত এনে তৃপ্তি খুব কমেহে আহে। হয়তো এবাৰ। মনেপ্ৰাণে বিচৰা জীৱনৰ প্ৰথম পুৰুষ যিজনে দৈহিক - মানসিক সকলো সন্তুষ্টি, সকলো প্ৰশান্তি দিব পাৰে কেইমিনিটমানৰ ভিতৰতে। ইয়াতকৈ মূল্যবান সম্পদ নাৰীৰ বাবে অন্য কিবা আছে বুলি তাই নাভাবে। আজিও তাই নাভাবে।

মেট্ৰিক পৰীক্ষা দি অহাৰ এমাহমান পিছত তাই দেখিলে তাইৰ গাত মাতৃত্বৰ লক্ষণে দেখা দিছে। প্ৰথমতে তাই লুকুৱাবলৈ চেষ্টা কৰিছিল। কিন্তু মাকৰ চকুত ধৰা পৰিল। তাই এক নিশ্চিত বিপৰ্যয়ৰ সন্মুখীন হ'বলৈ মানসিকভাৱে প্ৰস্তুত হ'ল। তাই জানে ইয়াৰ চৰম ফলাফল তাইৰ বাবে বৈ আছে। তাই আজিও মৰ্মে মৰ্মে উপলব্ধি কৰে যৌৱনৰ এনে ভুলত এক দুষ্প্ৰাপ্য সুখ আৰু আনন্দ

আছে। কিন্তু মানুহে কৰা ধৰাবন্ধা নিয়মৰ মাজত কেনে ইয়াৰ মূল্য নাই। অথচ যৌৱনত এনে ভুল প্ৰায় মানুহেই কৰে।

মাকে কেইবাদিনো বিমলাক দিহা দিছিল— তই কথাটো প্ৰতুলক ক। হয় সি তোক গ্ৰহণ কৰক নহয় কোনো নাৰ্চিং হোমলৈ নি অন্য ব্যৱস্থা কৰক।

: মা। মই প্ৰতুলদাক কৈছো। তেওঁ মোক কথা দিছে। কেৱল বি এচ্ চি পৰীক্ষাটো যাবলৈ দিছে।

: তাৰ মানে আৰু দুমাহ? মানুহৰ আগত মুখ উলিয়াবি কেনেকৈ? তই এতিয়াই কিবা এটা কৰ।

: তুমি চিন্তা কৰিব নালাগে মা। প্ৰতুলদাই মোক কি কৈছে জানা? ভুল কৰিলো যেতিয়া তাক আগ্ৰহেৰে আনন্দেৰে গ্ৰহণ কৰা উচিত। তোমাক মই প্ৰতিশ্ৰুতি দিছো।

: প্ৰতুলক তই ইমান বিশ্বাস কৰিছ ?

: কৰিছো মা।

: কিন্তু বিমলা, প্ৰতুলৰ অভিভাৱক আছে। তই দেখোন জানই সিহঁত হ'ল কলিতা সম্প্ৰদায়ৰ আৰু আমি হ'লো মাছমৰীয়া সম্প্ৰদায়ৰ। প্ৰতুলৰ অভিভাৱকে কেতিয়াও মত নিদিয়ে। পাৰিবনে প্ৰতুলে তেওঁলোকৰ মতক উলংঘা কৰিব?

: পাৰিব মা? প্ৰতুলদাৰ অন্তৰাত্মা মই বহুদিন চুই চাইছো। কি সুন্দৰ, কি নিৰ্মল, কি পাপৰি সদৃশ কোমল অথচ কি কঠোৰ, কি সংযত, কি দৃঢ়। প্ৰতুলদাৰ অন্তৰাত্মাই এবাৰ যি কয় সেইটোৱে শেষ কথা।

: ওহো মাজনী। তইঁতে জগত দেখা নাই। মানুহৰ সমাজ সম্পৰ্কে তইঁতৰ ধাৰণা কম। যৌৱনৰ মতলীয়া বা লাগি তইঁত পাগল হৈ থাক। মোৰ মনে নধৰে প্ৰতুলে যে পাৰিব। তই ককায়েৰৰ লগত সোনকালে গুৱাহাটীলৈ যা। তই মুক্ত হৈ আহ।

: নাযাওঁ মা। মোৰ সৃষ্টিক মই কেতিয়াও ধ্বংস নকৰো। তুমিয়েই কোৱাচোন আজি ত্ৰিশ বছৰ আগতে ককাইদেউ তোমাৰ গৰ্ভত পোন প্ৰথবাৰৰ বাবে স্থিত লওঁতে তোমাৰ কেনে অনুভূতি হৈছিল? তুমি এবাৰো ভাবিছিলা নে গৰ্ভপাত কৰিম বুলি? সেই সুখ-অনুভূতিৰ পৰা মোক বঞ্চিত কৰিব খুজিছা কিয়? মই তোমাৰ দৰে নাৰী নহয়? তোমাৰ বয়স দেখোন পোন্ধৰ বছৰ নৌহওঁতেই ককাইদেউৰ জন্ম হৈছিল।

বিমলাৰ মাকৰ ধৈৰ্যৰ বান্ধ ভাঙিল আৰু খণতে বিমলাক বকিবলৈ ধৰিলে,

: তাৰমানে তই আমাৰ ঘৰলৈ কলংক মাতি আনিবি? পিশাসিনী। তোক ইয়াকেহে কৰিবলৈ ডাঙৰ-দীঘল কৰিলো। এতিয়াই ওলাই যা। নটী। কোন পৈয়ৰৰ লগত থাক থাকগৈ। তোৰ মুখ নাচাওঁ। কেতিয়াও নাহিবি।

বিমলাই কিন্তু শান্ত হৈ থাকি মাকক ক'লে,

মা। মই তোমালোকৰ সন্মানৰ কথা বুজিছো। জানা, প্ৰতুলদা আৰু মই কি ভাবিছো? আমি

কোনো এখন অজান মূলকলৈ গুচি যাম যাতে তোমালোকৰ সমাজে আমাক কোনোদিনে দেখা নাপায়। তোমালোকে কোনোদিনে লাজত তলমূৰ কৰিব নালাগে। মানুহক ক'ব পাৰিবা বিমলা কেতিয়াবাই মৰিল।

মোৰ গৰ্ভত স্থিত লোৰা তোমাৰ নাতিক লৈ এদিন তোমাৰ ওচৰলৈ আহিম। তোমাৰ নাতি হয়তো তেতিয়া কলেজত পঢ়িব। তোমাৰ ওচৰত থিয় হোৱাৰ লগে লগে তুমি নাতিৰ মূৰত হাত বুলাবা। প্ৰতুলদাই তোমাৰ ভৰিত ধৰি সেৱা কৰিব আৰু মই আকৌ তোমাৰ বুকুৰ মাজত সোমাই পৰিম। তেতিয়া তুমি আনন্দত কান্দি দিবা।

ডায়েৰীটো হাতত লৈ ভাবত বিভোৰ হৈ থাকোতে বিমলাই হঠাতে বাহিৰত বিকাশৰ মাত শুনিলে। তাই তৎক্ষণাৎ ডায়েৰীটো চুটকেচটোত সোমাই থৈ ওলাই আহিল। বিকাশে আহিয়েই মাকৰ মুখলৈ চাই ক'লে — মোৰ কাৰণে চিন্তা কৰি আছিলা নহয়? মোৰ এটা বিশেষ কাম আছিল, বন্ধুজনৰ ঘৰতে থাকিলো। সেয়ে দেৰি হ'ল।

ঃ ক'ত কি খাইছ? চকু-মুখ দেখোন শুকান। টোপনি হোৱা নাই নেকি?

ঃ অ তোমাক সেইটোহে লাগে। মই কিবা ভালেই কৰিছো নে বেয়াই কৰিছো সেইবোৰ তোমাৰ জনাৰ দৰকাৰ নাই?

ঃ ৰহচোন। সেইবোৰ পিছতো সুধিম। চকুৰ তলত দেখোন ক'লাদাগ পৰিছে? তলৌ তলৌকে ঘূৰি ফুৰিছ বোধহয়? এই কাৰণেই তোক বাহিৰলৈ যাব নিদিওঁ।

ঃ হ'ব দিয়া। কিবা এটা খাবলৈ দিয়াচোন আগতে। তোমাৰ লগত কথা আছে।

ঃযা। হাত-মুখ ধুই আহ।

এইবুলি বিমলাই গৰম গাখীৰ এগিলাচ আনি বিকাশৰ কাষত বহিল। আজি তিনি দিনে বিকাশৰ বিছনাখন উদং হৈ পৰি আছিল। আজিহে বিকাশৰ বিছনাত বহি বিমলাৰ মনটো পাতল পাতল লাগিছে। বিকাশে গামোচাৰে মুখহাত মচি গাখীৰ গিলাচ ঢোক ঢোককৈ পি খাই মাকৰ কাষতে বহিল।

চাওঁ কেচুৱাৰ দৰে হৈ আছ — এই বুলি বিমলাই বিকাশৰ পাতল পাতলকৈ গজিবলৈ ধৰা গোফত লাগি থকা গাখীৰখিনি নিজৰ আচলখনেৰে মচি ক'লে — কচোন তোৰ কি কথা আছে। আজি দেখোন কিবা বয়সস্থ মানুহৰ দৰে কথা কৈছ?

ঃ কিয় মই এতিয়াও কেঁচুৱা হৈ আছো নেকি। সদায়ে তুমি মোক তোমাৰ ছত্ৰছায়াত ৰাখিব পাৰিবা নেকি?

ঃ হৈছে হৈছে বৰ ডেকা ল'ৰা হৈছ; এতিয়াও ওঁঠত গাখীৰ লাগি থাকে। সোনকালে ক কি কথা আছে। দেউতাৰে কামলৈ মাতি গৈছে। যাব লাগে।

ঃ মা তুমি মহীয়সী। তোমাৰ মহিমাময়ী ৰূপ মই এতিয়াহে উপলব্ধি কৰিছো। তোমাৰ দৰে মাতৃ পোৱাটো মোৰ বাবে এক পৰম সৌভাগ্য।

বিকাশৰ গহীন গম্ভীৰ কথাত বিমলা এক সন্দেহৰ আৱৰ্ত্তত সোমাই পৰি আতংকিত হৈ

বিকাশক ক'লে,

**: তই এইবোৰ কি কৈছ সোণ? আজি তোৰ কি হৈছে? সকলো মাকেই নিজৰ সন্তানক নিজৰ প্ৰাণতকৈও ভাল পায়। তাতে তই ইমান ভাবিব লাগে কিয়?**

বিমলাই কথাবিলাক পাতলকৈ ক'বলৈ যত্ন কৰিও কিন্তু বাৰে বাৰে উজুটি খালে।

: মা। মই আজি এটা কঠিন পৰিস্থিতিৰ সন্মুখীন হৈছো। বহুদিন ধৰি মই এটা প্ৰশ্নৰ উত্তৰ পো বা নাছিলো। মোৰ লগৰীয়াবিলাকে মোক যিধৰণে সন্দেহ কৰে আৰু মোক জোকায় তাৰ উত্তৰ মই এতিয়া পাইছো মা। কেৱল মই তোমাৰ মুখৰ পৰা শুনিব খুজিছো। তোমাক দুখ দিবলৈ নহয় কেৱল বাস্তৱতাক স্বীকাৰ কৰি ল'বলৈহে তোমাৰ ওচৰলৈ আহিছো।

বিমলাই ভীতি বিহ্বলতাৰে বিকাশৰ ফালে চাই ক'লে—

: তই গাঁৱলৈ গৈ কিবাবোৰহে শুনি আহিছ।

: কিন্তু মা। তুমি মিঠাবৰণীয়া। দেউতা অসম্ভৱ ধৰণে ক'লা আৰু চাপৰ। অথচ মই ইমান বগা কিয়, ইমান ওখ কিয়? মোৰ মুখৰ গঢ় তোমালোকৰ দুয়োজনৰ লগত নিমিলে কিয়? তোমালোক দুয়োজনৰ মাজত মই এক বিসদৃশ অস্তিত্ব কিয়?

: সোণ। মাকক সন্তানে এনে প্ৰশ্ন কৰিব নাপায়। তোক সৰুতে আমি দুয়ো তুলি-তালি ডাঙৰ দীঘল কৰিছো। যিয়ে লালন-পালন কৰে সিয়ে তোৰ মা-দেউতা।

বিকাশে মাকৰ ভয়তে শেতা পৰা মুখখন দেখি সহানুভূতিৰে মাকক ক'লে— মই জানো মা, তুমি ইমান সোনকালে ভাঙি নপৰা। সেই দৃঢ়তা তোমাৰ আছে। সেই গুণ মোলৈও তোমাৰ পৰাই আহিছে।

এই বুলি বিকাশে তাৰ পকেটৰ পৰা এখন ফটোৰ ফটোষ্টেট কপি এটা উলিয়াই মাকৰ আগত ডাঙি ধৰিলে, এইখন কাৰ ফটো মা?

: ক'ত পালি তই?

: পাইছো দিয়াচোন ক'ৰবাত। আগতে কোৱা কাৰ ফটো এইখন আৰু তেওঁ তোমাৰ কি হয়?

বিমলাৰ মাত হৰিল। নিৰ্বাক হৈ বিকাশৰ ফালে চাই থাকিল। কি উত্তৰ দিব বিমলাই? বিমলা বিকাশৰ একেবাৰে ওচৰলৈ আহি বিকাশৰ মূৰত হাত ফুৰালে। চকুৰে গিৰ্‌গিৰ্‌কৈ চকুপানী নামি আহি বিকাশৰ হাতত পৰিল।

: বুজিছো মা। তোমাৰ মৌনতাই মোক উত্তৰ দিছে। সেই উত্তৰ মই ইতিমধ্যে পাইছো মা। তোমাৰ জীৱনৰ শ্ৰেষ্ঠতম মুহূৰ্তত মোৰ স্থিতি অংকুৰিত হৈছিল। তুমি ইমানদিনে মোৰ আগত লুকুৱাই ৰাখিছা। কি প্ৰয়োজন আছিল লুকাই ৰখাৰ?

বিমলাই আচলৰে চকুপানী মচি লৈ থোকাথুকি মাতেৰে ক'লে—

: সোণ। তই মোৰ পৰা হেৰাই যোৱাৰ ভয়তে কোৱা নাছিলো। এতিয়াহে তই কথাবোৰ বুজা হৈছ। এতিয়া তোক সকলো কথা ক'ম।

ঃ নালাগে মা। মই ইতিমধ্যে প্ৰায়বিলাক কথাই জানিছো।

*এই বুলি বিকাশে বহী এটা উলিয়াই মাকৰ আগত দাঙি ধৰি ক'লে— চোৱা মা। তোমাৰ ডায়েৰীখনৰ সমস্ত কথাই মই ফটোষ্টেট কৰি লৈছো। লগতে এই ফটোখনো।*

ঃ হয় সোণ। এইজনেই তোৰ আচল দেউতা। প্ৰতুল কলিতা। তই আচলতে বিকাশ কলিতা, বিকাশ ৰাও নহয়। চাচোন দেউতাৰৰ চকু, মুখ, নাক-কাণ চুলি কি সুন্দৰ। চকুৰ চেলাউৰিত সদায়ে এটা ভাষা লাগি থাকে। অবিকল তোৰ দৰে।

ঃ বিকাশে ডায়েৰীখনৰ কেইটামান পাত লুটিয়াই এঠাইত বৈ গ'ল। চোৱা মা, তুমি লিখিছা-- মেট্ৰিক পৰীক্ষা দিবৰ আজি ডেৰমাহ হ'ল। পুলিচে আজি প্ৰতুলদাক উগ্ৰপন্থীৰ বন্ধু বুলি সন্দেহ কৰি উগ্ৰপন্থীক চিনাক্ত কৰাৰ কাৰণে লৈ গ'ল। মই জানো প্ৰতুলদাৰ উগ্ৰপন্থীৰ লগত কোনো সম্পৰ্ক নাই। মই হুৰাওবাৰে কান্দিলো। দহদিনমান পাছত প্ৰতুলদা একেবাৰে মৃতপ্ৰায় অৱস্থাত ঘৰলৈ আহিল। পুলিচৰ অত্যাচাৰত প্ৰতুলদাৰ কলিজা একেবাৰে নিঃশেষ হৈ আহিল। মই ওচৰলৈ যোৱাত প্ৰতুলদাই সেঁহাই সেঁহাই মোক ক'লে— মই নমৰো বিমলা। মোৰ প্ৰাণশক্তি এই অন্যায় নিপীড়নে কেতিয়াও শেষ কৰিব নোৱাৰে। মোৰ দুয়োখন হাতেৰে প্ৰতুলদাৰ সৌহাতখন দাঙি আনি মোৰ বুকুৰ মাজত ধৰি মোৰ অন্তৰৰ ভাষা নিঃশব্দে ক'লো।

তাৰ পাছত আৰু কেইটামান পাত লুটিয়াই বিকাশ আন এঠাইত বৈ ক'লে— চোৱা মা তুমি লিখিছা— মোৰ মৰমৰ বান্ধোনেৰে প্ৰতুলদাক ৰাখিব নোৱাৰিলো। তেওঁ মোক এৰি গুচি গ'ল। মৃত্যুৱে প্ৰতুলদাক যন্ত্ৰণাৰ পৰা মুক্তি দিলে। মই বিধবা হ'লো। হেজাৰবাৰ কান্দিলেও প্ৰতুলদাক আৰু নাপাওঁ। মোৰ কান্দোন হেৰাই গ'ল।

এতিয়া ঘৰখনৰ সন্মানৰ প্ৰশ্ন আহি পৰিল। মোৰ গৰ্ভত দুমহীয়া শিশু। ককাইদেউহঁতে মোক গৰ্ভপাতৰ বাবে সাজু হ'বলৈ মাৰ দ্বাৰা কোৱালে। মই মান্তি নহ'লো। প্ৰতুলদাক মই মোৰ সন্তানৰ দ্বাৰা জীয়াই ৰাখিম। মই যি কোনো পৰিস্থিতিৰ মুখামুখি হ'বলৈ প্ৰস্তুত হ'লো। ককাইদেউহঁতে বহুত যত্ন কৰিও মোক বিয়া কৰাবলৈ কাকো আনিব নোৱাৰিলে। শেষত ককাইদেৱে ৰেল কল'নীৰ জামাদাৰ টাটাৰাওক সন্মত কৰালে। প্ৰথমতে মই মান্তি হোৱা নাছিলো। মই ককাইদেউক কৈছিলো- চোৱা ককাইদেউ। তোমালোকে মোক যি ধৰণে যি পৰিবেশত মোক ডাঙৰ-দীঘল কৰিলা মই পাৰিম নে তেনে এটা আচহুৱা পৰিবেশত মিলি থাকিব? গোটেই জীৱন সংগী হ'ব এজন জামাদাৰ। ভাল লাগিব নে তোমালোকৰ? তেতিয়া দেখোন তোমালোকৰে সন্মান যাব। মানুহে বু-বা কৰিব জামাদাৰ জোঁৱাইৰ লগত লেটিপেটি কৰি বৰ মানুহ দেখুৱাবলৈ আহিছে।

তেতিয়া ককাইদেৱে কৈছিল— বিমলা আমি ভাবি চিন্তিয়েই কামটো কৰিছো। তোৰ আকোৰগোজ মনোভাবৰ কাৰণেই আমি এই ৰাস্তাত আগবাঢ়িছো। চা, তই যদি এতিয়াও মান্তি হ তেতিয়া হ'লে ...।

ঃ নহওঁ ককাইদেউ।

ঃ তেন্তে যাম বুলি সাজু হ। মনত ৰাখিবি তই যিদিনাই ঘৰৰ বাহিৰ হবি সেইদিনাৰ পৰাই

আমাৰ লগত সম্পৰ্ক ছেদ হ'ব। আমাৰ ঘৰৰ সম্মান আৰু মৰ্যাদাতকৈ তোৰ মইমতালি ডাঙৰ হ'ব নোৱাৰে। আৰু তই যদি নিজেই অন্য কিবা ব্যৱস্থা কৰি ওলাই যাব তেতিয়াও আমাৰ ক'বলগীয়া নাই।

: হ'ব ককাইদেউ। মই টাটাবাওৰ ওচৰলৈকে যাম। তোমাৰ এজনী ভনী আছিল, আজিৰ পৰা মৰিল বুলি ধৰি ল'বা।

ডায়েৰীখনৰ মাজৰ পৃষ্ঠা এটাত বৈ গৈ বিকাশে মাকক ক'লে– তোমাৰ জীৱনৰ আন এটা স্মৰণীয় দিনত তুমি কি লিখিছা চোৱা।

আজি গধূলি ককাইদেৱে মোক টাটাবাবৰ কোৱাৰ্টাৰত থৈ গ'ল। ককাইদেউ ভিতৰলৈ নাহিল। মই ককাইদেউক বাহিৰৰ পৰাই বিদায় দিলো। মই অহাৰ সময়ত দুৰ্বল হৈ যাম বুলি ভাবিয়েই মই মা-দেউতাক মাত নিদিলো। মই ককাইদেউক ক'লো- কেতিয়াবা মাৰ মোলৈ মনত পৰি কান্দিব পাৰে। তুমি কিন্তু মাক দুৰ্ব্যৱহাৰ নকৰিবা। মোৰ এটা শেষ অনুৰোধ তোমাৰ ওচৰত। দেউতাই সদায় ৰাতি শোৱাৰ সময়ত বিছনাত এফাঁকি পদ গায়– তুমি চিত্ত বৃত্তি মোৰ প্ৰবৰ্ত্তক নাৰায়ণ,তুমি নাথ মইয়ো নাথ বস্তু। মই দেউতাৰ পদফাঁকি শুনাৰ কাৰণে বৈ থাকো। নুশুনিলে মোৰো টোপনি নাহে। সেয়ে দেউতালৈ এখন কীৰ্ত্তন পুথি কিনি আনি মোৰ টেবুলত থৈ আহিলো। তুমি যেনে তেনে দেউতাক দিবা। মোৰে শপত। আৰু শুনা, মানুহে সুধিলে কবা- মই নিজে পলাই আহিছো বুলি। ৰ'বা ককাইদেউ তোমাক এটা বস্তু দিও। তুমি যে মই নৱমমানৰ পৰা দশমমানলৈ, প্ৰথম হৈ উত্তীৰ্ণ হোৱা কাৰণে এটা খুব দামী কলম দিছিলা সেইটো লৈ যোৱা, মোৰ এতিয়া কোনো প্ৰয়োজন নহ'ব।

ককাইদেৱে কলমটো নল'লে আৰু বেগাৰ্বেগীকৈ ওলাই গ'ল।

বিকাশে দেখিলে মাকৰ চকুৰে সৰসৰকৈ চকুপানী নামি আহিছে আৰু চকুৰপানী আৰু নাকৰ পানী একাকাৰ হৈ মাকৰ কোলাত পৰিছে।

মা। তুমি ক'ৰবাত লিখিছা– মই মেট্ৰিক প্ৰথম বিভাগত পাছ কৰিলো। মায়ে মোক খবৰ দিছিল মাৰ্কচিটখন লৈ যাবলৈ। মই কিন্তু নগ'লো।

: মা, তুমি কিয় নগ'লা? বিকাশে সুধিলে।

: মাৰ মন। মায়ে গ'লে ভাল পালে হয়। কিন্তু ককাইদেউহঁতে? ঘৰৰ মান মৰ্য্যদাৰ কথা আহিব। আনহাতে মাৰ্কচিটখনেৰে মই কি কৰিম? মইতো টাটাৰাওক কৈ মেলি চেনিটেৰি ইন্সপেক্টৰক খাটি ইতিমধ্যে জামাদাৰ হৈ কামত যোগ দিছো। টাটাবাৱে প্ৰথমৰ পৰাই আপত্তি কৰিছিল– মই এই কাম কৰিব নালাগে। মই হেনো নোৱাৰিম। কিন্তু জীৱনটোকে যেতিয়া চেলেঞ্জ হিচাপে লৈছো নোৱাৰিম কিয়? মানুহে নোৱৰা কি কাম আছে? তাতোকৈ ডাঙৰ কথা কি জান সোণ? সেইখনৰ সহায়ত ক'ৰবাত চাকৰি পালোৱেই যেনিবা মোক আশ্ৰয় দিব কোনে? মোৰ শৰীৰত তোৰ স্থিতি। সেই সময়ত আশ্ৰয়তকৈ মোৰ আন একোৱেই প্ৰয়োজন নাছিল।

: কিন্তু মা। তুমিতো পিছতো সেইখনৰ সহায়েৰে কিবা এটা কৰিব পাৰিলা হয়?

: তই ভাবি চাচোন সোণ। তোৰ তিনি চাৰিবছৰ বয়স নোহোৱালৈকে মই এই কোৱাৰ্টাৰ

এৰি যাব পাৰিলো হয়নে? আৰু আমিনো এতিয়া কি দুখত আছো? এতিয়া মোৰ দৰে সুখী হয়তো কোনো নাই। অৱশ্যে প্ৰথমতে কল'নীৰ মাজে মাজে ঝাৰু মাৰা, মানুহৰ পায়খানা চাফা কৰা আদি কামত মনোকষ্ট হৈছিল। মনটো বিদ্ৰোহী হৈ উঠিছিল। মোৰ প্ৰায়ে বমি হৈছিল। শুকাই খীনাই গৈছিলো। টাটাৰাৱে মোক প্ৰায়ে কৈছিল— বিমলা। তুই এই কাজ বাদ দে। মুই আছোনা। একাই মুই পাৰিম। আমাৰে ক'ত টাকা লাগবে? কিন্তু মই বাদ নিদিলো। অৱশ্যে ছয়মাহমানৰ ভিতৰত মই অভ্যস্ত হৈ পৰিলো।

এনেতে বাহিৰৰ দুৱাৰত টোকৰ পৰিল। বিমলা ওলাই গৈ দুৱাৰ খুলি দেখিলে চাৰিজন অস্ত্ৰধাৰী পুলিচ। ৰাস্তাত পুলিচ ভৰ্ত্তি এখন ট্ৰাক। বিমলা হতভম্ব হ'ল। পুলিচ কিয় আহিল? বিমলাই সুধিলে—

ঃ কাক বিচাৰিছে আপোনালোকে? ভুল হৈছে নেকি আপোনালোকৰ?

ঃ কৰবাৰ ধনেশ্বৰ দাস আপোনাৰ ককাইদেউ হয়?

ঃ হয়। কি হৈছে?

ঃ যোৱা ৰাতি তেওঁলোকৰ ঘৰৰ সন্মুখতে তেওঁক গুলিয়াই হত্যা কৰা হৈছে। তেওঁৰ মৃতদেহৰ ওপৰত এখন কাগজ পোৱা গৈছে।

ঃ ককাইদেউক হত্যা কৰিছে? কিন্তু কোনে? কিয়?

ঃ সেইবোৰ পিছতো হ'ব। আপোনাৰ ল'ৰাক মাতি দিয়কচোন।

ঃ মোৰ ল'ৰাক? মোৰ ল'ৰাই এইকাম কিয় কৰিব?

তেতিয়া বিকাশে নিজে ওলাই আহি পুলিচ ইন্সপেক্টৰৰ সন্মুখত থিয় হ'ল। ইন্সপেক্টৰে তালৈ এখন কাগজ আগবঢাই দি ক'লে,

ঃ এয়া তোমাৰ হাতৰ আখৰ?

ঃ হয় ইন্সপেক্টৰ। মোৰ হাতৰ আখৰ।

বিমলাই তৎক্ষণাৎ কাগজখন টান মাৰি নি পঢ়ি চালে—

'মাতৃক অপমান কৰাৰ প্ৰতিশোধ লোৱা হ'ল।'

ঃ এয়া তাৰ হাতৰ আখৰ নহয় ইন্সপেক্টৰ। ই ভুল দেখিছে। হ'বই নোৱাৰে। বিমলা একপ্ৰকাৰ চিঞৰি উঠিল।

ঃতোমাৰ নাম বিকাশ?

ঃ হয়।

ঃ আহা আমাৰ লগত। থানাত তোমাৰ লগত কথা হম।

ঃ এক মিনিট। মই মাৰ লগত কথা হওঁ। বিমলা বিকাশৰ পিছে পিছে ঘৰৰ ভিতৰলৈ দৌৰি গ'ল।

ঃ তই এইবোৰ কি কৈছ বিকাশ?

ঃ ঠিকেই কৈছো মা।

ঃ মই জানো বিকাশ তই এনে কাম কেতিয়াও কৰিব নোৱাৰ। তোক মই তেনেদৰে শিক্ষা দিয়া নাই। কোনোবা বেলেগে কৰি তোক শেষ কৰিব বিচাৰিছে।

ঃ নহয় মা মই কৰাইছো। মোৰ বন্ধু এজনৰ দ্বাৰাই কৰাইছো।

ঃ কিন্তু কিয়? ককাইদেৱে তোক কি অন্যায় কৰিছিল?

ঃ মা। তুমি নিশ্চয় জানা দুর্যোধনহঁতে তেওঁলোকৰ মোমায়েকহঁতক কিয় ঘৰৰ ভিতৰত আবদ্ধ কৰি থৈ মাৰিছিল। বুদ্ধি কৰি শকুনি যেনিবা বাচি গ'ল। কিয জানা? একমাত্র মাকৰ কাৰণে। মাক গান্ধাৰীক পোন প্রথমতে ছাগলীৰ লগত বিয়া দিয়া কাৰণে।

ঃ কিন্তু তইতো নিজে কামটো কৰা নাই। সেইটোকে নকৰ কিয়?

ঃ কম মা। থানাত কম।

ঃ বিকাশ তই কোনো দিনে মিছা কথা কোৱা নাই। মোৰ পৰা তই তেনে শিক্ষা পোৱা নাই। অন্ততঃ আজি মাত্র এটা মিছা কথা ক বিকাশ। তোৰ হাতৰ আখৰ নহয় বুলি ক। মোৰ কাৰণে অকল মোৰ কাৰণেই ক।

ঃ নকওঁ মা। তুমি যেনেকৈ প্রতিকুল পৰিস্থিতিৰ বিৰুদ্ধে চেলেঞ্জ কৰিছা মইও তেনেকৈ মোৰ জীৱনটোক চেলেঞ্জ হিচাপে লৈছো।

ঃ কিন্তু বিকাশ তই অকলে পাৰিবিনে মানুহৰ এই ধ্যান-ধাৰণাৰ পৰিবর্তন কৰিব?

ঃ তুমি কান্দিছা মা। নাকান্দিবা। মই হেৰাই যোৱা নাই নহয়।

ঃ বিকাশ। তোৰ কাৰণেই মা-দেউতা, ককাইদেউ, বাই-ভনী সকলোকে এৰি থৈ আহিলো। এখন সমাজ বাদ দি আহিলো। এতিয়া তয়ো মোক এৰি থৈ যাবি।

ঃ নাকান্দিবা মা। মোৰ চকুলৈ চোৱা। কাৰ চেলাউৰি মোৰ চকুৰ ওপৰত আছে? মই আকৌ আহিম মা । এইবাৰ মই অকলে নাহো। এইবাৰ মই ধুমুহা হৈ আহিম আৰু লগত মোৰ সংগী হৈ আহিব বৰদৈচিলা। ✱✱

# অশান্ত ইলেক্ট্ৰন

অবসৰ লোৱাৰ পিছৰে পৰাই মই ৰাতিপুৱা আৰু গধুলি ল'ৰা ছোৱালী পঢ়ুওৱা আৰম্ভ কৰিছো। ডাং বৰলা মানুহ। দিনৰ দিনটো শুই-মেলি থকাতকৈ কিছু ব্যস্ত হৈ থাকিব পাৰি। ল'ৰা ছোৱালীক পঢ়ুৱালে মনটোও ভালে থাকে।

আবেলি চাৰিমান বজাত চাহ একাপ হাতত লৈ বহা কোঠালীত বহিছো মাত্ৰ। এনেতে এজনী জিনচৰ লংপেন্ট পিন্ধা কিশোৰী মোৰ কোঠালৈ সোমাই আহিল। প্ৰথমতে মই ল'ৰা নে ছোৱালী ধৰিবই পৰা নাছিলো কাৰণ চুলিখিনি ল'ৰাতকৈও চুটিকৈ কটা। আহিয়েই অতি চিনাকিজনক মতাৰ দৰে মোক মাত লগালে।

ঃ জেঠা মোক চিনি পাইছেনে?

ঃ মই তাইৰ ফালে ভেবা লাগি চাই থাকোতে তাইয়েই অনৰ্গল কৈ গ'ল —

ঃ আপুনি চিনি নাপালেও মই চিনি পাইছো নহয়। যোৱাকালি মা আৰু মই আপোনাৰ ওচৰলৈ আহিছিলো। আপুনি ঘৰত নাছিল। মই মানবেন্দ্ৰ দাসৰ ছোৱালী। মায়ে আপোনাৰ ওচৰলৈ পঠিয়াইছে।

ঃ মানবেন্দ্ৰৰ ছোৱালী। মানে নলবাৰীৰ মানবেন্দ্ৰৰ ছোৱালী। ইমান ডাঙৰজনী হলানে?

ঃ হয় জেঠা।

ঃ কোৱাচোন কিয় আহিলা?

মই এইবাৰ এইচ্ এছ এল চি পাছ কৰিছো। চায়েন্স পঢ়িম বুলি ভাবিছো। মাৰ অৱশ্যে মন নাই। মোক উকিল কৰিব খোজে। উকিলৰ হেনো মৰণ নাই। মানুহে বোলে ক'টলৈ নোযোৱাকৈ কোনো কামেই কৰিব নোৱাৰা হব। মই কিন্তু ভাল নাপাও ওকালতি।

ঃ ৰবাচোন। তোমাৰ নামটো কি আছিল? পাহৰিলো নহয়।

ঃ মাৰ্গাৰেট। ইমান সোনকালে আমাক পাহৰি গৈছে।

ঃ আজি দহ বছৰমান তোমালোকক লগ পোৱাই নাই নহয়। বুঢ়াও হৈছো। ক'ত মনত থাকিব। তাতে তোমাৰ নামটো হৈছে চাহাবী। গতিকে খাব খোৱা অসমীয়াৰ মুখত নাহে।

ঃ দেউতাইহে এই নামটো ৰাখিছিল।

ঃ হব বাৰু দিয়াচোন। তোমাৰ মাৰ ভালনে?

ঃ হয়। আছে কোনোমতে। মাই ইয়াৰ মাজতে বি-এও পাছ কৰিলে নহয়। মাই এতিয়া দেউতাৰ চাকৰিটোকে কৰে।

ঃ হয় নেকি? বৰ ভাল হৈছে। মই জনাত মানবেন্দ্ৰ মৰাৰ সময়ত মাৰ্গাৰেটৰ মাক মেট্ৰিক পাছহে আছিল। তেতিয়া তেওঁক চতুৰ্থ শ্ৰেণীৰ চাকৰিতে মকৰল কৰা হৈছিল। মানুহজনীয়ে তেনেহলে কম কষ্ট কৰা নাই। সংগ্ৰামৰ মুখামুখি হ'লে মানুহে কি কৰিব নোৱাৰে। মই মাৰ্গাৰেটক

সুধিলো?

ঃ তোমালোক গুৱাহাটীলৈ অহাৰ কিমান দিন হ'ল মাৰ্গাৰেট?

ঃ দুমাহমান হ'ল জেঠা। মই কলেজত পঢ়িব লাগে বাবে মায়ে ট্ৰান্সফাৰ লৈছে।

ঃ কোন কলেজত পঢ়িবা।

ঃ কটনত।

ঃ চিট পাবা জানো?

ঃ কিয় নাপাম জেঠা। এইটি পাৰ্চেণ্ট পাইও কটনত চিট নাপাম নে?

এইবুলি মাৰ্গাৰেটে মোলৈ এটা এনভেলাপ আগবঢ়াই দি ক'লে—

ঃ মায়ে দিছে চিঠিখন। আপোনাক দিবলৈ দিছে।

এইবুলি মাৰ্গাৰেট যাবলৈ উঠিল। কেনভাচ্ চুৰে গিৰিপ গিৰিপ শব্দ কৰি তাই মুক্ত বিহংগমৰ দৰে ওলাই গ'ল। মইয়ো দুৱাৰমুখলৈ ওলাই গৈ তাই যোৱাৰ ফালে চাই দেখিলো মাৰ্গাৰেটে ইতিমধ্যে স্কুটাৰত ষ্টাৰ্ট দিছে।

ঃ মানবেন্দ্ৰ আৰু মই একেখন হাইস্কুলতে পঢ়িছিলো। সি আছিল মোতকৈ দুই শ্ৰেণী তলত। মানবেন্দ্ৰৰ ঘৰৰ অৱস্থা বৰ শোচনীয়। তাতে গোটেই অঞ্চলটো আছিল বানপানীয়া। বাৰিষাৰ সময়ত এতিয়াও আমাৰ অঞ্চলৰ মানুহৰৰ ঘৰৰ ভিতৰত একাঠু পানী হয়। মানবেন্দ্ৰৰ দেউতাকে ঠেলা চলাইছিল নলবাৰীত। দিন হাজিৰাও কৰিছিল। মানবেন্দ্ৰৰ দেউতাকে আমাৰ ঘৰতো দিন হাজিৰা কৰিছিল। আমাৰ ঘৰৰ অৱস্থা সিহঁতকৈ বহুত ভাল আছিল। আমাৰ গাঁৱত অৱশ্যে বানপানীয়ে বৰ অসুবিধা কৰা নাছিল।

মোৰ মনত আছে এটা ঘটনা। মই দশমমানত আৰু মানবেন্দ্ৰ অষ্টমমানত। বছৰেকীয়া পৰীক্ষাত আমি বহিছো। একেটা কোঠাতে দুয়ো পৰীক্ষা দি আছো। মোৰ অংকৰ পৰীক্ষা আৰু তাৰ অসমীয়াৰ পৰীক্ষা। গাৰ্ড আছিল মোৰ ঘৰুৱা শিক্ষক শৰ্মা ছাৰ। শৰ্মাছাৰ মানবেন্দ্ৰৰ ওচৰলৈ যোৱাত সি ছাৰৰ কলমটো বিচাৰিলে কাৰণ তাৰটো হেনো বেয়া হৈছে। ছাৰে কিন্তু তেওঁৰ কলমটো বেয়া বুলি নিদিলে। তেতিয়া পৰীক্ষা শেষ হ'বলৈ এঘন্টামান বাকী। মানবেন্দ্ৰই কলমৰ অভাৱত একো লিখিব নোৱাৰি কান্দি বহি আছে। কোনো এটা মুহূৰ্তত ছাৰ বাহিৰলৈ ওলাই যোৱাত মই পটকৈ তাৰ ওচৰলৈ গৈ মোৰ কলমটো দি আহিলো। সি লব খোজা নাছিল। মই তাক ক'লো। মোৰ আৰু এটা আছে। তাৰাতাৰি লিখি যা। কাগজ এখনেৰে কলমটো মেৰিয়াই ল।

আচলতে মোৰ দ্বিতীয় এটা কলম নাছিল। মই কাঠ পেঞ্চিলেৰে অংক কৰিবলৈ ধৰিলো। সি শ্ৰেণীত প্ৰথম। গতিকে এঘণ্টা নিলিখা মানে মানবেন্দৰ প্ৰথম হোৱা টান হ'ব। মইতো ইতিমধ্যে পাছ কৰাৰ জোখাৰে অংক কৰিছোৱেই। মোৰ কাৰণে হৈ যাব। পৰীক্ষা শেষ হবলৈ দহমিনিটমান সময় আছে।' শৰ্মাচাৰে কেতিয়া যে মোৰ ওচৰত থিয় দি আছেহি ধৰিবই নোৱাৰিলো।

ঃ ষ্টুপিড্‌। পেন ক'ত?

ঃ নাই ছাৰ। বেয়া হৈছে।

লগে লগে মানবেন্দ্রৰ ফালে চালে আৰু মোক ধমকি দিলে।—

ঃ বেয়া হৈছে। হু। বেয়া হৈছে। দাতাকর্ণ ওলাইছ। একেপাত চৰত দাত ভাঙিম। ননচেন্স এইটো ল।

এইবুলি শৰ্মাছাৰে তেওঁৰ কলমটো মোক দি সাৱধান বাণী শুনালে—

ঃ পৰীক্ষা শেষ হওক। তোৰ দেউতাৰক কৈ কি কৰো চাই থাক। শৰ্মাছাৰ আৰু দেউকাই তেতিয়া মোক কি কি কৈছিল আজি সকলো মনত নাই। তথাপিতো তাৰ সাৰাংশ কেইটা ৰিণি ৰিণি মনত পৰে। শৰ্মাছাৰে কৈছিল— অমিনেষ চা। শিক্ষা সকলোৰে বাবে নহয়। হ'ব নোৱাৰে। যাৰ আছে যি সমৰ্থবান, সিয়েহে শিক্ষাৰ মৰ্যাদা দিব জানে। সেইখন সমাজৰ কাৰণেহে শিক্ষা। যাৰ কাগজ নাই, কলম নাই, তেল নাই, লাইট নাই, খাবলৈ নাই সিহঁতক শিক্ষিত কৰিলে দেখোন সিহঁতে ডিঙিলৈকে জপিয়াব। গোটেইখন দেখোন অৰাজক হৈ পৰিব। এনেকুৱা কথা মই বহুদিন শুনিছিলো আৰু নুশুনাৰ বাবে মই শাস্তিও খাইছিলো। মাইহে মাজতে আহি মোক উদ্ধাৰ কৰিছিল।

আন এদিনাখনৰ কথা। মই তেতিয়া কলেজত আৰু মানবেন্দ্ৰ দশমমান শ্ৰেণীত। কোনো কাৰণত মই মানবেন্দ্ৰহঁতৰ ঘৰৰ কাষেদি গৈছিলো। মানবেন্দ্ৰই মোক দেখিয়েই মাত লগালে—

ঃ দাদা দেখোন। ক'ৰপৰা আহিল? আমাৰ ঘৰত পদধূলি নিদিয়ে নেকি?

মই সোমাই গলো। মানবেন্দ্ৰৰ বাহৰ বিছনাখনত বহিলো। বিছনাখন কেৰকেৰাই উঠিল। মানবেন্দ্ৰৰ বাঁহৰ টেবুলখনলৈ লক্ষ্য কৰি দেখিলো কিতাপ বেছি নাই। বহীৰ দমটোহে বৰ ডাঙৰ। সুন্দৰকৈ চিজিল কৰা। বেৰত কেইখনমান ফটো। ক'ৰবাত ক'ৰবাত দেখা মনত পৰে। মই অনুমান কৰিলো মানবেন্দ্ৰ কোনো বিশেষ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈছে। মানবেন্দ্ৰই এটা ডাঙৰ বহী মোৰ আগত ডাঙি ধৰি ক'লে—

ঃ দাদা। এইখন এখন উপন্যাস। মই লিখিছো। প্ৰকাশক পালে প্ৰকাশ কৰিলোহেঁতেন।

মই আচৰিত নহৈ নোৱাৰিলো। ইমান কম বয়সতে উপন্যাস সৃষ্টি অথচ মই কলেজত পঢ়িও উপন্যাস, গল্প, কবিতা এইবোৰ ভালদৰে বুজি নাপাও। বহীটোৰ পাত লুটিয়াই লুটিয়াই মাজে মাজে পঢ়ি চালো। একেবাৰে সহজ সৰল কথা। আমাৰ অঞ্চলৰে কথা। এনেতে দেখিলো মানবেন্দ্ৰই কাঁহৰ বানবাটি এটাত এবাটি মাংস মোৰ আগত ডাঙি ধৰিছে।

ঃ দাদা। দুখীয়াৰ ঘৰলৈ আহিছে। বেয়া নাপায় যদি মুখত দিলে সুখ পাম।

ঃ মানবেন্দ্ৰ। ইমানবোৰ মাংস? মানে তহঁতে কেনেকৈ?

প্ৰশ্নটো কৰি পেলালো যদিও মই হঠাতে অনুভৱ কৰিলো মোৰ প্ৰশ্নটোৰ ইংগিত সিহঁতৰ কাৰণে সুখকৰ নহয়।

ঃ মৰি মৰি হাঁহ এটাই বাকী আছিল দাদা। তাকো আজি ধানৰ পথাৰত কোনোবাই

কোৱাই মাৰিলে। তাকেই মায়ে ৰান্ধিছে। আমি মাহৰ দালিৰে হাঁহৰ মাংস খাওঁ। আপোনাৰ বা অভ্যাস আছে নে নাই। মায়ে আপোনাক ভাত খোৱাৰ কথা কৰলৈ আপোনাৰ ঘৰলৈ যাব দিছিল। কিন্তু দেউতা এতিয়ালৈকে বজাৰৰ পৰা আহি পোৱা নাই কাৰণে যোৱা নহ'ল।

মই জানো মানবেন্দ্ৰহঁতে পুৰণা ৰঙা বাওঁধানৰ উখোৱা চাউল খাই। এসাজ খালে হেনো দুসাজলৈ ভাবিব নালাগে। ভাতবোৰ পেটত শিল পৰাদি পৰি থাকে। মানবেন্দ্ৰই জানে মই এনে চাউলৰ ভাত খাব নোৱাৰিম। সেয়ে মই ধাৰণা কৰিলো দেউতাকে লাহি চাউল লৈ আহি নোপোৱা কাৰণে হয়তো মাংসৰ বাটি মোৰ সন্মুখলৈ আহিল।

যিদিনাখন মানবেন্দ্ৰহঁতৰ মেট্ৰিক পৰীক্ষাৰ খবৰ ওলাল সিদিনা ৰাতি দেউতাই উধাই-মুধাই মাৰ আগত আমাক গালি পাৰিব ধৰিলে। আমাক মানে মোক আৰু মোৰ ভনী কুঞ্জলতাক। কুঞ্জলতাইয়ো মেট্ৰিক পৰীক্ষা দিছিল মানবেন্দ্ৰৰ লগত। কোনোমতে পাছ কৰিছে তাই। মই ইতিমধ্যে হায়াৰ চেকেণ্ডৰী পৰীক্ষা হেঁচি ঠেলি পাছ কৰিছো।

: হেৰা। ইহঁতক মইীনোৰ আপাৰ ভৰি ধোৱা পানী মূৰত ভৰণ ল'বলৈ কোৱা। সকলোৰে মুখত মইীনৰ আপাৰ ৰিজাল্টৰ কথা। আৰু ইহঁত। ইহঁতৰ কাটিত মাষ্টৰ লগাই বছৰৰ পিছত বছৰ ধৰি কিমান টকা পানী কৰিলো। সময়ৰ মূৰত ঘোঁৰাৰ ডিম। মাছ, মাংস, ঘিউ, মাখন যিমান পাৰা সিমান খাবলৈ দিয়া। চিনেমা, থিয়েটাৰ এখনো বাদ দিব নিদিবা।

মায়ে কিন্তু মুখেৰে এটাও শব্দ নকৰিলে। আমি আগতেই জানো মানবেন্দ্ৰই ভাল ৰিজাল্ট কৰিব বুলি। ৰিজাল্ট লবলৈ মইও গৈছিলো। স্কুলৰ ৰুম এটাত মানবেন্দ্ৰক মাজত লৈ বহু ছাত্ৰ-ছাত্ৰী। ছাৰ সকলো মানবেন্দ্ৰৰ ৰিজাল্টৰ কাৰণে অভিভূত। মই দেখিলো মানবেন্দ্ৰৰ গাত থকা খাকী হাফ-পেন্টটো আৰু বগা হাফ্ চাৰ্টটোৰে ঘুটমুটীয়া মানবেন্দ্ৰই আনন্দত কান্দি দিছে। আটাইবোৰ ল'ৰা-ছোৱালীৰ মাজত সিয়ে অকল খাকী হাফ্‌পেন্ট পিন্ধিছে। সিও তাৰ জোখতকৈ ডাঙৰ। আমি জনাত তাৰ দেউতাকে কোনোবা এজন অৱসৰপ্ৰাপ্ত মিলিটাৰী অফিচাৰৰ ঘৰত কাম কৰোতে দুটা নে তিনিটা খাকী হাফ-পেন্ট অফিচাৰজনে দিছিল।

মানবেন্দ্ৰৰ বহুতো কামেই মোৰ মন জোকাৰি গৈছিল। তাৰে ভিতৰত এটা অপ্ৰত্যাশিত ঘটনা মই আজিও পাহৰিব পৰা নাই। চনটো কি মনত নাই। কলেজ শিক্ষকসকলৰ এটা বিশেষ ধৰ্মঘট হৈছিল। ধৰ্মঘটত ছাত্ৰ হিচাপে আমি যোগ দিছিলো। কিন্তু চি-আৰ-পি আৰু পুলিচৰ অত্যাচাৰত আমি কলেজৰ পৰা পলাই পত্ৰং দিছিলো। ৰাতি দহমান বজাত আমি খবৰ পালো ছোৱালী এজনীক চি আৰ পিয়ে ধৰি নিছে। লগতে মানবেন্দ্ৰকো পিটি পিটি ধৰি নিছে। কলেজলৈ গৈ খবৰ পালো ছোৱালীজনীক ধৰি নিয়াৰ কাৰণে হেনো তাইক অত্যাচাৰৰ পৰা বচাবৰ কাৰণেহে মানবেন্দ্ৰই নিজে ধৰা দিছে। মোৰ চকু কপালত উঠিল। কি আচৰিত বিচাৰ-বুদ্ধি মানবেন্দ্ৰৰ। পিছত খবৰ পালো ছোৱালীজনী আন কোনো নহয়, তাই মোৰ ভনী কুঞ্জ। কোনোবা কোনোবাই দেখিছে। মানবেন্দ্ৰ জখম হৈ এখন বেঞ্চত পৰি আছে আৰু তাৰ কাষতে কুঞ্জ বহি আছে। দুৱাৰমুখত চি. আৰ. পি ৰ পহৰা।

সঁচাকৈয়ে মানবেন্দ্ৰ যদি কুঞ্জলতাৰ লগত নাথাকিলেহেতেন তেতিয়া তাই কুঞ্জলতা হৈ উভতি আহিব পাৰিলেহেঁতেন নে নাই সন্দেহ। তাৰ পিছৰে পৰাই আমাৰ ঘৰলৈ মানবেন্দ্ৰৰ অবাধ গতি। দেউতাই পেটে পেটে ভালপোৱা নাছিল যদিও মায়ে কিন্তু মানবেন্দ্ৰক আমাতকৈও বেছি মৰম কৰিছিল। তেতিয়াৰ পৰাই মানবেন্দ্ৰ মোৰ অতি আপোন হৈ পৰিছিল।

দিন যোৱাৰ লগে লগে মই বুজিলো কুঞ্জলতা লাহে লাহে মানবেন্দ্ৰৰ ওচৰ চাপি গৈছে। অথচ্ মানবেন্দ্ৰৰ সেইফালে কোনো খেয়ালেই নাই। মানবেন্দ্ৰ এটা বাওঁপন্থী ছাত্ৰ সংগঠনৰ লগত জড়িত। কুঞ্জলতাই মানবেন্দ্ৰৰ লগত এইবোৰ কামত ঘূৰি ফুৰিব ধৰিলে। মোৰ অৱশ্যে কোনো কাৰণত প্ৰতিবাদ কৰিবলগীয়া প্ৰতিক্ৰিয়া হোৱা নাছিল। বৰং মই ভালেই পালো। কাৰণ তাৰদৰে মেধাসম্পন্ন ছাত্ৰ এজনৰ প্ৰতি যিকোনো ছোৱালীয়েই আকৰ্ষিত হোৱাটো স্বাভাৱিক। তথাপিতো এদিনাখন মাক ক'লো—

ঃ মা। কথাটো ভাল হোৱা নাই। কাৰণ তাই যি বাস্তাত গৈছে সি আজি নহয় কালি বিপদজনক হৈ উঠিব পাৰে।

ঃ হওঁক যা। তেতিয়ালৈকে কি হয় কোনে জানে? তয়ো দেখোন তহঁতৰ ছাত্ৰ সংগঠনৰ লগত জড়িত। দেউতাৰেও দেখোন কংগ্ৰেছৰ কাম কৰে। তাই কিবা এটা কৰিলে তহঁতৰ কিয় আপত্তি হয়?

মই বুজিলো মানবেন্দ্ৰৰ প্ৰতি অপাৰ মৰম আৰু তাৰ ওপৰত অগাধ বিশ্বাসৰ ফলতে মাৰ এনে মনোবৃত্তি হৈছে। মাৰ ধাৰণা হৈছে মানবেন্দ্ৰই ভুল কৰিব নোৱাৰে। নকৰে।

এটা সময়ত মই এম-এছ-ছি. পাছ কৰিলো আৰু মানবেন্দ্ৰই বি এ. পাছ কৰিলে। মই বিভিন্ন স্কুল-কলেজত চাকৰি কৰি অসমৰ বহু ঠাইত ঘূৰিলো। তেতিয়াৰ পৰাই মানবেন্দ্ৰৰ লগত এৰাএৰি। কোনোবা এজন বন্ধুৱে ক'লে তাৰ হেনো এখন উপন্যাস প্ৰকাশ হৈ ওলাইছে। নাম ৰাখিছে বন্যা। মাজতে শুনিলো মানবেন্দ্ৰই হেনো এতিয়া চাকৰি কৰে।

এবাৰ বন্ধত ঘৰলৈ যাওঁতে কুঞ্জক সুধিছিলো।

ঃ কুঞ্জ। তই মানবেন্দ্ৰক বিয়া কৰাব খোজ নেকি? তোৰ ইচ্ছা আছে নেকি?

ঃ নাই দাদা। মানবেন্দ্ৰ দাদাক মই শিক্ষাগুৰুৰ দৰে সন্মান কৰো। তদুপৰি দাদা যিধৰণে অশান্ত হৈ থাকে তেনে মানুহক বিয়া কৰাই তেওঁক পংগু কৰাহে হব। তেওঁ ইমানেই অশান্ত যে পাৰিলে তেওঁ এতিয়াই এটি বিৰাট পৰিবৰ্তন আনিব বিচাৰে। গতিকে মই গৈ তেওঁৰ গলগ্ৰহ হ'ব নিবিচাৰো। আচলতে মানবেন্দ্ৰদাই বিয়া নকৰোৱাই ভাল।

আমিও অৱশ্যে ভাবিছিলো মানবেন্দ্ৰই বিয়া নকৰাব। কাৰণ সি এতিয়া আকৌ নতুন সাহিত্য সংগঠনৰ লগতো জড়িত হৈ পৰিছে। কেৱল সংগঠন সংগঠন আৰু সংগঠন। কি যে আচৰিত মানবেন্দ্ৰৰ মানসিকতা। মই অৱশ্যে অনুমান কৰিছিলো মানবেন্দ্ৰৰ কুঞ্জক বিয়া কৰোৱাৰ মন। কিন্তু সি কুঞ্জৰ ওচৰত প্ৰস্তাৱ দিবলৈও লাজ কৰিছিল। ইয়াৰ কাৰণ হয়তো কেবাটাও। তাৰ ভিতৰত এটা হ'ল মানবেন্দ্ৰ হয়তো এক হীনমন্যতাত ভূগিছিল। ইমান অৱস্থাহীন হৈ

আমাৰ দৰে অৱস্থাপন্ন ঘৰৰ ছোৱালী বিচৰাটো তাৰ বাবে বাওনা হৈ চন্দ্ৰলৈ হাত মেলাৰ দৰে কথা। সেয়ে সি বহুদিন বিয়া নকৰোৱাকৈয়ে আছিল।

বহুদিন পিছত শুনিলো মানবেন্দ্ৰৰ হেনো এখন গল্প সংকলনো ওলাইছে; অকল সেইটোৱে নহয় সি হেনো এখন সাপ্তাহিক বাতৰি কাকতৰো সম্পাদনা কৰে। অৱশ্যে তাৰ ইমানবোৰ সফলতাত আচৰিত হোৱা নাছিলো। কাৰণ তাৰ যিহে সততা বাধা বিঘিনি নোপোৱা হ'লে সি আমাতকৈও বহু ওপৰলৈ গ'লহেতেন।

অৱশেষত সি বিয়া কৰালে মাৰ্গাৰেটৰ মাকক। কিন্তু দুৰ্ভাগ্যৰ কথা বিয়া হোৱাৰ তিনিবছৰ নৌহওঁতেই মানবেন্দ্ৰই চকু মুদিলে। তাৰ বয়স দুকুৰি বছৰো নহ'ল। অশান্ত ধুমুহাৰ দৰে আগবাঢ়ি অহা মানবেন্দ্ৰ এনেদৰে অভাৱনীয়ভাৱে হঠাতে এন্‌কেফেলাইটিজৰ আক্ৰমণত সাতদিন অজ্ঞান হৈ থাকি নিৰ্বাপিত হৈ গ'ল। এটা সামান্য উপদেশো ঘৈণীযেকক দিব নোৱাৰিলে। তিনিমহীয়া মাৰ্গাৰেটক কোলাত লৈ ঘৈণীয়েকে হুৱাওৱাৰে কান্দিলে।

কৃঞ্জও মানবেন্দ্ৰৰ বিয়োগত মৰ্মান্তিক আঘাট পাই সিহঁতৰ দলৰ সৰ্বক্ষণ কৰ্মী হৈ দিল্লীলৈ গুচি গ'ল। মই তেতিয়াহে উপলব্ধি কৰিলো কুঞ্জই যে মানবেন্দ্ৰক ইমান ভাল পাইছিল সেই কথা আমি কোনেও বুজিকে নাপালো। শেষত কি হ'ল মোৰো বিতৃষ্ণা লাগিল। মইও বিয়া নকৰালো।

সেইজন মানবেন্দ্ৰৰে ছোৱালী মাৰ্গাৰেট। ঠিক দেউতাকৰ দৰে নিৰ্ভীক, অশান্ত আৰু মোৰ্বটিৰিয়াচ্।

মাৰ্গাৰেটৰ মাকে দিয়া চিঠিখন খুলি পঢ়ি চালো।

দাদা,

সেৱা ল'ব। মাৰ্গাৰেটে এইবাৰ এইচ এল চি পাছ কৰিছে। তাইৰ ইচ্ছানুসৰি চায়েন্স পঢ়াব খুজিছো। আপুনি অংকৰ মানুহ কোচিং কৰে বোলে। সেয়ে আপোনাৰ ওচৰলৈ তাইক পঠিয়ালো। আপুনি তাইৰ দেউতাকক সহায় কৰাৰ কথা মই জানো। তাইকো সহায় কৰিলে উপকৃত হম। আমাৰ এতিয়া পইচাৰ অসুবিধা নাই। এডভান্স হিচাপে আপোনালৈ সামান্য মাননি দি পঠিয়ালো। নল'লৈ খুব বেয়া পাম। মাৰ্গাৰেটৰ দেউতাকে মোক প্ৰায়েই কৈছিল— কেতিয়াও কাৰো পৰা আনডিউ এড্‌ভানটেজ নলবা। তেওঁৰ সেই কথা মানি চলিবলৈ চেষ্টা কৰিছো। দাদা, মোৰ এটি বিশেষ অনুৰোধ। মাৰ্গাৰেট এতিয়াৰ পৰাই ছাত্ৰ সংগঠনৰ লগত জড়িত হৈ পৰিছে। তাইক বুজালেও নুবুজে। দেউতাকৰ আদৰ্শই বোলে তাইৰ আদৰ্শ। তাইক বুজাই বঢ়াই বিৰত কৰিব পাৰে নেকি চাবচোন। এইবিলাকত লাগি থাকোতেই দেউতাকক বহুবাৰ আক্ৰমণ কৰিছিল। তেওঁ কেইবাবাৰো জখমো হৈছিল। একেজনী ছোৱালী। তাইও যদি এনে হিংসাৰ বলি হয়, মই কি লৈ বাচি থাকিম।

তাই সদায় গধূলি পঢ়াৰ আগতে তাইৰ কোঠাত সোমাই দেউতাকে পঢ়া দিনৰে পৰা সযতনে ৰখা কেইটামান ফটোৰ মাজত আধা ঘন্টামান ভোৰভোৰাই থাকে। তাৰ পিছতহে

পঢাত বহে। প্ৰথমতে মই বাধা দিছিলো। পিছত তাই দুযাৰ মাৰি তাকে কৰা কৰিলে। মনতে কি ভাবি থাকে নাজানো। তাইক লৈ বিপদত পৰিছো। তাই মোক প্ৰায়েই প্ৰশ্ন কৰে—

ঃ মা মই দেউতাৰ আশা পূৰণ কৰিব পাৰিম নে ?

ঃ কিয় নোৱাৰিবি? পাৰিবি।

ঃ মা মোৰ চকুকেইটা দেউতাৰ দৰে হৈছে নে?

ঃ হৈছে তো।

তেতিয়া তাই মোক সাৱটি ধৰি আনন্দতে কান্দি দিয়ে।

কিন্তু দেউতাকৰ দৰে নাই হোৱা নাই বুলি কলে খঙতে কয় তুমি মানুহৰ চকু চিনিকে নোপোৱা।

দেউতাকৰ একেবাৰে নতুন স্কুটাৰখন মই মৰমতে বিক্ৰী কৰা নাছিলো। তাই দহবছৰমান বয়সৰ পৰাই স্কুটাৰ চলাবলৈ শিকিছে। দেউতাকৰ বন্ধু এজনে শিকাইছে। এতিয়া তাই স্কুটাৰেৰে আমাৰ ঘৰৰ জৰুৰী কামবোৰ কৰে। ল'ৰা নাই কাৰণে তাইকে লৰাৰ দৰে হ'বলৈ শিকাইছো। এনে কৰি মই বিপদতে পৰিছো। তাই মোৰ কথা শুনিব নোখোজে। নিজে যিটো ভাল দেখে তাকে কৰে। মাজে মাজে বুজনি দিবচোন। আপোনাক তাই শ্ৰদ্ধা কৰে। নিজৰ জীৱনটো গঢ়ি লৈ পিছত তাই যি কৰে কৰিব।

সময় আৰু সুবিধা হ'লে তাইৰ লগত এদিন আমাৰ ইয়ালৈ আহিবচোন।

পুনৰ সেৱাৰে এৰিলো।

চিঠিখন পঢ়ি উঠি মই মাৰ্গাৰেটৰ চকুজুৰি মনত পেলাবলৈ চেষ্টা কৰিলো। ঠিক মানবেন্দ্ৰৰ দৰেই তাইৰ চকুজুৰি। মই অনুমান কৰিলো যি কাম ল'ৰাই কৰিব নোৱাৰিব সেইকাম মাৰ্গাৰেটে কৰিব পাৰিব। মানবেন্দ্ৰৰ দৰে চি-আৰ-পি আৰু পুলিচকো তাই ভয় নকৰাকৈ সংঘৰ্ষৰ মুখামুখি হব পাৰিব। ঠিক দেউতাকৰ দৰেই তাইও এটা অশান্ত ইলেক্ট্ৰন। ★★

# যাযাবৰ

কাকী ৰিজাৰ্ভ। নগাঁও আৰু কাৰ্বি আংলঙৰ সীমাত অৱস্থিত এখন ঠাই। ধান আৰু কুহিয়াৰৰ খেতি ভাল হয় গোটেই অঞ্চলটোত।

আমি গৈছিলোঁ কাকী ৰিজাৰ্ভলৈ। আমি মানে মই আৰু মোৰ সহকৰ্মী জয়ছিং ৰংপি। আমি গৈছিলো ডিফুৰ পৰা। যমুনা জলসিঞ্চন প্ৰকল্পৰ মাজেদি ৰঙাপথাৰ হৈ। গাড়ী নচলে কাৰণে আমি খোজকাটি যাবলগীয়া হৈছিলো। দহবছৰমান আগৰ কথা। সেই গোটেইবোৰ কথা এতিয়া মনত নাই। জয়ছিং কামৰূপৰ কাৰ্বি। কাবি ভাষা নাজানে।

আমি যি দুঘৰ মানুহৰ তাত আমাৰ অফিচৰ কামখিনি কৰিবৰ কাৰণে গৈছিলো তাৰে এঘৰ বিহাৰী আনঘৰ কাৰ্বি। প্ৰথমতে আমি বিহাৰী ঘৰতে সোমালো। তেতিয়া প্ৰায় এঘাৰ মান বাজিছে। বোধহয় আগষ্ট মাহ। চোতালত চাৰিওফালে আহুধানৰ ডাঙৰিৰ দম। মৰণা মাৰি শেষ কৰিব পৰা নাই।

চোতালত প্ৰবেশ কৰাৰ লগে লগে ডেকা ল'ৰা এজন ওলাই আহিল। ওখ আৰু সামান্য ক'লা। চুলি কেকোৰা-কেকুৰি। ৰংপিয়ে তাক সুধিলে— "বাবা হায় ক্য ঘৰ মে?"

: তেওঁ নাই। সৌ ঘৰ মানুহৰ তালৈ গৈছে। আপোনালোক আহিব বুলি কৈছে। মোক আপোনালোকৰ লগত পথাৰলৈ যাবলৈ কৈছে।

মই আচৰিত নহৈ নোৱাৰিলো। ইমান সলসলীয়াকৈ অসমীয়া কব পাৰিছে? মই তাক সুধি পেলালো।

: হেৰা তুমি ইনাম সুন্দৰ অসমীয়া কব পাৰা, অসমীয়া স্কুলত পঢ়িছিলা নেকি?

: সেইবোৰ বহুত কথা দাদা।

: আমি আহিম বুলি কেনেকৈ জানিলা?

: কিয় কেইদিনমান আগতে এখেত আহিছিল নহয় আৰু সিহঁতৰ ঘৰলৈও গৈছিল। এইবুলি ল'ৰাজনে ৰংপিলৈ আৰু পাহাৰৰ ওচৰতে থকা মানুহঘৰলৈ আঙুলিয়ালে।

: ব'লা তেন্তে আমি পথাৰলৈ যাওঁ।

আহুধানৰ পথাৰত আমি এটা বৰ্গক্ষেত্ৰ কৰাৰ বাবে খুটি পোতা আৰম্ভ কৰিলো। কোণাকোণিকৈ জুখি দুয়োটা জোখ সমান কৰি লোৱা কামটো বৰ কষ্টকৰ। আমাৰ অংকমতে ফিটাডালৰ এটা বিন্দুত ল'ৰাজনক আৰু আনটো বিন্দুত ৰংপিক ধৰিবলৈ দি জোখ মাখ লওঁতে ল'ৰাজনে বাৰে বাৰে ভুল কৰাত খং উঠি কৈ পেলালো—

: হেৰা। য'তে আছা ত'তে থাকা। মই য'ত ধৰিবলৈ দিছো তাতে ধৰি ফেলেই লৰচৰ নকৰাকৈ থাকা। ল'ৰাজনে মিছিকিয়া হাঁহি মাৰি ক'লে— মই বুজি পালো দাদা।

ঃ কি বুজি পালা?

ঃ তাৰমানে দাদা আপুনি এইফালৰ নহয়।

ঃ হৈছে হৈছে। কোন কোন ফালৰ সেইটো পিচতো হব। তুমি মুঠতে ঠিক জাগাত ধৰি থাকা।

ঃ কামখিনি কৰোতে প্ৰায় দুঘন্টা মান সময় লাগিল। গোটেইখিনি ল'ৰাজনহে কৰিলে। পুনৰ আমি সিহঁতৰ ঘৰলৈ উভতি আহিলো। মই আচলতে যে কামৰূপৰ সেইকথা হয়তো মোৰ ভাষাতে ল'ৰাজনে বুজি পাইছে। সাধাৰণতে আমাৰ সুৰৰ লগত নগাঁৱৰ সুৰৰ মিল নাই। চোতালৰ মুঢ়াত বহি এগিলাচ পানী বিচৰাত ল'ৰাজনে চোতালৰ পৰাই চিঞৰিলে—

ঃ মামী! অ মামী!

ঃ এজনী কাৰ্বি মাইকী মানুহ ওলাই আহিল।

ঃ এখেত সকলক দুগিলাচ পানী দিয়াচোন মামী।

মানুহজনীয়ে পানী আনিবলৈ উভতি যোৱাত সি সুধিলে —

ঃ দাদা খায় নেকি অলপ? খায় যদি —

ঃ কি খোৱাৰ কথা কৈছাহে তুমি?

ঃ এখেতে জানিব।

এইবুলি লৰা'জনে ৰংপিলৈ আঙুলিয়ালে। ৰংপিয়ে মোৰ মুখলৈ চালে আৰু ময়ো ৰংপিলৈ চালো। ৰংপিয়ে নিঃসংকোচে ক'লে—

ঃ চাৰ! কাৰ্বি আংলঙত যিটো চলে তাকে কৈছে।

ঃ তাৰমানে হৰলাঙ।

ঃ হয় চাৰ। আমি চাহখোৱাৰ দৰে এওঁলোকে হৰলাঙ খায়। আলহী অতিথিকো হৰলাঙেৰে সম্ভাষণ জনায়।

ৰংপিৰ কথাখিনিত এটা সন্তুষ্টি আৰু তৃপ্তিৰ ভাব ব্যপ্ত হৈ পৰিল।

ঃ কিন্তু এওঁলোক দেখোন বিহাৰী মানুহ?

ঃ হলে কি হব চাৰ? মানুহজনী যে কাৰ্বি।

ভোকত মোৰ পেট ৰম্‌ৰমাই আছে। আহোতেও একো খোৱা নহ'ল। ৰাতিপুৱাই বাচত উঠিছিলো। এই খালি পেটত এইসোপা পিলি মৰিলেহে হব। তথাপিতো গাঁৱলৈ আহিছো যেতিয়া অলপ জুতি চাব পাৰিলে ভাল আছিল। হৰলাঙৰ সোৱাদ মই আগতে পোৱা নাই। মনটো কিছু ৰোমাঞ্চিত হৈ উঠিল।

ঃ ৰংপি! খালি পেটত এইসোপা খাই আপুনি মৰিব খুজিছে নেকি?

ঃ নহয় চাৰ মোৰ লগত বস্তু আছে। ঘৰৰ পৰাই লৈ আহিছো।

ঃ তাৰমানে আপুনি এইবোৰ খাওঁ বুলি লৈ আহে?

ঃ নহ'লে চাৰ উপায় নাই। গাঁৱলৈ আমি প্ৰায় সদায়ে আহিব লাগে। কাৰ্বি গাঁৱত মানুহে

সাধাৰণতে খোৱাৰ ব্যৱস্থা কৰিব নোৱাৰে। ইহঁতৰ অৱস্থা বৰ বেয়া। ইহঁতে হৰলাওকে খাবলৈ দিয়ে। দিনটো চাৰ একো নোখোৱাকৈ আমি কেনেকৈ কাম কৰিম?

ঃ আজি কি আনিছে?

ঃ যোৱাৰাতি মাংস বনাইছিলো। তাৰে অলপ আজিৰ কাৰণে থৈ দিছিলো।

হঠাতে ল'ৰাজনে আনন্দতে কৈ পেলালে—

ঃ অ' দাদা! ইমান ভয় কৰিব লাগে নে? অলপ খাব। ময়ো প্ৰথমতে ভয় কৰিছিলো। এতিয়া পিচে ঠিক হৈ গৈছে।

ঃ হেৰা! তুমি ইয়াৰ মানুহ নোহোৱা নেকি?

ঃ নহওঁ দাদা।

ঃ তেন্তে এওঁলোকৰ ঘৰত যে আছা কিমান দিন হ'ল থকাৰ?

ঃ এবছৰ মানৰ বেছি হ'ল দাদা।

ঃ তেনেহলে তোমাৰ আচল ঘৰ ক'ত? তোমাৰ নাম কি?

ঃ সেইবোৰ বহুত কথা দাদা। মোৰ ঘৰ দাদা কামৰূপত। বাইহাটা চাৰিআলিৰ পৰা পোনে পোনে গোৰেশ্বৰলৈ যোৱা ৰাস্তাৰে তিনিমাইল মান যাব লাগে।

ঃ গাঁওখনৰ নাম কি? মোৰো ঘৰ তাতেই দেখোন।

ঃ মই দাদা ঠিক বুজি পাইছিলো। আপুনি 'ফেলেই' বুলি কৈছিল নহয়। মইও কেতিযাবা কেতিয়াবা কওঁ। ইয়াৰ মানুহে হাঁহে। মোৰ ঘৰ বিহদিয়াত। ডাঙৰ হৈছো কাচ্‌কাটাত।

ঃ জন্ম বিহদিয়াত, ডাঙৰ হৈছা কাচ্‌কাটাত আৰু আজি ইয়াত? এইবোৰ কি কৈছা তুমি?

ঃ হয় দাদা। ইয়ালৈ অহাৰ এবছৰৰ বেচি হ'ল। মামীৰ গিৰিয়েক বিহাৰী মানুহ। তেওঁ মোক ৰাখিলে কাৰণ তেওঁলোকৰ কোনো সন্তান নাই। মামা এতিয়া আৰু বিহাৰী হৈ থকা নাই। হৰলাও খায়। সকলো কাৰ্বি উৎসব পাৰ্বন পালন কৰে। মামাই এতিয়া সুন্দৰ কাৰ্বি কব পাৰে। একেবাৰে সৰুতে হেনো তেওঁ ইয়ালৈ আহিছিল।

ঃ তুমি পঢ়াশুনা কৰা নাছিলা?

ঃ কৰিছিলো। নাইনত থাকোতে তাৰপৰা গুচি আহিলো।

ঃ তোমাৰ মা দেউতাই বিচাৰি অহা নাছিল?

ঃ মোৰ মা-দেউতা নাই, দাদা। দেউতা হেনো মোৰ জন্মৰ দিনাই মৰিছিল। যোৱা বছৰ মই ইয়ালৈ অহাৰ আগতে মাও মৰি থাকিল। মোৰ এতিয়া কোনো নাই। অ' মোৰ নামটো সুধিছিল নহয়? মোৰ নাম ৰবীন চৌধুৰী। কাচ্‌কাটাৰ দাদাইতে দিয়া নাম। দাদাইত কায়স্থ মানুহ। তেওঁলোকৰ উপাধি মতে মোৰ উপাধি দিলে।

ঃ কিয় তোমাৰ উপাধি বেলেগ হব লাগিছিল নেকি?

ঃ হয় দাদা। মোৰ উপাধি হব লাগিছিল ৰহমান।

: অৰ্থাৎ তুমি মুছলমান?

: হয় দাদা। মা-দেউতা মুছলমান। ডাঙৰ হলো হিন্দুৰ ঘৰত। মাই দাদাহঁতৰ ঘৰত কাম কৰাকৈ আছিল। ঘৰৰ মানুহৰ দৰে। মাজে মাজে মা বিহদিয়ালৈ গৈছিল দেউতাৰ লগত থাকিবলৈ। আমাৰ ঘৰৰ অৱস্থা খুব বেয়া আছিল। দেউতাই দিন হাজিৰা কৰিছিল। ঈশ্বৰে, দাদহঁতৰ মঙ্গল কৰক। ইমান ভাল মানুহ মই দেখা নাই দাদা। তেনে মানুহকো এৰি আহিবলৈ মই বাধ্য হ'লো।

মায়ে মোক কৈছিল মোৰ যিদিনা ৰাতি চৌধুৰী দাদাহঁতৰ ঘৰত জন্ম হৈছিল সেইদিনা ৰাতিয়েই দেউতা বিছনাত মৰি আছিল; বহুদিন আগৰে পৰা দেউতা হেনো যক্ষ্মা ৰোগত ভূগি আছিল। দেউতা দেখিবলৈ কেনে আছিল সেইটো মই এতিয়াও নাজানো। মায়ে কৈছিল মই বোলে দেউতাৰ দৰে হৈছো। শেষত মাই বিহদিয়া বাদ দি চৌধুৰী দাদাহঁতৰ ঘৰতে থাকিবলৈ ললে আৰু ময়ো তাতে ডাঙৰ দীঘল হ'লো।

আজি এবছৰৰ বেছি হ'ল। এদিন মায়ে মুক্তাপুৰলৈ আলহী খাবলৈ গৈ আৰু উভতি নাহিল। মাজ বাটতে কোনোবাই মাক মাৰি পুখুৰী এটাত পেলাই দিলে। দিনটো এতিয়াও মনত আছে দাদা। ১৯৮৩ চনৰ ২০ ফেব্ৰুৱাৰী। মই মাৰ মৃতদেহটোও দেখা নাপালো।

ৰবীনৰ মাতটো সেমেকি উঠিল। গামোচাখনেৰে চকুপানীখিনি মচি লৈ পুনৰ ৰবীনে কবলৈ ধৰিলে।

: তাৰ পিছত কি হ'ল জানে দাদা? এদিন ৰাতি দেখিলো দলে দলে মানুহে হাতত জোৰ লৈ দাদাহঁতৰ ঘৰলৈ আগুৱাই আহিছে। হয় মোক ঘৰৰ পৰা বাহিৰ কৰিব লাগে নহলে ঘৰত তেতিয়াই জুই লগাই দিয়া হব বুলি হুমকি দিলে। দাদাহঁতে কিমান বুজালে। "ৰবীনতো বিদেশী নহয়। তাক মুচলমানীও কৰা হোৱা নাই। গতিকে .                  " ওহো উত্ৰাবল জনতাই কোনো যুক্তি মানিব নোখোজে। শেষত দাদাহঁতে পিচদিনা কিবা এটা কৰিব বুলি আশ্বাস দিয়াত সিহঁতে ধমকি দি গুচি গ'ল — "কালি যদি ৰবীনক তহঁতৰ ঘৰত দেখো তেতিয়া চাই লম কাইথৰ শক্তি কিমান।"

তেতিয়া মই নিজেই সেই ৰাতিয়েই দাদাহঁতক নোকোৱাকৈ পলাই আহিলো। কাৰণ মই জানো দাদাহঁতে কেতিয়াও মোক তেওঁলোকৰ ঘৰৰ উলিয়াই নপঠিয়ায়।

বিভিন্ন ঠাইত থাকি থাকি শেষত ইয়াত আশ্ৰয় লৈছোহি। মামা বিহাৰী হিন্দু যদিও মোক সাদৰে গ্ৰহণ কৰিছে। মই এতিয়া মামাৰ লগত খেতি কৰো। আমাৰ এইবাৰ বঢ়িয়া আহুধান হৈছে। মোৰ সমস্ত ঘটনা মামাক কৈছো। মামাই কি কৈছে জানে —

: ৰবীন ভাগিন। মোৰ মানুহ জনম দিয়াৰ ক্ষমতা নাই, কিন্তু খতম কৰাৰ অধিকাৰ আছে। ইয়ে কেইচা বাট হায়? কাম কৰো, খাও, পিয়ো। ভগৱানকো এইসে হি মিলনা।

ইতিমধ্যে আমাৰ আগত থৈ যোৱা বটলৰ পৰা ৰবীনৰ গিলাচত হ ৰুলাও ঢালিবলৈ ধৰিলে। ৰংপি আৰু ৰবীনে কোটকোটকৈ গিলি মাংস চোবাবলৈ ধৰিলে। মই ভয়ে ভয়ে এঢোক

পেটলৈ ঠেলি দিলো। ডিঙিটো চেৰচেৰাই গ'ল। ৰবীনে মোৰ ফালে চাই হাঁহি ক'লে—

ঃ মামীৰ হুৰলাঙ আনতকৈ কাঢ়া।

তেতিয়া মই ৰংপিক কলো— ৰংপি আমি এতিয়া বুঢ়া চিং লেকথেৰ ঘৰলৈ যাব লাগে। তেওঁৰ খেতি দৰাতো ধান কাটিব লাগে। ৰংপিয়ে কোনো উত্তৰ দিয়াৰ আগতে ৰবীনে নিজৰ মুখত তৰ্জনীটো ৰাখি চিঁইইট কৈ শব্দ এটা কৰি ক'লে—

ঃ ইস দাদা। সেইটো নাম মুখত নানিব।

ঃ কোনটো নাম?

ৰবীনে হাতৰ পৰা খালী গিলাচটো থৈ মুখখন গামোচাৰে মচি মচি কলে—

যোৱাকালি পাহাৰলৈ যাওঁতে তাকে বাঘে ধৰিছিল। সি দাবে ঘপিয়াই বাঘটোক এৰুৱালে যদিও তাকো বৰ বেয়াকৈ জখম কৰিলে। সি ঘৰলৈ আহি যি পৰিল আৰু উঠিব নোৱাৰিলে। যোৱাৰাতি সি মৰি থাকিল। বেচেৰাৰ ঘৈনীয়েকজনী ইফালে গা-ভাৰী। আজি তাইৰো এটা ল'ৰা সন্তান জন্ম হৈছে। কিযে দুৰ্কপাল তাইৰ। এইটো প্ৰথম সন্তান সিহঁতৰ।

ঃ কিন্তু ৰবীন । তাৰ নামটো লোৱাত কি আপত্তি আছে বুজি নাপালো।

ঃ অ' দাদা। বাঘৰ কামোৰত কোনোবা মৰিলে কাৰ্বি সকলে তাক পাপী বুলি ভাবে। সেয়ে কোনেও তাৰ নাম মুখত নলয়। কোনোবাই ললেও বেয়া পায়।

ৰংপিক কথাটো সুধিলো। ৰংপিয়ে উত্তৰ দিলে—

ঃ কথাটো মইও শুনিছো চাৰ। অৱশ্যে কাৰ্বি আংলঙৰ সকলো ঠাইতে এই বিশ্বাস নাই। বিশেষকৈ ভৈয়ামৰ কাৰ্বি সকলৰ মাজত।

ঃ তেন্তে আজি আৰু তেওঁৰ তাত ধান কটা নহব?

ঃ তালৈ গৈ লাভ নাই দাদা। সৌ দেখিছে নহয় মানুহে জুম বান্ধি আছে। তাৰ ঘৈণীয়েকৰ কি ব্যৱস্থা কৰিব পাৰে তাৰ বাবেহে তেওঁলোকৰ চিন্তা। মৰাতো মৰিল। মানুহজনীক এতিয়া কাক গতাব। ইফালে প্ৰসুতি। তাতে তাৰ সৰু ভায়েকো নাই।

ঃ সৰু ভায়েক থাকিলে তাক গটালে হয় নেকি?

ঃ হয় দাদা। কাৰ্বি সমাজত বৌয়েক বিধবা হলে সৰু ভায়েকে বিয়া কৰোৱা নিয়ম। সাধাৰণতে বিয়া কৰায়।

অৱশেষত আমি ঘুচি আহিবলৈ বাধ্য হলো। ৰবীনে কাকুতি কৰি কলে।

ঃ অ' দাদা। কেতিয়াবা যদি গাঁৱলৈ যায়, চৌধুৰী দাদাইতক মই ইয়াত আছো বুলি নকব। মোৰে শপত। জানিলে তেওঁলোকে কষ্ট পাব।

মই ৰবীনক কথা দিলো। ইতিমধ্যে বেলি লহিয়াই পশ্চিম আকাশত থিতাপি লৈছে। দুই পাহাৰৰ মাজেদি তীব্ৰ ৰশ্মি বিচ্ছুৰিত হৈ কাৰ্বী বিজাৰ্ভ উদ্ভাসিত কৰি তুলিছে। আমি বেগাবেগীকৈ খোজ দিলো। ৰংপিয়ে ৰুমাল খনেৰে মুখখন মচি মোক ক'লে—

ঃ চাৰ! আমি এনেকৈয়ে মৰিছো।

ঃ কি মৰাৰ কথা কৈছে ৰংপি?

ঃ হৰলাঙ খাই খাইয়েই কাৰ্বি সকল মৰিছে চাৰ। মই ৰংপিৰ মুখলৈ চালো। হৰলাঙে গাত ধৰিছে নেকি? ওহো হৰলাঙে ৰংপিক টলাব পৰা নাই। ৰংপিয়ে পুনৰ ক'লে—

ঃ আপুনি চাৰ বোধহয় জানে? কাৰ্বি আংলঙত আধাতকৈও বেছি মানুহৰ টিবি হয়, বহুতো মানুহ মৰে, বহুতে মৰি মৰি জীয়াই থাকে। উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত কাৰ্বি আংলঙতে কুষ্ঠ ৰোগীৰ সংখ্যা বেছি। তাতে মেলেৰীয়াৰ প্ৰকোপ। তদুপৰি হৰলাঙ খাই মানুহ বিলাক হৈছে ধোদ। খেতিবাতি কৰাত আগ্ৰহ নাই; কেৱল হৰলাঙ। উঠোতে বহোতে কাজে কামে, উৎসৱে পাৰ্বনে কেৱল হৰলাঙ। ইয়াৰ নিচাত তেওঁলোক যে দুখীয়া, তেওঁলোকৰ যে নাই, এই চেতনাও তেওঁলোকৰ হেৰাই গৈছে। দেখিছে নে চাৰ, বিহাৰীজনে কেইদিনৰ ভিতৰতে কিমান চহকী হৈছে? অথচ তাৰ কাষত থকা কাৰ্বি কেইঘৰৰ অৱস্থা চাওঁকচোন।

কাৰ্বি আংলঙ সম্পৰ্কে মোৰ যথেষ্ট অভিজ্ঞতা নাই। সেয়ে ৰংপিৰ মন্তব্যত মই একমত হব নোৱাৰিলো। তথাপিতো ৰংপিৰ ক্ষোভটো মই ভালদৰে উপলব্ধি কৰিলো।

তাৰ পিছত। এটা সময়ত মই ডিব্ৰুৰ পৰা গুৱাহাটীলৈ বদলি হলো। শেষত ৰবীনৰ কথাও পাহৰি গ'লো।

আজি দহবছৰমান মামাইতৰ ঘৰলৈ যোৱা নাই। সেইদিনা কাচকটাৰ মামাইতৰ ঘৰলৈ গৈছিলো। বিহদিয়া চ'কৰ পৰা খোজকাঢ়ি যাব লাগে কাৰণ গাড়ী মটৰৰ সুবিধা নাই। অকলে অকলে শিল দিয়া ৰাস্তাটোৰে গৈ গৈ ক'লাজল নদী পাৰ হলো। হঠাতে দেখিলো ৰবীনক। সিফালৰ পৰা আহি আছে। লগত এজনী মাইকী মানুহ আৰু দুটা শিশু। মুখামুখি হওঁতে ৰবীনে প্ৰথমতে মাত লগালে—

ঃ চিনি পাইছেনে দাদা?

ঃ ৰবীন। কৰ'পৰা কেনেকৈ এইখিনি পালাহি?

ঃ নকৰ দাদা। চৌধুৰী দাদাইতলৈ ৰবকৈ মনত পৰি আছিল। আজি দহবছৰৰ মুৰত আহিছো। সেই যে আপোনাক কাকী বিজাৰ্ডত লগ পাইছিলো তেতিয়াৰ পৰাই ইয়ালৈ অহা নাছিলো। এতিয়া যাবলৈ আহিলো।

ঃ কলৈ যাবা। কাকী বিজাৰ্ডলৈ?

ঃ নহয় দাদা। আমি আজিকালি ডকমকাত থাকো। এখন চাহৰ দোকান দিছো। এওঁ দোকান চলায় আৰু মই বজাৰত মুৰ্গী যোগান ধৰো। ইয়ালৈ অহাৰ আজি চাৰিদিনে হ'ল। এই চাৰিদিনে আমাক মানুহে বেৰি বেৰি চাইছে। কিমানক যে কিমান প্ৰশ্নৰ উত্তৰ দিছো হিচাপ নাই। বহুতেতো মোক ইয়াতেই জোৰকৈ ৰাখিব বিচাৰিছিল। চৌধুৰী দাদাইতেও।

ঃ বৰ ভাল কথা। ইহত দুটা? বোধহয় তোমাৰেই।

ঃ হয় দাদা। এওঁ ইহঁতৰ মাক।

ঃ মানে তুমি বিয়া কৰালা?

আপোনাৰ বোধহয় মনত আছে। সেই যে বাঘে খোৱা কাৰ্বি মানুহজনৰ কথা কৈছিলো। তেওঁৰে এওঁ । শেষত মই লৈ আহিলো।

মই মানুহজনীলৈ চালো। তাই তলমুৰ কৰিলে। কাৰ্বি সাজ-পোচাকেৰে মানুহজনীক বৰ ভাল লাগিছে। মিঠা বৰণৰ যদিও মৰম লগা। মাইকীমানুহ যেন নালাগে। গাভৰু ছোৱালী যেনহে লাগে। বোধহয় খুব কম বয়সতে বিয়া হৈছিল।

ঃ ইহঁতৰ নাম কি ৰাখিছা?

ঃ ডাঙৰটোৰ নাম ধনছিং লেক্‌থে আৰু ইয়াৰ নাম নয়ন চৌধুৰী। দেখিছে নহয় সি মাকৰ দৰে হৈছে; ই মোৰ দৰে হৈছে।

ঃ দুয়োজনেই তোমাৰ ফালৰ নে?

ঃ নহয় দাদা। সৰুটোহে মোৰ ফালৰ। সি আগৰ ফালৰ।

ঃ তোমাৰ মামা-মামীৰ খবৰ কি?

ঃ মামা মৰিল। মামীয়ে আকৌ বিয়া কৰালে আন এজনক। শুনিছো মামীৰ হেনো ইমান বছৰৰ মূৰত কেচুৱা এটা হৈছে। যাম যাম বুলি ভাবিও যাব পৰা নাই। সময়েই নাপাওঁ দাদা। তাতে এওঁ আকৌ মোক অকলে কলৈকো যাব নিদিয়ে।

ঃ অৰ্থাৎ তুমি যে যাযাবৰ এওঁ ঠিক বুজি পাইছে।

ঃ মোৰ কথাত মানুহজনীয়ে কমালখন মুখত দি মিছিকিয়াই হাঁহি মাৰিলে। মই দেখিলো মানুহজনীৰ মুখমণ্ডলত অপূৰ্ব জেউতি ফুটি উঠিছে।

ঃ অ' দাদা। কেতিয়াবা ডকমকালৈ গ'লে আমাৰ দোকানলৈ যাবচোন। লেক্‌থে চৌধুৰী চাহৰ দোকান। চ'কটোৰ পৰা অকণমান ভিতৰলৈ বাওঁফালে গলেই পাব।

যাহওঁক ৰবীন এতিয়া সুখী। বোধহয় তেওঁ আশা কৰাতকৈও সুখী। ৰবীনে ল'ৰা দুটাক নমস্কাৰ দিবলৈ কোৱাত সিহঁতে নমস্কাৰ দিলে।

ডাঙৰ জনে ক'লে— কাৰদম।

সৰুজনে ক'লে— নমস্কাৰ ।

সিহঁতৰ গা পিহি পিহি মই বিদায় ললো। কিছু দূৰ গৈ মই উভতি চাই দেখিলো সিহঁতেও মোলৈ উভতি চাইছে। **

# মন গহন

ৰাতি ন মান বাজিছে। চাৰিআলিত মানুহৰ সমাগম লাহে লাহে কমি আহিছে যদিও দোকান পোহাৰ সকলো খোলা আছে। কোনো কোনো লোকৰ এতিয়াহে বাহিৰ ওলোৱাৰ সময়। ময়ো মোৰ চেম্বাৰ বন্ধ কৰিম বুলি ভাবি সামৰিবলৈ ধৰিলো। এনেতে মিলিটাৰীৰ দৰে কাপোৰ পৰিধান কৰা দৈত্যকায় লোক এজন মোৰ চেম্বাৰৰ ভিতৰলৈ সোমাই আহিল। ভৰিত এযোৰ গধুৰ বুটজোতা। মই চছমাযোৰ পিন্ধি ওপৰলৈ চাই দেখিলো—সেইটো মনহৰি কলিতা। মোৰ সমবয়সৰ। একেলগে কৰবা হাইস্কুলত পঢ়িছিলো। তাৰ আচল ঘৰ চেপ্তি নে ধোপাটাৰীৰ সিফালে কোনো গাঁৱত। হাইস্কুলত পঢ়োতে সি হোষ্টেলত থাকি পঢ়িছিল। সি মেট্রিক পাছ কৰিয়েই মিলিটাৰীত সোমাইছিল। সি গৰ্‌গৰাই মোক সুধিলে—কি সনাতন? চিনি পোৱা নাই নেকি? এই আশী বছৰলৈকে কি ডাক্তৰী কৰি থাক? কিমান পইচা লাগে তোক?

ঃ আৰে ধুৰন্ধৰ তই আজি হঠাতে ইয়াত কিয়? বহ বহ। তই হেনো সোনাপুৰত বিৰাট বিল্ডিং বান্ধিছ? আজি ত্রিশ বছৰে তোৰ খবৰ নাপাওঁ।

হাইস্কুলত আমি তাক ধুৰন্ধৰ বুলি মাতিছিলো। কাৰণ সি যি কোনো কথাতে যি কোনো কামতে নেতৃত্ব দিছিল আৰু কাকো কেৰেপ নকৰিছিল।

ঃ গোৰেশ্বৰলৈ গৈছিলো। মোৰ ভনীজনীৰ ল'ৰাৰ বিয়া। যাওঁতে তোক চেম্বাৰত বহি থকা দেখিছিলো। সোমালো।

বাহিৰত ভীষণ ঠাণ্ডা পৰিছে। ৰাস্তাটোৰ সিফালে মটৰৰ চকাৰ টায়াৰ পুৰি এটা দলে জুই পুৱাব ধৰিছে। প্ৰায় বিলাকৰ মুখৰ পৰা গেলা মদৰ গোন্ধ বিয়পি পৰিছে। এই ক্ষেত্ৰত হিন্দু-মুছলমান, শিখ, ইচাই সকলো এক। দোস্তী বেচ ৰমৰমীয়া। মই তাক ক'লো—ব'ল ভিতৰলৈ। তইতো মোৰ বোৱাৰীক দেখা নাই। চাহ একাপ খাবি।

ঃ নাই, নাই। দেৰি হ'ব। গুৱাহাটীত কাম আছে। তাতে আকৌ সোনাপুৰত কোনো এটা সংস্থাই বন্ধৰ আহ্বান দিছে।

এনেতে পাকিজা সোমাই আহি মোক সুধিলে—বন্ধ নকৰে নেকি খুৰা? মই বন্ধ কৰিলো। মাৰ হাঁপানিটো অলপ বেছি হৈছে। মই ভাত ৰান্ধিব লাগিব। তাতে বিক্ৰীও বৰ কম।

মোৰ কাষৰ দোকানখনেই পাকিজা বেগমহঁতৰ। পাকিজা আৰু তাইৰ মাক-দোকানখনৰ এটা অংশত ভাৰালৈ থাকে। কাপোৰৰ দোকান। লেডিজ গাৰ্মেণ্ট বেছি। সিহঁতৰ কোনো নাই। মই পাকিজাক ক'লো—মই এপালি ঔষধ দিম। লৈ যাবা। বোৱাৰীক কৰাচোন দুকাপ চাহ দিয়াৰ কথা।

পাকিজাই মনহৰিলৈ চাই ভিতৰলৈ সোমাই গ'ল।

ঃ কোন অ সনাতন এইজনী? বৰ ধুনীয়া দেখোন। বিয়া হৈছে নে নাই? কঁপালত সেন্দুৰ নাই দেখোন।

ঃ দিনত তাই এখন স্থানীয় ছোৱালী কলেজত কাম কৰে। ইক'নমিক্‌ছৰ এম এ । নাম পাকিজা। এদিন তাইৰ কপালত সেন্দুৰ আছিল। এতিয়া নাই।

ঃ তাৰ মানে মুছলমান। তেন্তে কপালত কিয় সেন্দুৰ থাকিব? এদিন আছিল এতিয়া নাই। এইবোৰ কি কৈছ তই?

ঃ শুনিবি নেকি?

মনহৰিয়ে তাৰ পকেটৰ পৰা লাইটাৰটো উলিয়াই এটা চিগাৰেট জ্বলাই ল'লে। দুটা দীঘল হোপা মাৰি ক'লে—

ঃ কচোন, শুনিবৰ মন গৈছে।

ঃ পাকিজাহঁতৰ ঘৰ কৰবাত। ঘৰৰ অৱস্থা খুব বেয়া আছিল। এতিয়াও। যাক কয় ভিকহু। তাইৰ ভাই-ককাই তিনিজন। ভাই ককাইহঁততকৈ তাই পঢ়াত বৰ চোকা। তদুপৰি বেচ আগবঢ়া। দেখাতো অতি সুন্দৰ। যাক কয় বোকাত পদুম। যেতিয়া তাই গাভৰু হ'ল আমাৰ গাঁৱৰ হিন্দু ল'ৰা এজনৰ তাইৰ ওপৰত চকু পৰিল। ল'ৰাজনৰ ঘৰৰ অৱস্থাও সিমান ভাল নাছিল। সিও পঢ়াত বৰ ভাল আছিল। এলপিত বৃত্তিও পাইছিল। সি তাইতকৈ পাঁচ-ছয় বছৰমানে ডাঙৰ। তাৰো চেহেৰা কাৰ্ত্তিকৰ দৰে। মস্ত ওখ, বগা, কেঁকোৰাকেঁকুৰি চুলি। গাখীৰৰ দৰে বগা ডালিমগুটীয়া দাঁত। যিকোনো ছোৱালী তাৰ ওচৰলৈ আহিলে তাৰ প্ৰতি আকৰ্ষিত নহৈ নোৱাৰে। সি হায়াৰ চেকেণ্ডৰী পাছ কৰি এয়াৰ ফৰ্চত যাবৰ কাৰণে প্ৰস্তুতি চলাইছিল। লেখা পৰীক্ষাত নিৰ্বাচিত হৈছিল, কিন্তু পইচাৰ অভাৱত মৌখিক পৰীক্ষাৰ কাৰণে হায়দৰাবাদলৈ যাব নোৱাৰাত এয়াৰ ফৰ্চত যোৱা নহ'ল।

ঃ ৰহ সনাতন। কাৰ কথা কৈছে? মই এই অঞ্চলৰ আগৰ মানুহ প্ৰায়বিলাককে জানো দেচোন।

ঃ ওঁ নামটো ক'লে নিশ্চয় জানিবি। কিন্তু তোক নকওঁ দে। পাছত তই এনেয়ে বুজি পাবি? তাৰ পাছত সি পঢ়া বাদ দি ঠিকাত ধৰিলে। প্ৰথমতে মেঘালয়ত ঠিকা কৰিছিল। তাতে সি বহুত টকা গোটালে। তাৰ পাছত অসমত। সেই পইচাৰে সি পাকিজাক এম এ পৰ্যন্ত পঢ়ুৱালে। পাছত এনে এটা পৰ্যায় আহিল তেতিয়া দুয়ো দুয়োকো এৰিব নোৱাৰা হ'ল। মানুহে এক্কৰকম বুজি ল'লে যে সি পাকিজাক বিয়া কৰাব। আৰু তাৰ ঘৰেও কথাটো গ্ৰহণ কৰিলে। তাৰ নাম কি জান? নিলয়। কিন্তু পাকিজাহঁতৰ ঘৰৰ ফালৰ পৰা ঘোৰ আপত্তি। অৱশেষত পাকিজাৰ ভাই-ককাইহঁতে তাইক ঘৰৰ পৰা বাহিৰ কৰি দিলে। ইতিমধ্যে পাকিজাৰ দেউতাক মৰিছে। উপাই-নাপাই তাই ইয়াতে ভাৰা লৈ ল'লে। লগতে মাকো থাকে।

ইতিমধ্যে নিলয়ৰ জীৱনলৈ বিপৰ্যয় নামি আহিল। নিলয়ক মিলিটাৰীয়ে ধৰি নিলে আলফাৰ লগত জড়িত বুলি। মিলিটাৰীৰ অত্যাচাৰত তাৰ শৰীৰ একেবাৰে ভাঙি পৰিল। সি

ঘৰলৈ আহিল যদিও আগৰ দৰে শক্তি তাৰ গাত নাথাকিল। তাৰ হৃৎপিণ্ড একেবাৰে দুৰ্বল হৈ আহিল।

ঃ সি সঁচাকৈয়ে আলফা আছিল নেকি সনাতন?

ঃ নাই নাই। আমি জানো নহয়। কোনোবাই তাক অন্যায় কৰিছে। মানুহে সন্দেহ কৰে পাকিজাইতৰ মানুহো ইয়াৰ লগত জড়িত হ'ব পাৰে। নিলয়ক মিলিটাৰীৰ দ্বাৰা খতম কৰিব নোৱাৰি এদিন পাকিজাৰ ভাই-ককাইহঁতে দলবল লগত লৈ নিলয়ক মাৰিবলৈ আহিছিল। কিন্তু সি অকলে দুৰ্দম সাহসেৰে সিহঁতক খেদি পঠিয়ালে। তোৰ ঘটনা এটা মনত আছে নিশ্চয়। আমি কলেজত পঢ়ি থাকোতে ইব্ৰাহিম বুলি ল'ৰা এজনক তাৰ লগৰে ল'ৰাবিলাকে বুদ্ধি কৰি মাৰি মানুহ এঘৰৰ ভঁৰালত সুমুৱাই থৈ ভঁৰাল ঘৰটো জুই জ্বলাই দিছিল কিয় জান? সেইখন গাঁৱৰে বৰ ধুনীয়া টৌ টৌ কৰে বগা মুছলমান ছোৱালী এজনীক সি ভাল পোৱা কাৰণে। অৱশ্যে মানুহৰ বিশ্বাস। প্ৰমাণ কিন্তু নাই।

ঃ কিয় নাজানিম? তাৰ ঘৰলৈ কিমান দিন যে গৈছিলো। খানা খাবৰ কাৰণে মুৰ্গী আনিবলৈ। ইমান সুন্দৰ, ইমান অমায়িক ল'ৰাটোক চালাইতে নিৰ্দয়ভাৱে মাৰি পেলালে।

ঃ যুৱক-যুৱতীৰ প্ৰেমক মানুহে কিয় ভাল দৃষ্টিৰে নাচায় বুজি নাপাওঁ। এইটো এটা নেচাৰেল আৰ্জ। ইয়াৰ লগত ধৰ্ম, ভাষা, জাতি সম্প্ৰদায়ৰ কি সম্পৰ্ক আছে। আচৰিত কথা কি জান মনহৰি? আমি অগ্ৰজবিলাকে যিমানে ইয়াক খামুচি ধৰি ৰাখিব বিচাৰিছো ই সিমান ঢিলা হৈ গৈ আছে। এনে এটা সময় আহিব যি সময়ত কণীৰ পৰা মুৰুগীৰ পোৱালি হৈছে নে মুৰুগীৰ পৰা কণী হৈছে তাৰ পাৰ্থক্য নাথাকিব।

ঃ তই অৱশ্যে এটা কথাৰ কথা কৈছ সনাতন। কিন্তু তই যিধৰণে কথাটো ভাবিছ সকলোৱে সেই ধৰণে ভাবিব নোৱাৰে। মানুহ এটা বিশেষ সংস্কাৰৰ মাজত থাকি কথাবিলাক বিশ্লেষণ কৰে। গতিকে পক্ষপাতমূলক হ'বই। বাদ দে বাৰু এইবোৰ তাত্ত্বিক কথা। তাৰ পাছত ক কি হ'ল পাকিজাৰ?

ঃ তই দেখোন পাকিজাক দেখিছয়েই। জন্মৰে পৰা যি সংগ্ৰামৰ লগত যুঁজ কৰি বাচি আছে আজিও সেই একেই সংগ্ৰামৰ লগত যুঁজ কৰি থাকিবলগীয়া হৈছে, তাতে মানুহৰ অৱজ্ঞা আৰু ঘৃণাই তাইক অহৰহ পীড়িত কৰে। তই শুনি আচৰিত হবি নিলয়ৰ বাইদেৱেকে তেওঁ অৱসৰ নোপোৱালৈকে পাকিজাইতক মাহে মাহে পইচা দি সহায় কৰিছিল। কিয় জান?

নিলয় এটা বিশেষ পৰিস্থিতিত ডাঙৰ হৈছিল। তাৰ বয়স যেতিয়া চাৰি নে পাঁচ বছৰ তেতিয়া দেউতাকে আন এজনী মানুহ বিয়া কৰাই নিজৰ ঘৰ এৰি বেলেগত বসবাস কৰিছিল। তেতিয়াৰ পৰাই সি পিতৃস্নেহৰ পৰা বঞ্চিত। সেয়ে মাক আৰু বায়েকহঁতৰ মাজতেই সি লালিত পালিত হৈছিল। গতিকে নিলয়ৰ মাক এজনী নহয়, কেইবাজনীও। সেয়ে নিলয়ক যিয়ে অন্তৰে ভাল পায় তেওঁকো তেওঁলোকে আন্তৰিকতাৰে গ্ৰহণ কৰে। বুজিলি?

ঃ এতিয়াহে মোৰ স্পষ্ট হৈছে তই তাৰ কথা কৈছ। তাৰ মানে সনাতন, নিলয়ে এতিয়াও

পাকিজাক বিয়া কৰোৱা নাই নেকি?

ঃ নাই। কৰাব নোৱাৰিলে।

ঃ মানে? সিহঁতৰ মাজত বিচ্ছেদ হ'ল নেকি?

ঃ ওঁ। ইও একৰকম বিচ্ছেদ। চিৰ বিচ্ছেদ।

ঃ কি কৈছ সনাতন। মই বুজা নাই।

ঃ শুন। মাজতে প্ৰশ্ন নকৰিবি।

ঃ নিলয়ৰ বয়স তেতিয়া পঁয়চল্লিশ। সিহঁতে বিয়া কৰাম বুলি সকলো ঠিকঠাক কৰি সমস্ত প্ৰস্তুতি কৰি লৈছিল। আৰু বিয়াৰ পাছত দুয়ো চিমলালৈ হনিমুন কৰাৰ কাৰণে যোৱা কথাও আছিল। এদিন ৰাতি ঘৰতে নিলয়ৰ উশাহ নিশাহ লোৱাত কষ্ট হ'ল। বুকুখন সোপা মাৰি ধৰে আৰু সি বিছনাত বহি লৈ মৰণপণ যুঁজ কৰে। কাকো নামাতে। বায়েকহঁতকো নামাতে। মাক ইতিমধ্যে মৰিছে। সি ভীষণ জেদী। সৰুৰে পৰা নিজৰ ভৰিত থিয় দি ডাঙৰ হৈছে এতিয়া কিয় আনৰ সহায় লব— এই হ'ল তাৰ যুক্তি। ৰাতিপুৱাহে বায়েকহঁতে গম পায়। লগে লগে হস্পিতাললৈ তেওঁলোকে লৈ আহিল। লগতে পাকিজা আৰু পাকিজাৰ মাক। হস্পিতালত পাকিজাই এটা অকল্পনীয় ঘটনা কৰিলে। তাই মোক আজি কেইদিনমান আগততেহে কৈছে। কৈ কৈ তাই মোৰ আগত হুকহুকাই কান্দি দিছিল। সেইদিনালৈকে আমি কোনেও জনা নাছিলো। কি জান? তই বেউলা লক্ষীন্দাৰৰ কাহিনীটো জান নহয়। বেউলাই সতীত্বৰ বলেৰে মৃত লক্ষীন্দাৰক জীয়াই আনিছিল বুলি শাস্ত্ৰত আছে। মোক কোৱা কথা পাকিজাই হেনো হিন্দুৰ এই দৰ্শন বিশ্বাস কৰে।

নিলয়ক আই চি ইউ ত ৰখা হৈছিল। তাত কাৰো প্ৰবেশ নিষেধ। কিন্তু পাকিজাই তাৰে তত্বাবধানত থকা ডাক্তৰজনক কাকুতি মিনতি কৰি সোমাই গৈছিল নিলয়ৰ ওচৰলৈ। নিলয়ৰ নাকত অক্সিজেনৰ পাইপ। নিলয় তেতিয়া কিছু সুস্থ। পাকিজাই নিলয়ৰ ওচৰত বহি লৈ সেন্দুৰৰ টেমাটোৰ সাঁফৰখন খুলি নিলয়ৰ আগলৈ আগবঢ়াই দিলে। ক'লে—নিলয়। দিয়াচোন মোৰ কপালত এটি ফোঁট। কিমানদিনৰ পৰা আশা কৰি আছো এই ফোঁটটোৰ কাৰণে।

ঃ পাকিজা, তুমি এইবোৰ কি কৰিছা? মই মৰিম বুলি ভাবিছা নেকি? ওহো, মই নিলয়ক কৈছো—নিলয় তই কেতিয়াও মৰিব নোৱাৰ। তোক কোনেও মাৰিব নোৱাৰে। তই অজেয়। তই অমৰ।

ঃ তুমি যদি মোক সঁচাকৈয়ে ভালপোৱা তেতিয়া হলে তোমাৰ হাতৰ আঙুলিৰ পৰশত মোৰ কপালত ইন্দ্ৰধনু অঁকা যাব নিলয়।

নিলয়ে লাহে লাহে তাৰ সোঁহাতখন দাঙি পাকিজাৰ কপালত এটা টিকটিক্ কৰে ৰঙা প্ৰাতঃসূৰ্য্য আঁকি দিলে। তেতিয়া তাৰ দুচকুৰে অশ্ৰুবন্যা নামি আহিল। তাৰ মুখত এটা প্ৰশান্তি বিৰাজ কৰিলে। তেতিয়া পাকিজাই নিলয়ৰ ভৰিত ধৰি সেৱা কৰিলে।

ঃ তাৰ পাছত সনাতন?

ঃ তাৰ পাছত সকলো শেষ মনহৰি। নিলয চিৰনিদ্ৰাত পৰিল। যেন শান্তিৰে শুইহে আছে। পাকিজাই লগে লগে কপালৰ ফোটটো নিজে মচি দিলে। ডাক্তৰে পাছত ক'লে—নিলয়ে হাৰ্ট ফেইল কৰিলে। পাকিজাৰ প্ৰেমৰ পবিত্ৰতাই আত্মাৰ আহ্বানে নিলযক ৰাখিব নোৱাৰিলে মনহৰি।

পাকিজাই মোক কি কৈছিল জান? নিলযক মই মাৰিলো খুৰা। মই পাপীনীযে মাৰিলো। মই নোযোৱা হ'লে নিলযে কেতিয়াও হাৰ্ট ফেইল নকৰিলে হয। আজিও তাই নিজকে অপৰাধী বুলি ভাৱে।

ঃ বৰ দুখলগা ঘটনা। কিন্তু তাইক কোনেও বিযা কৰাবলৈ আগবাটি নাহিল নেকি?

ঃ আজি বিশ বছৰে তাই মাকৰ লগত এই ভাৰা ঘৰটোতে আছে। হিন্দুৱে ভাবে মুছলমানৰ ছোৱালী আৰু মুছলমানে ভাবে কাফেৰে ভাল পোৱা ছোৱালী। কোনোবা আগবাটি আহিলেও যে তাই মত দিব তাতো সন্দেহ আছে।

হঠাতে এজন মানুহ মোৰ চেম্বাৰলৈ গপগপাই সোমাই আহিল। দেখিলো সেইজন আমাৰ গাঁৱৰে ৰোহিতেশ্বৰ। বয়সত আমাতকৈ বহুত সৰু। এল আই চি এজেন্ট কাম কৰে। এতিয়া তাৰ ব্যৱসায় ভাল নহয়। মই তাক সুধিলো—কিবা অসুখ হৈছে নেকি ৰোহিতেশ্বৰ?

ঃ নাই খুৰা। মোক এটা বস্তুহে লাগিছিল। আপোনাৰ থাকিবও পাৰে।

ঃ কি বস্তু?

ঃ মোক শ্ৰীকৃষ্ণৰ, গৌতম বুদ্ধৰ আৰু যিশুখ্ৰীষ্টৰ আচল ফটো লাগে।

মোৰ বুজিবলৈ বাকী নাথাকিল। মই মনহৰিৰ মুখলৈ চালো। সিও মোৰ মুখলৈ হা কৰি চাইছে। মনহৰিৰ চকু কপালত। মই অৱশ্যে আচৰিত হোৱা নাই কাৰণ ৰোহিতেশ্বৰ আগতেও কে'বাদিনো মোৰ তালৈ এই ফটো বিচাৰি আহিছিল।

মই তাক ক'লো—মোৰ তাত নাই বুজিছ। আন ক'ৰবাত বিচাৰচোন। কোনোবাই দিব পাৰে নেকি?

ৰোহিতেশ্বৰ তৎক্ষণাৎ ওলাই গ'ল।

ঃ কি সনাতন মানুহজন পাগল নেকি?

ঃ বাহিৰত তেনে যেন নালাগে। কিন্তু ভিতৰি ভিতৰি সি এবনৰ্মেল। মোৰ বেৰত সি এই ফটো কেইটা দেখি প্ৰায়েই আহে।

ঃ যিটো বুজিলো তোৰ এই ডাক্তৰী কাৰবাৰটো বৰ বেয়া। এৰ বুইছ। দিনৰাতি এই পাগল চাগল মখাৰ লগত লাগি থাকি কি ভাল পাব নাজানো।

ঃ অই মনহৰি, আমি সকলোৱে একো একোজন কম বেছি পৰিমাণে পাগল। একো একোজন মানসিক ৰোগী। শুন। ৰোহিতেশ্বৰে সদায় ৰাতি ন-দহমান বজাত এবাৰ ঘৰৰ বাহিৰ হয় আৰু বাইহাটা চাৰিআলিৰ এই চকটোত এপাক মাৰি ঘৰলৈ যায়। যাওঁতে ৰাস্তাৰ কাষৰ ডাঙৰ পুখুৰীটোৰ পাৰত উঠি কিবাকিবি বকি ঘৰমুৱা হয়। মানুহে প্ৰায়ে দেখে।

ঃ বাদ দে এইবোৰ পাগলৰ কথা। তোৰ নিজৰ খবৰ ক।

ঃ ৰহ মনহৰি। শুনচোন। বৰ দুৰ্ভাগ্যজনক ঘটনা। ইয়াৰ যেতিয়া বয়স পঁচিশ নে ছাব্বিশ তেতিয়াই সি এটা অপৰাধ কৰিছিল। অৱশ্যে কৰো বুলি কৰা নাছিল। এতিয়া ইয়াৰ বয়স পঞ্চাশমান হ'ব। পাপবোধ বুইছ পাপবোধ। তাৰ ভিতৰত সদায় পাপবোধে ক্ৰিয়া কৰি থাকে। এতিয়া সি তাৰ প্ৰায়শ্চিত্তৰ কাৰণে ব্যাকুল। ইযাৰ মাজতে সি দুই তিনিবাৰমান ভাৰতৰ নানান তীৰ্থস্থানলৈও গৈছিল। মুক্তিৰ আশাত। বোধহয় ক'তো সি মুক্তিৰ সন্ধান নাপালে নহ'লে সি এনেকৈ আচল ফটো বিচাৰি হাযৰাণ হয়নে? হিন্দু দৰ্শন। হিন্দু দৰ্শনৰ প্ৰভাব। ইছলাম আৰু খৃষ্টান দৰ্শনত এনে গভীৰভাবে পাপাবোধে ক্ৰিয়া কৰে বুলি মই নাভাবো।

ঃ মানে? তই কি কৈছ মই বুজা নাই।

ঃ আমাৰ অঞ্চলৰ মানুহৰ যি ধাৰণা আৰু মানুহে যি ধৰণে ভাবে তাকে তোক ক'ব খুজিছো। অৱশ্যে সঁচা নহ'বও পাৰে। মানুহে কয় ৰোহিতেশ্বৰে হেনো মানুহ মৰাৰ কাৰণে পাগল হৈছে। প্ৰমাণৰ অভাৱত সি তেতিয়া ধৰা নপৰিল। কিন্তু সি নিজকে ফাঁকি দিব পৰা নাই। আজিও।

মনহৰিয়ে চকীখনত পোন হৈ বহি ল'লে আৰু ক'লে—

ঃ কাঁক-মাৰিছে?

ঃ নিজৰ ভনীয়েকক। ৰাতি দহমান বজাত। সি হেনো মাৰো বুলি মৰা নাছিল। মুহূৰ্তৰ উত্তেজনাত কিবা এডালেৰে বোলে মূৰত মাৰি দিলে। লগে লগে তাই অজ্ঞান হৈ পৰি গ'ল। ডাক্তৰ আনিবলৈ গৈছিল। কিন্তু ঘটনা বিষম দেখি ডাক্তৰো নাহিল।

ঃ তাৰ পাছত?

ঃ তাৰ পাছত আৰু কি হ'ব? ঘটনাটো শুকুৰবাৰৰ ৰাতি। শনিবাৰৰ দিনটো মৃতদেহ ঘৰৰ ভিতৰত ৰাখি ৰাতি দুইমান বজাত সেই ডাঙৰ পুখুৰীটোত পেলাই দিলে। মানুহে কয় ৰোহিতেশ্বৰে বোলে নিজেই পেলাই দিছিল। শিৱ মন্দিৰত ভাং খাই থকা মানুহে বোলে তাক দেখাও পাইছিল। নিজৰ মৰমৰ ভনীয়েকৰ মৃতদেহ নিজৰ কান্ধত তুলি পথাৰৰ মাজে মাজে আহি মেইন ৰাস্তা পাৰ হৈ পুখুৰীত পেলাই দিবলৈ হলে তাৰ মানসিক অৱস্থাটো কেনে হ'ব পাৰে ভাবি চাচোন। অৱশ্যে পেলাই দিয়া কামটো সি নকৰিবও পাৰে।

সিদিনাখনৰ পৰাই তাৰ দেউতাকে নিজৰ গোঁসাইঘৰত ডাঙৰ ডাঙৰকৈ পুথি পঢ়ে। তাৰ মাক আজিও আছে। মাকজনীয়ে হেনো কান্দি কান্দি হঠাতে বেহুচ হৈ পৰে।

ঃ কিন্তু সনাতন এই কাৰ্যটো সি কৰিলে কিয়?

ঃ তাই মৰাৰ সময়ত কলেজত পঢ়ি আছিল। কলেজত এজন মুছলমান ল'ৰাৰ লগত তাইৰ ভাল পোৱাই গঢ় ল'লে। সেইটোৱে আছিল তাইৰ অপৰাধ।

ঃ নহয় অ' সনাতন। এইটোতো আত্মহত্যাও হব পাৰে।

ঃ প্ৰচাৰ অৱশ্যে তেনেকৈয়ে কৰা হৈছিল। কিন্তু পৰিস্থিতি আৰু পৰিবেশে আত্মহত্যাৰ

সাক্ষ্য প্ৰমাণ নিদিয়ে। পানীৰ পৰা উঠাই অনাৰ পাছত দেখা গৈছিল তাইৰ লগত এপদো গহনা নাই। তাইৰ গাত এখনো ভাল কাপোৰ নাই। সাধাৰণতে ছোৱালী মানুহে আত্মহত্যা কৰিলে জীৱনৰ শেষ মুহূৰ্তত ভাল ভাল কাপোৰ পিন্ধে আৰু মনৰ পছন্দৰ গহণা পিন্ধি লয়। এইটো মনোবৈজ্ঞানিক প্ৰৱণতা।

তদুপৰি ৰোহিতেশ্বৰ আজি পাগল কিয়?

ঃ সি যে আত্মশুদ্ধিৰ কাৰণে পাগলৰ দৰে সন্ধান বিচাৰি আছে পাব নে কেতিয়াবা সি?

ঃ আচল প্ৰশ্নটো তই এতিয়াহে কৰিছ? হিন্দু দৰ্শনৰ প্ৰভাৱ কিমান গভীৰ সেইটো তই উপলব্ধি কৰা যেন লাগিছে। তোক অন্য এটা কথা কওঁ শুন। মোৰ বৰদেউতাৰ ল'ৰা অৰ্থাৎ মোৰ ডাঙৰ ককাইদেউ খেতিয়ক আছিল। সি বোধহয় সত্তৰ বছৰমান বয়সত মৰিছে। মৰাৰ আগমুহূৰ্তত সি এটা কথা সৈ কাটি গৈছে। কি জান? সি হেনো ডেকা বয়সত গাই গৰুত পতিত গৈছিল। কথাটো কোৱাৰ পাচত তাৰ মুখত এটা আত্মসুখে বিৰাজ কৰিছিল। ৰোহিতেশ্বৰেও যদি সকলো কথা খুলি কয় তেতিয়া হয়তো সি এটা পূৰ্ণ পবিত্ৰ মানুহ হৈ পৰিব। কিন্তু আচৰিত কথা কি জান সি কেতিয়াও এই কথা খুলি নকয়।

ঃ নকয়? তই কেনেকৈ জানিলি?

ঃ বুইছ। চেলফ প্ৰটেক্সন ক্ৰিয়াই মানুহক মাত্ৰাধিক্যভাৱে শৃংখলিত কৰি ৰাখে। এই ক্ৰিয়াৰ মাজৰ পৰা ওলাই অহা বৰ টান। তই জানই হাকিম উপেন ৰাজখোৱাই চাৰিজনী মানুহক শীতল মস্তিস্কৰে মাৰি ফাঁচি কাঠত ওলোমাৰ আগলৈকে কিন্তু তেওঁ খুলি নক'লে। চা চোন এই ক্ৰিয়া কিমান শক্তিশালী। চা চোন আমাৰ ভাবৰ, আমাৰ চিন্তাৰ বিচিত্ৰতা কিমান। আমাৰ জীৱনৰ বিচিত্ৰতা কিমান? আমাৰ মনৰ অতল গহ্বৰত কিহে ক্ৰিয়া কৰি থাকে?

এনেতে হাতত দুকাপ চাহ লৈ পাকিজা আমাৰ সন্মুখত উপস্থিত।

ঃ কিয় বোৱাৰী নাই নেকি পাকিজা?

ঃ বৌয়ে ভাত ৰান্ধি আছে। মোকে বনাই দিবলৈ ক'লে।

ঃ হয় নেকি? ল মনহৰি।

মনহৰিয়ে চাহকাপ হাতত লৈ এবাৰ পাকিজালৈ চালে। তাই তলমূৰ কৰিলে। মই ধাৰণা কৰিলো পাকিজাই হয়তো আমাৰ কথাবোৰ শুনি আছিল।

চাহকাপ খাই উঠি মোৰ পৰা বিদায় লৈ মনহৰিয়ে বুটজোতাৰ গিৰিপ গিৰিপ শব্দ কৰি ওলাই গ'ল। মই দেখিলো সি মাৰুতীখন নিজে ড্ৰাইভ কৰি গুচি গৈছে।

যাওঁতে মোক মনহৰিয়ে কৈ গ'ল—

সনাতন। আমি এনেকৈ কিমান দিন নিৰ্বাক আৰু নীৰৱ হৈ থাকিম? সঁচাকৈয়ে আমি একো একোজন মানসিক বেমাৰী। গতিশীলতাক ৰোধ কৰাৰ কাৰো সাধ্য নাই সনাতন। ✱✱

# অনিৰ্বাণ

বন্ধুবৰ শৰ্মাই এখন আলোচনীৰ বাবে মোক এটা গল্প দিবলৈ আজি বহুদিন আগতেই অনুৰোধ কৰিছিল। মই দিম দিম বুলি ইমানদিনে ফাঁকি দি আছিলো। পিছে জোৰ পুৰি হাতত লগাত ভাবিলো আজি কিবা এটা লিখিম। ওচৰতে এটা দিয়াচলাই আৰু এডাল ডাঙৰ মমবাতি, কাৰণ কেতিয়া কোন মুহূৰ্তত লাইট যায় ঠিকনা নাই। এই যাব আকৌ আহিব। লুকাভাকু খেলৰ দৰে।

অফিচৰ পৰা আহি চাহ জলপান খাই উঠি বজাৰৰ পৰা আহিলো। চাউল দালি তৰকাৰী আৰু অলপ বাৰিবাৰ সৰু সৰু মাছ। কলপাতত দি খাব পাৰি। লিখিবলৈ বহিলো। কি লিখিম? আগতে ভাবি থোৱা জঁকাটো জুকিয়াই চাই চাৰি শাৰীমান লিখাৰ পিচত হঠাতে মোৰ শ্ৰীমতী নন্দনা আহি মোৰ ওচৰত হাজিৰ। পিচফালৰ পৰা। মই লগে লগে জপাই থলো। নন্দনাই এইবোৰ পেঁনপেননি অলপো পছন্দ নকৰে। কবিতা, গল্প, উপন্যাস এইবোৰ সিদ্ধ কৰি খায় নে আঞ্জাত দি খায় নে পটাত বটি খায সেইবোৰ নন্দনাই একো বুজিবলৈ চেষ্টা নকৰে। এইবোৰে কাৰ কি উপকাৰ কৰিব? যতসব এলেহুৱাৰ কল্পনা-বিলাস। এই লৈ আমাৰ দুয়োৰো মাজত প্ৰায়েই কাজিয়া হয়। কাজিয়াও একেবাৰে তুঙ্গত উঠে। তেওঁ যিটো বুজে সেইটোৱে চৰম। তাৰ হেৰফেৰ কৰি বুজাব খুজিলেই মুখেৰে অবাইচ মাত মাতে।

মই অলপ সচকিত হলো। এতিয়া যদি তেনে এটা পৰিস্থিতি হয়, গল্প লিখা লেঠাই মৰিব। সোধ নাই পোচ নাই, পোনে পোনে তেওঁ মোক অবাইচ মাতেৰে আক্ৰমণ কৰিলে।

ঃ হেই বুঢ়া! আকৌ এইসোপাত লাগিছ? আজি ইমান দিনে যে চিঞৰি আছো চিলিং ফেন এখন লাগে বুলি তাৰ খবৰ নাই। গৰমত যে সিজি আছো তাক দেখা নাপায?

এইবুলি নন্দনাই দাঁত কৰচি উঠিল।

ঃ হেৰা ইমান খং কৰিছা কিয়? আনিম নহয় পইচা হলে। দৰমহা দেখোন তোমাৰ হাততে দিওঁ। পাৰা যদি আনা। এখন ফেনত হাজাৰ টকাৰ বেছি লাগিব। ইমান টকা তৎক্ষণাৎ ক'ত পাবা?

ঃ গৰমৰ দিন গলে আনিবি। নহয়? অফিচাৰ বোলাইছ। দেখা নাই কাষৰ পিয়নজনে তিনি তলাৰ বিল্ডিং বান্ধি কেনে ৰজাসুখত আছে? সৎ, সৎ মানুহ হৈ দেখুৱাইছ। বাহিৰা টকা চুব নালাগে। মূৰ্খ। ডেকা বয়সত যে জাহ্নবীৰ পিচে পিচে ঘূৰি ফুৰিছিলি তেতিয়া তোৰ সততা ক'ত গৈছিল?

নন্দনাৰ আক্ৰমণ যেতিয়া আপুনি নহে তইৰে আৰম্ভ হৈছে তেতিয়াই মই বুজিলো

মই একো নমতাই ভাল। নহলে ৰাতিৰ ভাত সাজো মইয়ে ৰান্ধিব লাগিব। ৰিটায়াৰ হ'বলৈ বেছি দিন নাই। এই বয়সত ইয়াতকৈ বেছি কষ্ট কৰিব নোৱাৰি। বিয়া হোৱা দিন ধৰি তেওঁ সন্ধ্যায় এটা অশান্তি থাকে। বুজি নাপাওঁ অশান্তি কিহৰ? আমাৰ ল'ৰা-ছোৱালী আছে। গুৱাহাটীৰ দৰে চহৰত অলপ মাটি আছে। সৰুসুৰা চাকৰি এটা আছে। আৰু কি লাগে? টুকটাককৈ খাই আছো। অৱশ্যে তেওঁ এটা বৃহৎ সম্পদৰ মাজৰ পৰা ওলাই আহিছে আৰু মই এটা বৃহৎ শূন্যৰ মাজৰ পৰা ওলাই আহিছো। তেওঁৰ এই অবাইচ মাতবোৰ বেলেগে শুনিলে হয়তো কব মানুহজনী বৰ অমাৰ্জিত, আনকাল্চাৰ্ড। এওঁ কাৰণেহে সহ্য কৰি আছে। আমাৰ হোৱা হলে কেতিয়াবাই ডাইভোৰ্চ হ'লেহেঁতেন। কিন্তু মই আজি ত্ৰিশ বছৰে এনে অভদ্ৰতা আৰু গোঁৱাৰামিৰ মুখামুখি হৈছো, এতিয়া এইবোৰ কথা মোৰ গাত নালাগে। কৈ থাকা কৈ থাকা। এটা সময়ত বুজিবা। এতিয়া নহলেও অন্ততঃ মৰাৰ পিচত। নুবুজিলেও একো ক্ষতি নাই। এইটোও এটা এক ধৰণৰ জীৱন। ছক্ৰেটিছকো বেধুম গালি পাৰিছিল ঘৈণীয়েকে। নানান অত্যাচাৰ কৰিছিল। ৰিপ্ ভান্ উইংকলে ঘৈণীয়েকৰ গালি শপনি সহ্য কৰিব নোৱাৰি জংগলত গৈ বিশ বছৰ শুই আছিল। তুলনা কৰিলে মই বহুত সুখত আছো।

এনেতে দেখিলো পূৰ্ণিমা আহি মোৰ ওচৰত থিয় দিছে। লগত দুবছৰীয়া কেঁচুৱা। তাই ফোপাই আছে। বোধহয় দৌৰি আহিছে। পূৰ্ণিমালৈ চালো। তাইৰ ওপৰৰ ওঁঠটো ফাটি টোপ টোপকৈ তেজ ওলাই আছে। মই হতভম্ব হৈ সুধিলো—কি হৈছে পূৰ্ণিমা?

নন্দনা একৰকম চিঞৰি উঠিল—কি হৈছে তোৰ? তোক আজিও মাৰিছে বোধহয় জহনীত যোৱাই? ইফালে আহ। ভিতৰলৈ আহ।

এইবুলি নন্দনাই পূৰ্ণিমাক হাতত ধৰি টানি লৈ গ'ল। যাওঁতে গৰগৰাই গ'ল। এই মতা মানুহবোৰ! ইহঁত মানুহ নহয় পশু। মাইকীৰ ওপৰত বৰ মতা। মুতসোপা খাব আৰু মাইকীক অত্যাচাৰ কৰিব। মই হোৱা হলে বাঢ়নীৰে কোবাই ঘৰৰ পৰা বাহিৰ কৰি দিলো হয়। তোৰ হাত ভৰি নাই নেকি তই যে ইমান সহ্য কৰি থাক?

এইবুলি নন্দনাই আলমাৰিৰ পৰা কপাহত ডেটল অলপ আনি তাইৰ ওঁঠটোত লগাই তাইক ধৰি থাকিবলৈ দি বাহিৰৰ পৰা পাণ এপাত আনি পটাত বটি ওঁঠটোত লগাই দিলে।

পাণডাল মইয়ে ঘোৰা নিমডালত লগাইছিলো, কাৰণ তামোল নহলে মই থাকিব নোৱাৰো। সেইদিনাও তেওঁ মোক গালি পাৰিছিল—মানুহে ঘৰ বান্ধে, ভাৰাত দিয়ে। আমাৰ আকৌ পাণ তামোল ৰোৱে অ'ত পিক ত'ত পিক পেলাবৰ কাৰণে। কি যে বেক্ওৱাৰ্ড এটাৰ লগত বিয়াত সোমাইছিলো। মই বুজিলো পূৰ্ণিমাক গিৰিয়েক তপনে মদ খাবলৈ নাপাই বোধহয় মাৰিছে। তপনক মই তাৰ বিয়াৰ সময়ৰ পৰাই জানো। পূৰ্ণিমাই মেট্ৰিক পাচ নৌকৰোঁতেই তপনৰ লগত বিয়া হৈছিল। মোৰ আৰু পূৰ্ণিমাহঁতৰ ঘৰ একে গাঁৱতে। পূৰ্ণিমা দেখাত বৰ ধুনীয়া বগা, লাহী আছিল। এতিয়াও পূৰ্ণিমাৰ চেহেৰা প্ৰায় আগৰ দৰেই আছে। কেৱল অলপ শকত হৈছে। পূৰ্ণিমাৰ দেউতাক গোপাল শৰ্মা। মোৰ সম বয়সৰ। গোপালৰ অৱস্থা ভাল নহয়।

পাঠশালা স্কুলৰ পণ্ডিত। পূৰ্ণিমাৰ বিয়াৰ সময়ত গোপালে মোক তপনৰ গতি-গোত্ৰ, স্বভাব-চৰিত্ৰৰ বিষয়ে জানিবলৈ পঠিয়াইছিল। মই তপনৰ বন্ধু এজনৰ পৰাই তাৰ বিষয়ে প্ৰায় কথাই জানিছিলো। মই গোপালক জনাইছিলো—বুইছ গোপাল, তপন খুব ভাল ল'ৰা। গাঁৱত তাক সকলোৱে জানে। অতি ভদ্ৰ, নম্ৰ, বিনয়ী। গ্ৰেজুৱেট। এল আই চি ত কাম কৰে। পিয়ন। কিন্তু তাৰ এটা বদ অভ্যাস আছে।

ঃ বদ অভ্যাস? মানে?

ঃ তাৰ বন্ধুজনৰ মতে সি হেনো মদৰ প্ৰতি আসক্ত। অষ্টমমান শ্ৰেণীৰ পৰাই হেনো মদ খায়। কিন্তু কোনেও গম নাপায়। ৰাতি খাই উঠি ভাত খাই শুই থাকে। কাকো দিগদাৰ নকৰে বা কোনো হুলস্থূল নকৰে।

ঃ এনেকুৱা ল'ৰাৰ লগত পূৰ্ণিমাক দিব নোৱাৰি বুইছ। বামুনৰ ল'ৰা নাপালো বুলিয়েই য'তে ত'তে তাইক দিব নোৱাৰি। অৱশ্যে তাইক দিব পৰা হ'লে বাকী তিনিজনীৰ কথাও ভাবিব পাৰিলো হয়।

ঃ অ'। কথাটো মইও পছন্দ কৰা নাই। চিন্তা কৰিব নালাগে সিবিধ নোখোৱা বহুত বামুণৰ ল'ৰা পোৱা যাব।

ঃ দেউতা।

ওচৰতে থিয় হৈ থকা পূৰ্ণিমাই মাত লগালে। মই পূৰ্ণিমালৈ চালো। দেখিলো তাইৰ মুখমণ্ডলত দৃঢ় সংকল্পতাৰ চিন।

ঃ কি মা?

ঃ মই তেওঁৰ লগতে বিয়াত বহিম দেউতা।

ঃ কি কৈছ মা? তোৰ জীৱনটো ধ্বংস হবলৈ দিব নোৱাৰি মা।

মইও পূৰ্ণিমাক বুজালো—মদপীয়ে কেতিয়াও সেই অভ্যাস এৰিব নোৱাৰে পূৰ্ণিমা। বৰং পিচলৈ বেছিহে হ'ব। তোৰ জীৱনটো দুৰ্বিসহ হৈ পৰিব।

ঃ মই পাৰিম খুৰা। মই তেওঁক ভাললৈ আনিব পাৰিম। মাইকী মানুহে কি কৰিব নোৱাৰে?

পূৰ্ণিমাৰ কথাত গোপাল আৰু মই নিমাত হৈ গ'লো। পূৰ্ণিমাৰ আত্মবিশ্বাস আৰু দৃঢ়তা দেখি তাই যে কিবা এটা কৰিব পাৰিব সেই বিশ্বাসো মোৰ মনলৈ আহিল। কথাটো নোহোৱা নহয়। দেৱী দুৰ্গাইও দেখোন মহা শক্তিশালী মহিষাসুৰক তাৰ নাৰীৰ প্ৰতি থকা দুৰ্বলতাত আঘাত হানি বধ কৰিছিল।

এটা সময়ত পূৰ্ণিমা আৰু তপনৰ বিয়া হৈ গৈছিল। আজি পূৰ্ণিমাৰ ল'ৰা-ছোৱালী তিনিটা। ডাঙৰটো ল'ৰা। বয়স পোন্ধৰ বছৰমান। অহাবাৰ মেট্ৰিক পৰীক্ষা দিব। মোৰ ওচৰৰ পাহাৰখনৰ কাষতে এডোখৰ একচনীয়া মাটি লৈছে কাৰোবাৰ পৰা। তাতে জুপুৰি ঘৰ এটাত সিহঁত থাকে। তপনৰ দৰমহাৰে সিহঁতৰ গোটেই মাহটো নোজোৰে। তাতে আকৌ তপনে মদৰ দোকান আৰু

ভজা মাছ-মাংস থকা দোকানত বাকী কৰে। দৰমহাৰ বহুত অংশ বাকী দিওঁতে শেষ হয়। পূৰ্ণিমাই চিলাই মেচিন এটা আনি লৈছে। তাৰ পৰাই অলপ অচৰপ টকা আইৰ হাতলৈ আহে।

হঠাতে পৰ্দাৰ সিফালৰ পৰা নন্দনাৰ মাত কাণত পৰিল।

ঃ তই সদায় সদায় এনেকৈ মাৰ খাই থাকিবি নেকি? কালি ওলাবি মহিলা সমিতিত কেচটো দিম।

ঃ কিয় খুৰী?

ঃ কিয় মানে? হয় সি মদ খোৱা বন্ধ কৰক নহয় সি বেলেগত থাকক বা তইয়ে বেলেগত থাক।

ঃ খুৰী।

পূৰ্ণিমাই কিবা কব খুজি বৈ গ'ল। কেঁচুৱাটিক গাখীৰ খাবলৈ দি বোধহয় পূৰ্ণিমাই কিবা কব খোজোঁতেই নন্দনাই মাত লগালে।

ঃ সি এতিয়াও তোৰ গাখীৰ খাই আছে নেকি? তই একেবাৰে পিচ পৰি আছ। আজিকালি মাইকী মানুহে কেঁচুৱাক গাখীৰ নুখুৱায়। অঁ' কি কব বিচাৰিছিলি? খুলি ক?

ঃ কেচ দিব নালাগে খুৰী।

ঃ নালাগে? তই মানুহ নে গৰু? তেনেহলে তই আমাৰ ইয়ালৈ কিয় আহিছ? যা এতিয়াই। ভৱিষ্যতে তোৰ গিৰিয়েৰে অত্যাচাৰ কৰিলে আমাৰ ইয়ালৈ নাহিবি।

ঃ নহয় খুৰী। মানুহজনে মদ খাবলৈ নাপালেহে উৎপাত কৰে। কাঁহী বাতি দলিয়ায়। হাতত যি পাই তাকে দলি মাৰি দিয়ে। আজিকালি আমি কলপাতত ভাত খাওঁ। কাঁহী আটাইকেইখন ভাঙিছে। যি দুটা টিলৰ গিলাচ আছে সেই কেইটাৰেও পানী খাব নোৱৰা অৱস্থা। এতিয়া দুটা প্লাষ্টিকৰ গিলাচ কিনি লৈছোঁ।

ঃ ইমানৰ পিচতো তই কৈছ কেচ দিব নালাগে। তইঁত এনেকৈয়ে থাক। মৰি মৰি বাচি থাক। প্ৰতিবাদ নকৰিবি। তোৰ এই নাক, কাণ, হাত, ভৰি, ঠুটুৰিত এইবিলাক কিহৰ দাগ। সি তোক মাৰা নাই?

ঃ নাই মাৰা খুৰী। বাচন বৰ্তনবোৰ পাগলৰ দৰে দলিওৱাতেহে মোৰ এইবিলাক জখম হৈছিল। তেওঁ মোৰ গাত কোনোদিনে হাত উঠোৱা নাই। মদ খাই আহিলে মই কিমান গালি পাৰো, তথাপি তেওঁ এটা টু শব্দ নকৰে। কেৱল উঠি আহি মোক সাবটি ধৰি কয়—

পূৰ্ণিমাৰ জোনজনী
চাউলত দিয়া নাই পানী
জুভত নাই জুই
তপন থাকিব শুই।

আজিকালি গালি পাৰিবলৈও বাদ দিছো কাৰণ ইইঁত ডাঙৰ হৈছে। এনেকৈ সাবটি ধৰিলে লাজ লাগে।

ঃ কি কব খুজিছ তই?

ঃ মই তেওঁৰ মনটো জানো খুৰী। মদ খাব পালে একেবাৰে পাগলামি নকৰে। ৰাতি সৰু ল'ৰাৰ দৰে মোৰ বুকুৰ মাজত লেতুসেতু হৈ শুই পৰে। কুৰুকি কুৰুকি মোৰ বুকুৰ মাজলৈ আহিবলৈ চেষ্টা কৰে। ৰাতিপুৱা মই উঠাৰ আগতে বিচনাৰ পৰা উঠি যি দুই এখন বাচন-বৰ্তন আছে তাকে ধুই উঠি চাহ দুকাপ কৰে। একাপ মোৰ কাৰণে, মই তেতিয়াও সাৰে নাপাওঁ। তাৰ পিচত মোৰ লগত ভাত ৰন্ধা কামত লাগি যায়। অফিচলৈ যাওঁতে যি সুন্দৰকৈ কাপোৰ কানি পিন্ধি মোৰ কপালত চুমা এটা খাই ওলাই যায় তেতিয়া আগৰাতিৰ তেওঁৰ পাগলামি পাহৰি যাওঁ খুৰী।

ঃ তাৰমানে তোৰ এয়ে পৰম সুখ। তোৰ দৰে মহিলাৰ কাৰণেই আমি বিপদত পৰিছো। মহিলাৰ অধিকাৰ কি বস্তু, মহিলাক কি লাগে তই নাজান। কেৱল কেইটামান খাবলৈ পালেই আৰু গাহৰিৰ দৰে এসোপা ল'ৰা-ছোৱালী জন্ম দিলেই তহঁতৰ জীৱন সাৰ্থক হয়। নহয় জানো?

ঃ আপুনি এইবিলাক কি কৈছে বুজি নাপাওঁ খুৰী। আমিওতো পুৰুষৰ মনটো বুজিবলৈ চেষ্টা নকৰো। তেওঁলোকে কেতিয়া কি বিচাৰে সেইটো আমি অনুভৱ নকৰো। মৌ মাখিৰ ৰাণীয়ে মতা মৌ আৰু কৰ্মী মৌবোৰক নিকিনা গোলামৰ দৰে ব্যৱহাৰ কৰাৰ দৰে আমিও পুৰুষক তেনেদৰে ব্যৱহাৰ কৰো। বিয়া হোৱাৰ আগলৈকে আমি অতি মাৰ্জিত, ভদ্ৰ, অমায়িক হৈ থাকো। কিন্তু বিয়াৰ পিচত?

ঃ এইয়েঅে প্ৰকৃতি। প্ৰকৃতিক জয় কৰিবলৈ যাওঁতে, প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ যাওঁতে মুখ থেকেচা নাখালে কেনেকৈ সফল হ'ব? যিটো বুজিলো তোৰ গাত প্ৰকৃতিৰ গুণ নাই। সংগমৰ সময়ত তোক পুৰুষে কৰা নিৰ্যাতনত তই সুখ পোৱাৰ দৰে তই তোৰ অন্য শাৰীৰিক উৎপীড়নকো এই সংগসুখ বুলি ধৰি লৈছ। আমি প্ৰকৃতি কাৰণেই আমাৰ গৰ্ব কৰাৰ অধিকাৰ আছে।

ঃ ইমান ডাঙৰ কথা বুজি নাপাওঁ খুৰী। মই তেওঁৰ মনটোহে বুজিবলৈ চেষ্টা কৰো। আমি গাঁৱৰ মানুহ। মোৰ মায়ো তেনেকৈ দেউতাক বুজিবলৈ চেষ্টা কৰিছিল। মানুহজনে কিয় এনে পাগলামি কৰে? মদ নাখালে তেওঁৰ কি অসুবিধা হয়?

ঃ হৈছে হৈছে। তোৰ এই দুৰ্বল চিতেৰে আৰু এনে পিচপৰা মনটোৰে কি বুজিবলৈ চেষ্টা কৰ সেইটো বুজিছো। মোক যি কলি কলি আন কাকো এনে কথা নকবি। মানুহে হাঁহিব।

ঃ খুৰী এটা কথা নহয়। মহিলা সমিতিয়ে মহিলাৰ ওপৰত হোৱা অত্যাচাৰ-বোৰহে দেখে। পুৰুষৰ ওপৰত যে মানসিক অত্যাচাৰ হয় সেইটোতো নেদেখে। তেওঁলোকেও যদি পুৰুষ সমিতি গঠন কৰি.. . ।

ঃ চুপ থাক পূৰ্ণিমা। ভাবিছিলো তই একো নাজান। তইতো সাংঘাতিক তিৰী। তই আজি আমাৰ তালৈ কিয় আহিছ? তোৰ ওঁঠ ফাটি তেজ ওলাল কিয়?

নন্দনাই খণ্ডতে পূৰ্ণিমাক তিৰস্কাৰ কৰি গালি দিয়াৰ দৰে বকিবলৈ ধৰিলে। নন্দনাও

মহিলা সমিতিৰ কৰ্মকৰ্তা। সেয়ে বোধহয় তেওঁৰ গাতো লাগিছে।

মই পূৰ্ণিমাৰ যুক্তি শুনি হতবাক। পূৰ্ণিমা নন্দনাতকৈ কিমান অভিজ্ঞ। আচলতে সংগ্ৰামৰ মুখামুখি নহলে মানুহে একো কথাই নিশিকে।

ঃ খুৰী কিবা যদি দোষ কৰিছো মাফ কৰিব। মই এটা বেলেগ কথা ভাবিছো খুৰী।

ঃ কি ভাবিছ ভাবি থাক মোক নকবি।

ঃ মই নিজে মদ কিনি আনি ঘৰত ৰাখি থ'ম। পইচাৰ খৰচো কমিব আৰু ঘৰৰ বস্তুৰে খালে তেওঁৰ পেটৰ অসুখো নহয়। লগতে এনে পৰিস্থিতিও নহয়। বেয়া হ'ব নেকি খুৰী?

ঃ তোৰ লাজ নালাগে এনে কাম কৰিবলৈ? নিলাজী নিধক কৰবাৰ। ক'ৰপৰা মদ আনিবি?

ঃ কিয় সিহঁতৰ তাৰপৰা।

ঃ তই সিহঁতৰ ঘৰলৈ যাবি? দেখা নাই গধূলি হোৱাৰ আগৰেপৰা এই বেটেলিয়ানটোৰ পুলিচ মখাই সিহঁতৰ ঘৰত মদ খাবৰ কাৰণে গিজগিজাই থাকে। মাছ ভজা, মাংস ভজা, ছাগলী আৰু মুৰ্গীৰ ঠেং ভজা, নিচলামাছ ভজা, বুট আৰু মটৰ ভজা, পোকৰি আদি দোকানবোৰত দেখা নাই মানুহৰ কিমান ভিৰ। এইবিলাক লব আৰু সিহঁতৰ ঘৰত বটলে বটলে গেলা মদ গিলিব। তাৰ মাজত তই তালৈ মদ আনিবলৈ যাবি। তোৰ চৰিত্ৰ বুজিবলৈ বাকী নাই।

ঃ ডাঙৰ ডাঙৰ মানুহৰ ঘৈণীয়েক বিলাকে দেখোন বিলাতী মদ কিনি আনে, ঘৰতে বহি একেলগে মদ খায়। সিহঁতৰ চৰিত্ৰ বেয়া নেকি? আৰু গিৰিয়েকবোৰ অফিচ কাছাৰীলৈ ওলাই যোৱাৰ পিছত দেখোন বহুতো তিৰোতাই কোনোবাই কাৰোবাৰ স্কুটাৰত, কোনোবাই কাৰোবাৰ মাৰুতিত উঠি ওলাই যায় আৰু গিৰিয়েকবোৰ ঘৰ পোৱাৰ আগতেই ঘৰ সোমায়। সিহঁতৰ চৰিত্ৰ ভাল জানো?

মই কোনো নোহোৱাতহে সিহঁতৰ তালৈ মদ আনিবলৈ যাম।

মই বুজিলো পূৰ্ণিমাৰো কিছু খং উঠিছে।

পূৰ্ণিমাই পৰ্দাখন ডাঙি মোৰ আগেদি ওলাই যাব খোজোতে মই সুধিলো—কি হ'ল পূৰ্ণিমা? কিয় আহিছিলি নক'লি দেখোন?

ঃ খুৰা আপোনাকে মাতিবলৈ আহিছিলো। আমাৰ তালৈ যাব নেকি? তেওঁ বিছনাত পৰি আছে। নাচিংহোমলৈ নিব পাৰিলে ভাল আছিল।

ঃ কি হৈছে খুলি নকব কিয়?

ঃ তেওঁ মোক পইচা খুজিছিল মদ খাবৰ কাৰণে। মোৰ হাতত পইচা নাছিল। দিব নোৱাৰিলো। খঙতে গিলাচ কাপ দলিয়াই থাকোতে মোৰ ওঠত কিবা এটা লাগিল। মোৰ ওঁঠৰ পৰা হৌ হৌকৈ তেজ ওলোৱা দেখি নে দেউতাকৰ এনে ব্যবহাৰত অতিষ্ঠ হৈ ডাঙৰ ল'ৰাটোৱে কিবা এডালেৰে দেউতাকৰ পাচ মূৰত মাৰি দিয়াত মানুহজন অচেতন হৈ পৰি গ'ল। সি এনে কাম কৰিব বুলি মই ভবাই নাছিলো। মই মৰিলেহে মুক্তি পাম খুৰা। এইবুলি পূৰ্ণিমা ফেঁকুৰি উঠিল।

ঃ সি এতিয়াও অচেতন হৈ পৰি আছে নেকি?

ঃ মই মূৰত তেল পানী দিওঁতে চকু মেলিছে। ল'ৰাটো আৰু ছোৱালীজনীয়ে দেউতাকৰ কাষত বহি কান্দি আছে।

ঃ যা, মই এতিয়াই গৈছো যা। একাপ গৰম লাল চাহ চেনি বেছিকৈ দি তাক খাবলৈ দিবি।

পূৰ্ণিমা ওলাই গ'ল।

মোৰ আৰু গল্প লিখা নহ'ল। বন্ধুবৰ শৰ্মাক অহাকালি ফাঁকি দিব লাগিব— গল্পটোৰ নকল কৰি থাকোতে বন্ধু এজনে দেখা পাই লৈ গ'ল। দুদিনমান পিছত আপোনাক অন্য এটা গল্প দিব পাৰিম। শৰ্মাই হয়তো ভাবিব এইটো মধ্যবিত্তৰ সুবিধাবাদী চৰিত্ৰ বা হিপোক্ৰিছি। ভাবক যি ভাবে।

পইচা অলপ হাতত লৈ মই পূৰ্ণিমাহঁতৰ ঘৰলৈ বুলি খোজ দিলো। ✶✶

# বিদায় পৰত যদি হয় কেতিয়াবা দেখা

ক্ৰিংৰিং ক্ৰিংৰিং।

ঃ হেল্লো। কাক বিচাৰিছে?

ঃ মই ডাঃ জয়ন্ত কলিতাক বিচাৰিছো।

ঃ অঁ। মই ডাঃ কলিতাই কৈছো।

ঃ অঁ। জয়ন্ত। তোৰ মাতটো বুজাই নাছিলো। মই অসীম।

ঃ কি অসীম? হঠাৎ কি হ'ল? দীৰ্ঘদিনৰ মৌনতা ভংগ কৰিলি দেখোন?

ঃ বুইছ। এটা চিৰিয়াছ কথাৰ কাৰণে তোক লগ পাব বিচাৰিছো। ডিব্ৰুগড়ৰ মীনাক্ষী মানে মীনাক্ষী বৰুৱা। তোৰ এসময়ৰ গাৰ্লফ্ৰেণ্ড।

ঃ অঁ কি হ'ল তাতে? সেইটো এটা কবৰ দিয়া অধ্যায়।

ঃ তইতো নাজান মীনাক্ষী মোৰ দূৰ সম্পৰ্কীয় ভনী বুলি।

ঃ কি? তোৰ ভনী? আমি তিনিও কটনত পঢ়িছিলো। তই আৰু মই একেখন হোষ্টেলত আছিলো। মীনাক্ষী আছিল কটন গাৰ্লচ্ হোষ্টেলত। তইতো কোনোদিন মোক কোৱা নাছিলি।

ঃ এই গাধ। মই কোৱা হ'লে তই মীনাক্ষীৰ লগত বন্ধুত্ব কৰিলি হয় নে? এইছ.এছ.এল ছি.ত পঞ্জিচন পোৱা তোৰ দৰে ল'ৰা এজনক তাই ভাল পাব বিচাৰিছিল। গতিকে মই কিয় বাধা হৈ পৰো? মই ভালহে পাইছিলো।

ঃ কিন্তু তাইক মই ঘিণ কৰো। তই জান নে নাজান?

ঃ জানো। কিয় নাজানিম? তই এম.বি.বি.এছ.ৰ দ্বিতীয় বাৰ্ষিকত থাকোতে তহঁতৰ বিচ্ছেদ হৈছিল। শুন। মানৱতাৰ খাটিৰত তই অলপ উপকাৰ কৰিব লাগে। বুইছ। তাইৰ এটা চিৰিয়াছ বেমাৰ হৈছে। হস্পিতালত পৰি আছে। ৰূম নাম্বাৰ ৩১৫। ডাক্তৰে কৈছে.........

ঃ কি কৈছে?

ঃ চাচ্পেক্টেড্ এইড্‌চ।

ঃ কি?

ঃ তই এবাৰ চাই দিব পাৰিবি নেকি? তই এই বিষয়ত স্পেচিয়েলাইজ্‌ড হৈ অহা কাৰণেহে ক'লো। এইড্‌চ নহ'বওতো পাৰে।

ঃ তাইৰ ল'ৰা-ছোৱালী আছে নে নাই? গিৰিয়েকে কি কৰে?

ঃ তাৰনানে তই তাইৰ প্ৰতি একেবাৰে উদাসীন। গিৰিয়েক ইঞ্জিনিয়াৰ। চাকৰি কৰিছিল।

কিন্তু কিবা গোলমাল হ'ল। এতিয়া চাকৰি নাই। দুৰ্ঘোৰ মদপী। সিহঁতৰ ল'ৰা-ছোৱালী নাই।

ঃ মানে? নহ'ল নে আন কোনো কাৰণ আছে?

ঃ তিনিবাৰ নে চাৰিবাৰ এবৰ্চন হৈছিল। নে তাই নিজেই কৰাইছিল নাজানো।

ঃ নিজে কৰাইছিল? কি কৈছ তই?

ঃ অঁ। তাইৰ স্বভাৱৰ দোষৰ কাৰণেই তাই আজি অকলশৰীয়া।

ঃ কিয় গিৰিয়েক লগত নাথাকে নেকি?

ঃ দে'খাও একেলগে আছে। সেইবোৰ বহুত কেলেংকাৰি তাই নিজে সৃষ্টি কৰা। এইবোৰ তোক পিছতো কম। তই যাব যদি তোৰ লগত ময়ো গ'লো হয়। কিন্তু মই লগত থাকিলে এনে চেক্সুৱেল ডিজিজৰ কথা তাই খুলি নকব। গতিকে. ..

ঃ চা অসীম। তাইৰ ইম্‌মিউন চিচ্‌টেম ইতিমধ্যে ডেমেজ্‌ড হৈছে। মোৰ উপস্থিতিয়ে আৰু বেছি ডিটাৰিঅৰেট কৰাব পাৰে। হয়তো ফেটেল কেছও হৈ যাব পাৰে।

ঃ শুন জয়ন্ত। এনেকুৱাওতো হ'ব পাৰে তোৰ উপস্থিতিয়ে সমস্ত পৰিস্থিতিকে বদলাব পাৰে। অৰ্থাৎ তাইৰ যদি এইড্‌চ নহৈ অন্য কোনো ভেনেৰেল ডিজিজ হৈছে তেতিয়াতো তাই বাচি থকাৰ সম্ভাৱনাও আছে। তই দেখোন জানই তাইৰ কোনো ককাই-ভাই নাই। মাক-দেউতাক কেতিয়াবাই মৰিল। দেউতাকৰ মস্ত চাহ বাগিচাখন তাইৰ নামতে আছে যদিও আমি সকলো কাম-কাজ চলাও।

ঃ অসীম তই মোৰ অৱস্থাটো উপলব্ধি কৰিবলৈ চেষ্টা কৰচোন। যিজনী মীনাক্ষীয়ে এদিন মোক গাঁৱলীয়া ভূত, ডাল দৰিদ্ৰ কিতাপৰ পোক, অতি বেক্‌ওৱাৰ্ড বুলি কৈ মোক এৰি থৈ গৈছিল সেইজনী মীনাক্ষীৰ ওচৰলৈ মই যাব পাৰিমনে? আজি ত্ৰিশ বছৰে এই আঘাত মোৰ মনত সুপ্ত হৈ আছে। জাগ্ৰত হ'লেই তাইৰ প্ৰতি তীব্ৰ ঘৃণাই মোক পাগল কৰি তোলে।

ঃ শুন জয়ন্ত। সেইজনী মীনাক্ষী কেতিয়াবাই মৰি ভূত হ'ল। তই এজনী নতুন মীনাক্ষীক লগ পাবি। মীনাক্ষী নামৰ এটা নৰকংকাল। ডাক্তৰ হিচাপে তই এজনী মৃত্যুমুখী ৰোগীৰ ওচৰলৈ যাব লাগে।

ঃ তই কৈছ যেতিয়া যাম বাৰু।

ডাঃ জয়ন্তই নিজেই কফি একাপ কৰি আনি ব্ৰহ্মপুত্ৰৰ ফালে থকা বাৰাণ্ডাত বেতৰ চকীখনত বহিল। পাহাৰখনৰ সৰু টিলাটোৰ পৰা ব্ৰহ্মপুত্ৰৰ উন্মুক্ত বহল বুকুখন স্পষ্টকৈ দেখা যায়। সিপাৰে সেউজীয়া গছ-গছনিৰে ভৰা বিস্তৃত গাওঁবোৰ। মাজত মহাবাহুৰ উত্তাল জলৰাশি।

ডাঃ জয়ন্ত তেওঁৰ অতীত জীৱনটোলৈ উভতি গ'ল।

এনেকুৱা পানীৰ বুকুত থকা গাওঁ এখনতে জয়ন্ত ডাঙৰ-দীঘল হৈছিল। ঘৰৰ অৱস্থা আছিল পানীত হাঁহ নচৰা। কেৰাচিন তেলৰ লেম্পটো দেউতাকে জয়ন্ত দশম শ্ৰেণীত থাকোতেহে কিনি দিছিল। তাৰ আগতে কেৰাচিন তেলৰ চাকিৰে পঢ়িছিল জয়ন্তই। মাকে মহ

খেদিবৰ কাৰণে তুঁহৰ ধোৱা দিছিল, আঠুৱা বোলা বস্তু নাছিল। কেতিয়াবা কেতিয়াবা মিঠাতেলৰ চাকিৰেও জয়ন্তই পঢ়িবলগীয়া হৈছিল। কেৰাচিন তেলৰ চাকিৰ ধোৱাই জয়ন্তৰ একমাত্ৰ চোলাটো আৰু হাফ পেণ্টটো ক'লা কৰে কাৰণে ভনীয়েকৰ শোৱা বিছনাৰ মূৰৰ ওপৰত গুণাৰ তাঁৰত ভনীয়েকৰ কাপোৰৰ লগত থৈছিল। জয়ন্তৰ মানস পটত অংকিত হৈ আছে অতীত জীৱনৰ অৱৰ্ণনীয় অলিখিত কাহিনী। এক চৰম দৈন্যৰ জীৱন গাঁথা। মাকৰ সূতাৰ ডাঠ মেখেলাখনৰ খোজ কাঢোতে হোৱা শব্দই আজিও জয়ন্তক আবেগ বিহুল কৰি তোলে। দেউতাকৰ আঁঠুৰ মূৰৰ ওপৰত থকা গামোচাখন আৰু কঁকালত গামোচাখনত খুচি লোৱা চিকচিক কৰে ধাৰাল কটাৰীখনৰ ছবিয়ে আজিও জয়ন্তক এক নষ্টালজিয়াৰ অন্তৰ্বৃত্তলৈ আহ্বান কৰে। ভনীয়েকে কলাখাৰেৰে ধোঁৱা মূৰটো বাহৰ ফণীখনেৰে ফনিয়াই যেতিয়া জয়ন্তক সান্দহৰ গুৰিৰ লগতে গুৰৰ টুকুৰা থকা বাতিটো খাবলৈ আগবঢ়ায় তেতিয়া ভনীয়েকৰ চুলিৰ মাজৰ পৰা ওলোৱা গন্ধটোৱে আজিও জয়ন্তক আপ্লুত কৰে।

ডাঃ জয়ন্তই মৰ্মে মৰ্মে উপলব্ধি কৰে সেই পেপাৰৰ প্ৰতিষ্ঠানটোৱে তেওঁক পঢ়াৰ ক্ষেত্ৰত আৰ্থিকভাৱে সহায় নকৰা হলে আজি জয়ন্ত কলিতা ভাৰত বিখ্যাত ডাঃ জয়ন্ত কলিতা হ'ব নোৱাৰিলেহেঁতেন। সেয়ে ডাঃ জয়ন্ত তেওঁলোকৰ ওচৰত কৃতজ্ঞ। তেওঁ তেতিয়াই প্ৰতিজ্ঞা কৰিছিল যে এই ঋণ তেওঁ তেওঁৰ কামৰ মাজেৰে পৰিশোধ কৰিব। এতিয়া কিন্তু ডাঃ জয়ন্তই হিচাপ-নিকাচ কৰি চালে এই ঋণৰ পৰিশোধ হ'ল নে? ওহো তেওঁৰ জীৱনটো গঢাৰ বাহিৰে দেখোন অৱস্থাহীন মানুহৰ বাবে একোৱেই নকৰিলে।

হায়াৰ চেকেণ্ডাৰীত পঢ়ি থাকোতে জয়ন্তক লগ দিলে এক ধুমকেতুৱে। কক্ষচ্যুত হৈ তেওঁৰ গতি পথত কেনেকৈ লগ লাগিলহি জয়ন্তই ধৰিবই নোৱাৰিলে। সেইদিনটো জয়ন্তৰ খুব ভালকৈ মনত আছে আজিও সৌ সিদিনাৰ ঘটনাৰ দৰে। অথচ আজি ত্ৰিশ বছৰ পাৰ হৈ গ'ল। সেইদিনা আছিল কটন কলেজৰ ফ্ৰেচাৰচ্ চচিয়েল। জয়ন্তই স্বৰচিত কবিতা পাঠ কৰি ষ্টেজৰ পৰা নামি আহিছে। হাত চাপৰিৰে গোটেই হলটো ৰজনজনাই গৈছে। কবিতাটো আজিও সাঁচি থৈছে জয়ন্তই। এতিয়া পঢ়ি চালে অৱশ্যে জয়ন্তৰ সিমান ভাল নালাগে। তেজ উতলা দিনৰ কবিতা এতিয়া অৱৰোহণৰ সময়ত কিয় ভাল লাগিব? কবিতাটোৰ এটি কলি ডাঃ জয়ন্তই মুখেৰে গুণগুণালে। কি যে আচৰিত ছোৱালীজনী। হলৰ পৰা দুৱাৰখন খুলি বাহিৰ ওলাই আহোতে আগুৰি ধৰিলে এজাক উৰণীয়া পখিলাই। এজনীয়ে জয়ন্তক উচ্ছ্বাসতে ক'লে— কংগ্ৰেচুলেচন মিষ্টাৰ জয়ন্ত। আই মিন মিষ্টাৰ জয়ন্ত কলিতা। হাউ ফেন্টাষ্টিক ইউ আৰ।

জয়ন্তই জিনচৰ পেণ্ট আৰু স্পটিং গেঞ্জী পিন্ধা ছোৱালীজনীলৈ চালে। 'কালিতা' উচ্চাৰণ শুনি জয়ন্তই অনুমান কৰিলে ছোৱালীজনী বোধ হয় ইংলিচ মেডিয়ামত পঢ়া।

ঃ এক্সকিউজ মি। তোমাৰ নাম?

ঃ মোৰ নাম। মাছৰ চকু। এই বুলি খিলখিলাই হাঁহি দিলে ছোৱালীজনীয়ে।

ঃ এইটো কিবা মানুহৰ নাম হ'ল নেকি?

ঃ তুমি বুজা নাই। কোৱাহে পল্লৱী মোৰ নামটো।

ঃ মীনাক্ষী।

ঃ বেছ বঢ়িয়া নাম।

মীনাক্ষীয়ে জয়ন্তৰ থুতুৰিটোত ধৰি জয়ন্তৰ মুখখন ওপৰলৈ ডাঙি দি ক'লে—

ঃ ছোৱালীৰ মুখলৈ পোনে পোনে চাব নোৱৰা হৈয়ে আছা। কিহৰ ইমান লাজ মিষ্টাৰ জয়ন্ত। বি স্মাৰ্ট। কটনত পঢ়িছা। মাইণ্ড ইট্। আচ্ছা জয়ন্ত। তুমি ইমান সুন্দৰকৈ কেনেকৈ ফিমেল মাইণ্ড ৰিড্ কৰি কবিতা লিখিব পাৰা? ইতিমধ্যে তুমি কাৰোবাৰ সান্নিধ্য পাইছা নিশ্চয়।

মীনাক্ষীয়ে প্ৰশ্নটো কৰি জয়ন্তৰ তীব্ৰ উজ্জ্বল চকু হাললৈ আকুলতাৰে প্ৰত্যক্ষ কৰিলে যেন তাত এক নিৰ্ভীক আহ্বান নিহিত হৈ আছে।

ঃ হয় পাইছো।

ঃ অঁ তাৰমানে তুমি ইতিমধ্যে পাক্কা খেলুৱৈ হৈ পৰিছা? মীনাক্ষীয়ে খোচ মাৰি ক'লে।

জয়ন্তই পাঞ্জাবী কুৰ্ত্তাটোৰ পৰা ভনীয়েকে দি পঠোৱা ৰুমালখন উলিয়াই মুখখনৰ ঘামখিনি মচি ক'লে—

ঃ এক্সকিউজ মি মিচ্ মীনাক্ষী। ফিমেল মাইণ্ডৰ ৰিডিং কৰিব পৰা গুণ মই মোৰ ভনীজনীৰ পৰা পাইছো। আমি দুয়ো টুইন ভাই-ভনী।

ঃ ছ'ৰি জয়ন্ত। তোমাৰ মনত আঘাত দিয়া বাবে ক্ষমা বিচাৰিছো। তোমাৰ ভনীজনী বোধহয় বৰ ধুনীয়া?

ঃ তোমালোকৰ দৰে কেতিয়াও নহয়। তাইৰ গাৰ ছাল তোমালোকৰ দৰে মসৃণ, মাখন ৰঙীন আৰু কোমল নহয়। ৰ'দে পোৱা খহটা ডাঠ। কিন্তু চি হেজ গট্ এ নেচাৰেল বিউটি এণ্ড এ চিম্প'ল মাইণ্ড। বাই দি বাই তোমালোকৰ ঠিকনাবোৰ দিবা নেকি?

মীনাক্ষীয়ে পট্‌কৈ মাত দিলে—

ঃ নালাগে নালাগে আমাৰ ঠিকনা। আমাৰ প্ৰত্যেকজনীৰ মুখতে ঠিকনাবোৰ লিখা আছে। অব কৰ্চ। আই এম ফ্ৰম ডিব্ৰুগড। মাই ফাদাৰ ইজ এ ৰিচ্ছ টি প্লেন্টাৰ।

ঃ তোমালোকৰ অদৃশ্য বন্ধনৰ পৰা মুক্ত হ'ব পাৰোনে?

ঃ বাঃ ইয়াতো কবিতা। পাৰা। কিয় নোৱাৰিবা। আমাৰ হাতত শৃঙ্খল নাই নহয়।

ঃ তেন্তে বাই বাই।

এই বুলি জয়ন্ত আগবাঢ়ি গ'ল। পিচফালৰ পৰা মীনাক্ষীয়ে চিঞৰিলে—

ঃ ফিৰ্ মিলেংগে। চি ইউ এগেইন।

তাৰ পাছত সুদীৰ্ঘ চাৰিবছৰ মীনাক্ষীয়ে জয়ন্তক ছাঁটোৰ দৰে সংগ দিছিল। এই সংগ সুখ ডাঃ জয়ন্তই আজিও পাহৰিব নোৱাৰে। বহুদিন মীনাক্ষীয়ে চেক্স এনজয়মেণ্টৰ কাৰণে জয়ন্তক আহ্বান কৰিছিল। সেয়ে মাজে মাজে জয়ন্ত অতীষ্ঠ হৈ পৰিছিল। জয়ন্তই কোনোদিনে এনে

দুৰ্বলতা মীনাক্ষীৰ ওচৰত প্ৰদৰ্শন কৰা নাছিল। কে'বাদিনো মীনাক্ষী হতাশ হৈ আক্ৰোশত জয়ন্তক তিৰস্কাৰও কৰিছিল। মীনাক্ষীৰ আহ্বান আছিল জয়ন্তৰ বাবে এক প্ৰত্যাহ্বান। এবাৰ স্খলন হ'লেই সেই মৃত্যু মুখৰ পৰা উভতি অহা জয়ন্তৰ বাবে সম্ভৱ নহ'ব। কাৰণ জয়ন্তৰ লক্ষ্য তেতিয়াও বহুত দূৰৈত। সেই বুলি জয়ন্ত যে কোনোদিনে উত্তেজিত হোৱা নাছিল তেনে নহয়। ব্ৰহ্মপুত্ৰৰ পাৰত সন্ধিয়া যেতিয়া মীনাক্ষীয়ে জয়ন্তৰ কোলাত মুৰটো থৈ ঘাঁহনিত নিজৰ শৰীৰটো লেতুসেতুকৈ এৰি দি উদ্ধত বুকুখন জয়ন্তৰ মুখৰ ওচৰত ৰাখিছিল তেতিয়া জয়ন্তৰ ধৈৰ্যৰ বান্ধ সুলকি পৰো পৰো হৈছিল। কিন্তু জয়ন্তই এই উন্মাদনা মনৰ দৃঢ়তাৰে জয় কৰি মীনাক্ষীৰ চুলিত হাত ফুৰাই ফুৰাই কৈছিল—

ঃ বলা মীনাক্ষী। মোৰ প্ৰেক্টিকেলৰ নোটবুকত বহুখিনি লিখিবলগীয়া আছে। দেৰি নকৰো।

ঃ ইউ আৰ্ কাউবাৰ্ড জয়ন্ত। অৰ্জ্জুনক উৰ্বশীয়ে অভিশাপ দিয়াৰ দৰে তুমিও মোৰ পৰা অভিশাপ পোৱা উচিত। নাৰীৰ কাম বাসনা যি পুৰুষে প্ৰশমিত কৰিব নোৱাৰে সেই পুৰুষ, পুৰুষ নামৰ অযোগ্য।

ঃ আমাৰ মাজৰ বন্ধুত্ব বন্ধুত্বতে আবদ্ধ ৰাখা মীনাক্ষী। ভালপোৱাতে শেষ কৰা। তাক কলুষিত কৰিব খুজিছা কিয়। ভাবাচোন ইয়াৰ পৰিণাম কি হ'ব পাৰে।

ঃ জয়ন্ত। যৌৱনে যৌৱনৰ কাম কৰিব। পৰিণামৰ প্ৰতি ইমান ভয়ৰ কাৰণ কি জয়ন্ত?

ঃ তুমি জানা মই কেনে এখন ঘৰৰ পৰা আহিছো। তোমাৰ আৰু আমাৰ ঘৰৰ পাৰ্থক্য তুমি জানা। ইমানখিনি জানিও তুমি কিয় মোৰ লগত বন্ধুত্ব কৰিবলৈ আহিলা? আৱাৰ লাইফ চাৰ্কোল ইজ কম্‌প্লিট্‌লি ডিফাৰেণ্ট ফ্ৰম ডেট্ অব ইয়ৰ্চ।

ঃ জীৱনত সকলো ধৰণৰ টেষ্ট লব লাগে বুজিছা। তোমাৰ লগত মোৰ বন্ধুত্বও মোৰ বাবে এটা স্পেচিয়েল টেষ্ট। আনে তোমাক জয় কৰিব পৰা নাই; কিন্তু মই পাৰিছো মানে তোমাৰ ওচৰলৈ আহিব পাৰিছো। পঢ়া-শুনাত ভাল হ'লে দুখীয়া মানুহৰ ল'ৰাই জীৱনটো কেনেদৰে লয় তাৰ সোৱাদ ল'লো তোমাৰ পৰা। এই সোৱাদ মোৰ বাবে অমূল্য সম্পদ। দিচ ইজ ওৱান কাইণ্ড অব মাই লাইফ ষ্টাইল। বুজিছা নহয় কি কৈছো। বলা এতিয়া।

নদীৰ পাৰৰ পৰা দুয়ো হাতত ধৰা ধৰি কৰি উঠি আহি হাইকৰ্টৰ চাৰি আলিটো পোৱাৰ লগে লগে এখন মটৰ বাইক আহি ঘপ্‌কৈ মীনাক্ষীৰ ওচৰত ৰৈ গ'ল। আৰোহীজনে প্ৰায়ে চিঞৰি ক'লে—

ঃ হেল্লো মীনাক্ষী।

ঃ হাই পৱন।

এইবুলি মীনাক্ষীয়ে জয়ন্তক এৰি দি পৱনৰ ওচৰলৈ দৌৰ মাৰিলে। আৰু বাইকখনৰ পিছৰ চিটত বহি লৈ হাত জোকাৰি জোকাৰি জয়ন্তক ক'লে—

ঃ এক্সকিউজ মি জয়ন্ত। ডণ্ট্ মাইণ্ড প্লিজ। বাই বাই। কাইলৈ আকৌ লগ পাম।

চাই থাকোঁতে থাকোতে মটৰ বাইকখন অন্তৰ্ধান হৈ পৰিল।

জয়ন্তই মীনাক্ষীৰ এনে অশিষ্টাচাৰ আৰু অশোভনীয় আচৰণত কোনো যুক্তি বিচাৰি নাপালে। জয়ন্তই এটা কথাই বুজিলে। উত্তেজিত চেক্স প্ৰশমিত কৰাৰ কাৰণেই হয়তো মীনাক্ষীয়ে হঠাৎ সিদ্ধান্ত সলনি কৰিলে। চেক্সে মানুহক কিমান পাগল কৰিব পাৰে। নতুবা মীনাক্ষী এনেকুৱাই। যাৰ লগত মন যায় তাৰ লগতে গুচি যায়। এক বেপৰোৱা উল্কাপিণ্ড।

ডাঃ জয়ন্তৰ অন্য এটা দিনৰ কথা মানস পটত ভাঁহি উঠিল। বোধহয় জুলাই মাহৰ ৩০ তাৰিখ। আবেলি মেডিকেল কলেজ হোষ্টেলৰ প্ৰায়বিলাক ল'ৰাই মেটিনি চাবলৈ গৈছে। ৰুমমেটও গৈছে। হোষ্টেলৰ সন্মুখত এখন ফিয়েট ৰ'লহি। বাৰাণ্ডাৰ পৰাই জয়ন্তই দেখিলে মীনাক্ষী গাড়ীৰ পৰা নামি লাহে লাহে তাৰ ওচৰলৈ আগুৱাই আহিছে। গাড়ী ড্ৰাইভ কৰা ল'ৰাজন পুনৰ গাড়ীৰ ভিতৰত সোমাল।

ঃ হেল্লো জয়ন্ত। হাউ আৰ্ ইউ? আজি কে'বাদিনো তোমাক লগ কৰিব পৰা নাই। আই এম ভেৰি মাচ্চ বিজি। তুমিতো মোক বিচাৰি এবাৰ গাৰ্লচ্ হোষ্টেললৈও যাব পাৰা।

ঃ আহা আহা। কাৰ গাড়ী সেইখন?

ঃ মোৰ বয়ফ্ৰেণ্ড এজনৰ। গুৱাহাটীৰে। এতিয়া মুম্বাইৰ আই আই টি ত ইলেক্ট্ৰনিক্স পঢ়ি আছে। এই কেইদিন তেওঁৰ লগতে ঘুৰি আছো। হি ইজ ভেৰি মাচ্চ এন্‌কাৰেজিং এণ্ড এন্থুচিয়াষ্টিক্‌চ।

জয়ন্তৰ বিছনাত ভেনিটি বেগটো থৈ কঁপালত পৰা চুলি কেইডাল আঁতৰাই ৰুমালখনেৰে মুখখন মচি ক'লে—বেডচিটখন কেতিয়া চেঞ্জ কৰিলা? বৰ বঢ়িয়া লাগিছে।

ঃ স্কলাৰচিপৰ পইচা পালো। গতিকে অলপ নতুনত্বৰ কথা ভাবিলো। এটা ঘড়ীও ল'লো।

ঃ অঁ তোমাৰতো ইমানদিনে ঘড়ীয়েই নাছিল। মই দিব খুজিছিলো। তাকো নোলোৱা। চাওঁ ঘড়ীটো।

ঘড়ীটো আগবঢ়াই দিলে জয়ন্তই।

ঃ টাইটান। বেছ ভাল ঘড়ী। বহাচোন মোৰ ওচৰত। তোমাৰ লগত কথা আছে।

জয়ন্তই চকীখন টানমাৰি আনি মীনাক্ষীৰ পৰা আঁতৰত বহিল।

ঃ কোৱা কি কথা আছে? ফাৰ্ষ্ট এম বি বি এচ ৰ ফাইনেল অহা সপ্তাহত আৰম্ভ হ'ব। ব্যস্ত আছো।

ঃ তাৰ মানে মোক ওৱাৰ্নিং দিছা। মই আৰু তোমাৰ ওচৰলৈ আহিব নালাগে। মোক বজৰুৱা ছোৱালী বুলি ভাবিছা নহয় জয়ন্ত। ভাবা। আই ড'ণ্ট্ ফিল এনিথিং। মই তোমাক আজি অতি বাস্তৱ কথা এটা ক'বলৈহে আহিছো।

ঃ কোৱা ইমান সংকোচ কৰাৰ কাৰণ নাই। আমি প্ৰত্যেকে একো একোটা স্বতন্ত্ৰ অস্তিত্ব। গতিকে আমাৰ লাইফ ফিল'ছফিও বেলেগ বেলেগ।

ঃ এক্‌জাক্টলি। মই তোমাক সেই কথাটোকে ক'বলৈ আহিছো। ড'ন্ট টেক ইট আদাৰ-ওৱাইজ। চোৱা জয়ন্ত। তোমাৰ ঘৰৰ অৱস্থা আমাৰ তুলনাত বেয়া। তুমি কম্পাৰেটিভলি বেকওৱাৰ্ড। তুমি কিতাপৰ মাজতে নিমগ্ন হৈ থাকা যাক আমি ছোৱালীবোৰে কিতাপৰ পোক বুলি কওঁ। তদুপৰি তুমি খাচ গাঁৱৰ পৰা আহিছা। এই আটাইবোৰ কাৰণতে তুমি মোৰ লগত মিলি যাব পৰা নাই। এইটো তোমাৰ দোষ নহয়, গুণহে। পৰিবেশে যেনেদৰে গঢ় দিছে তেনেদৰে তুমি গঢ় লৈছা। সেয়ে মই তোমাৰ ওচৰত এটা অনুৰোধ ৰাখিবলৈ আহিছো।

ঃ অনুৰোধ কৰিব নালাগে মীনাক্ষী। মোক চিম্প্‌লি ইনফৰ্মেচন দিলেই মই বুজি পাম। অন্ততঃ বুজি পোৱাত মই বেকওৱাৰ্ড নহয়।

ঃ জানিছো তোমাৰ খং উঠিছে যদিও প্ৰকাশ কৰা নাই। জয়ন্ত তোমাৰ আৰু মোৰ মাজৰ সম্পৰ্ক ইমানতে শেষ হ'বলৈ দিয়া। এই বন্ধুত্ব চিৰদিনৰ বাবেই বন্ধুত্ব হৈয়েই থাকক। ইতিমধ্যে মই তোমাৰ বহুতো ক্ষতি সাধন কৰিলো। তুমি মোৰ কাৰণেই হায়াৰ চেকেণ্ডাৰীত পজিচন নাপালা। আৰু ক্ষতি নকৰো।

ঃ শুনা মীনাক্ষী। শেষবাৰৰ কাৰণে মই তোমাক কওঁ—মনত ৰাখিবা— Hetero-sexual enjoyment may lead to dangerous Consequences

ঃ অঁ তুমি ডাক্তৰ হ'লাই। মনত ৰাখিবলৈ চেষ্টা কৰিম। কিন্তু ইট্ ইজ ইম্‌মেটেৰিয়েল টু মি। কিয় জানা মেডিকেল চায়েন্সৰ বহুত তত্বই ভুল বুলি প্ৰমাণিত হৈছে।

এইবুলি মীনাক্ষী উঠি আহি জয়ন্তৰ সোঁহাতখন নিজৰ দুয়োখন হাতৰ মাজত থৈ চুমা এটা খাই ক'লে—ফ্ৰেচাৰচ্‌ত পাঠ কৰা তোমাৰ কবিতাটোৰ শেষৰ শাৰী দুটা মোৰ সদায়ে মনত থাকিব।

বিদায় পৰত যদি হয় কেতিয়াবা দেখা
মনত পৰিবনে নবনীতা
শৰতৰ শেৱালি বুটলা দিনৰ কথা?

বেগটো কান্ধত লৈ গেটটো খুলি লাহে লাহে এঢলীয়া ৰাস্তাটোৰে নামি আহি গাড়ীখনলৈ আগবাঢ়ি যোৱা মীনাক্ষীক চাই থাকিল জয়ন্তই। জয়ন্তৰ মুখেৰে আপোনা আপুনি ওলাই আহিল—। কি আচৰিত ছোৱালী। ইমান উচ্ছৃঙ্খল !!

অৱশেষত ডাঃ জয়ন্তই মীনাক্ষীৰ ওচৰলৈকে যোৱাটোকে ঠিক কৰিলে। মাৰুতিখন নিজে ড্ৰাইভ কৰি ডাঃ জয়ন্ত হাস্পতালত প্ৰবেশ কৰিলে।

৩১৫ নম্বৰ কেবিনৰ দুৱাৰ খুলি ডাঃ জয়ন্তই দেখিলে মীনাক্ষীৰ হাতত এখন কিতাপ। একান্তমনে পঢ়ি আছে। কোঠাত কোনো নাই। পিন্ধনত তেতিয়াৰ জিন্‌চৰ পেণ্ট নাই, আছে পাঞ্জাবী চুৰিদাৰ। মীনাক্ষীয়ে কিতাপখন থৈ ঘূৰি চালে ডাঃ জয়ন্তলৈ। নিৰ্বাক হৈ থিয় দি আছে ডাঃ জয়ন্তই। ডাঃ জয়ন্তই দেখিলে ত্ৰিশ বছৰ আগতে লগ পোৱা এইজনী মীনাক্ষী নহয়। এটা

জঁকা। টৌ টৌ কৰে বগা পাঞ্জাবী চুৰিদাৰৰ ভিতৰত এজনী অস্থিচৰ্মসাৰ সৰ্বস্ব মানুহৰ কংকাল।

ঃ হেল্লো জয়ন্ত। কি ভাবি আছা? অৱশেষত তুমি আহিলা। মই জানো এদিন হ'লেও তুমি আহিবা। আহা আগবাঢ়ি। চকীখনত বহা।

এই বুলি মীনাক্ষীয়ে উঠিবলৈ চেষ্টা কৰোতে ডাঃ জয়ন্তই বাধা দি ক'লে—নুঠিবা। তুমি একেবাৰে দুৰ্বল হৈ আছা।

ঃ প্ৰথমতে ক'বাচোন তোমাক কোনে খবৰ দিলে?

ঃ অসীমে।

ঃ অসীমদাক কিমান মানা কৰিছিলো—কাকো খবৰ দিব নালাগে। কিন্তু সি নুশুনিলে। অসীমদা জাষ্ট দুঘণ্টামান আগতে আহি গৈছে। লগত বৌও আহিছিল। অসীমদাই তোমাক আৰু কিবা কৈছে নেকি?

ঃ আৰু একো কোৱা নাই। তোমাৰ লগত কোনো নাই মীনাক্ষী?

ঃ আছে। প্ৰবীৰ মানে মোৰ মিষ্টাৰ আছে। তেওঁ অলপ আগতে ওলাই গৈছে কিবা এটা ঔষধ আনিবলৈ। এতিয়াই আহিব। বহা অকণমান। তোমাৰ লগত চিনাকি কৰাই দিম। তেওঁ বৰ ভাল পাব। ইতিমধ্যে তোমাৰ সম্পৰ্কে তেওঁক বহুত কৈছো।

ঃ বহুত কৈছা?

ঃ অঁ বহুত। তুমি যে ভয়াতুৰ। ছোৱালীক যে বৰ ভয় কৰা সেই সম্পৰ্কে। নহ'লে তুমি এনেকৈ আবিয়ৈ থৈ থাকানে?

ঃ মীনাক্ষী। কথা বেছি নকবা।

ঃ অঁ ডাঃ জয়ন্ত কলিতাৰ উপদেশ। কথা কোৱা আৰু নোকোৱা মোৰ বাবে এতিয়া মিনিংলেচ জয়ন্ত।

ঃ মীনাক্ষী। তোমাৰ এনে অৱস্থাত তুমি কিয় ইমান বেপৰোৱা হৈ পৰিছা? অলপ নিজৰ কথা ভাবাচোন।

ঃ মাফ কৰিবা জয়ন্ত। তুমি যে বিখ্যাত ডাক্তৰ মই পাহৰি গৈছো। তুমি ওচৰত থাকিলে মোৰ মাতটো ইমান ডাঙৰ হয় আৰু গাটোত ইমান বল পাওঁ মই ভাবিবই নোৱাৰো। জানা তোমাৰ গাত কিবা এটা আচৰিত শক্তি আছে। নাজানো তুমি ক'ৰ পৰা কেনেকৈ এই শক্তি আহৰণ কৰিছা।

ঃ হ'ব হ'ব। তোমাক ডাক্তৰে কি কৈছে?

ঃ তুমিহে জানা ডাক্তৰে কি ক'ব। তোমালোক ডাক্তৰবোৰ ইমান ফাঁকিবাজ। কোনো ৰোগীকে সঁচা কথা নোকোৱা। তুমি দেখোন স্পেচিয়েলিষ্ট। কোৱাচোন মোৰ কি হৈছে?

ডাঃ জয়ন্তই মীনাক্ষীৰ প্ৰশ্নটো এৰাই চলিবলৈ মীনাক্ষীক ওলোটাকে প্ৰশ্ন কৰিলে।

ঃ তোমাৰ অসুখৰ খবৰ ল'বলৈ কোনোবা আহিছিল?

ঃ ভাল প্ৰশ্ন কৰিছা জয়ন্ত। এসময়ত ভেনা মাখিৰ দৰে মোৰ ওচৰত যে কিমান মানুহৰ ভিৰ হৈছিল। আজি কিন্তু এজনো নাই। কেৱল পল্লবী আৰু দুজনীমান কলেজত একেলগে পঢ়া বান্ধৱী আহিছিল। সিহঁতেও কিন্তু দুবাৰখন খুলি দুবৈৰ পৰা সামান্য কথা কৈয়েই আঁতৰি গৈছিল। অসীমদা আৰু বৌৱেও দূবৈৰ পৰাই খবৰ লৈ পলাই গৈছিল। আনকি প্ৰবীৰেও তুমি মোৰ যিমান ওচৰলৈ আহিছা সিমান ওচৰলৈ নাহে। কিয় জয়ন্ত? কিয়? মোৰ কি বেমাৰ হৈছে?

ঃ ইমান আবেগ প্ৰৱণ নহ'বা মীনাক্ষী। মনে মনে থাকাচোন। তোমাৰ কি বেমাৰ হৈছে আমিও ভালকৈ নাজানো।

ঃ নাজানা? মিছা কথা কৈছা। নালাগে দিয়া ক'ব। বেয়া নোপোৱা যদি মোক এক গিলাচ পানী দিবা নেকি? ফ্লাস্কটোত আছে। মোৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে।

ডাঃ জয়ন্তই পানী গিলাচ মীনাক্ষীলৈ আগবঢ়াই দি সুধিলে—সেইখন কি কিতাপ?

ঃ চমাৰচেট মমৰ উপন্যাস। দি মুন এণ্ড ছিক্স পেন্স।

ঃ আৰু সেইখন?

ঃ সেইখন। গ্ৰেবিয়েল গাৰ্চিয়া মাৰ্কুৱেজৰ 'লাভ ইন দি টাইম অব কলেৰা।'

ঃ তুমি দেখোন এসময়ত মোক কিতাপৰ পোক বুলি কৈছিলা। কিন্তু এতিয়া তুমি কিতাপক কিয় সংগী কৰি লৈছা?

ডাঃ জয়ন্তই প্ৰশ্নটো কৰিলে যদিও তেওঁ উপলব্ধি কৰিলে তেওঁ যেন দোষণীয় কাম কৰিছে। কাৰণ প্ৰশ্নটোত মীনাক্ষীৰ জীৱন ইতিহাস জড়িত হৈ আছে। মীনাক্ষীয়ে ক্ষন্তেক মৌন হৈ থাকি নিজৰ বুকুৰ ওপৰত মেলি থোৱা মমৰ কিতাপখন জয়ন্তলৈ আগবঢ়াই দি ক'লে—

ঃ পঢ়িছা এইখন?

ঃ পঢ়িছিলো।

ঃ আৰু গাৰ্চিয়াৰ এইখন?

ঃ সেইখনো পঢ়িছিলো।

ঃ কেতিয়া?

ঃ আজি ত্ৰিশ বছৰ আগতে। মই যেতিয়া এম বি.বি.এছ.ৰ প্ৰথম বাৰ্ষিকত আছিলো।

ঃ অৰ্থাৎ তোমাক মই যেতিয়া জুলুম কৰিছিলো?

ঃ সেই কাৰণেইতো মনত আছে কেতিয়া পঢ়িছিলো।

ঃ জয়ন্ত। তুমি তেতিয়া পঢ়িছিলা মম, গাৰ্চিয়া মাৰ্কুৱেজ, নাদিন গাৰ্ডিমাৰ, টলষ্টয়, জন ষ্টেইন বেক, ৰবীন্দ্ৰ নাথ আদি মহান সাহিত্যিক সকলৰ ৰচনা সম্ভাৰ আৰু মই হাইস্কুলত থাকোতেই পঢ়িছিলো চিড্‌নী-চেলডনৰ যৌনগন্ধী সমস্ত ৰচনা বাজি যাৰ প্ৰভাৱৰ ফলত মই ফ্ৰি চেক্সৰ প্ৰতি অন্ধভাৱে আকৰ্ষিত হৈছিলো।

ডাঃ জয়ন্তই উপলব্ধি কৰিলে যে তেওঁৰ সংগ সুখত মীনাক্ষী উজ্জীবিত হৈ উঠিছে।

মনৰ দুৱাৰ খুলি অন্তৰৰ ভাষা ক'ব পৰা সংগী যদি মীনাক্ষীয়ে এই ত্রিশ বছৰে পালেহেঁতেন হয়তো এনেকুৱা ইম্‌মিউন ডেফিচিয়েন্সি ৰোগত নুভুগিলহেঁতেন। দৈহিক সুখ বিচাৰোতে মীনাক্ষীয়ে মনৰ মানুহ এজনো নাপালে। আটাইবোৰে মীনাক্ষীৰ ৰূপ লুটি-পুটি পান কৰি পলায়ন কৰিলে। যিও জীৱন সংগী হিচাপে প্ৰবীৰক পালে সিও মীনাক্ষীৰ ব্যাভিচাৰত বিতুষ্ট হৈ দুৰ্ঘোৰ মদপী হৈ জীৱন নিঃশেষ কৰিবলৈ আগবাঢ়িছে।

জয়ন্ত অন্যমনস্ক হোৱা দেখি মীনাক্ষীয়ে সুধিলে—

ঃ কি ভাবিছা জয়ন্ত?

ঃ নাই। একো ভবা নাই। কিতাপ দুখনৰ বিষয়বস্তু মনত পেলাবলৈ চেষ্টা কৰিছো।

তেতিয়া মীনাক্ষীয়ে ক'লে—মমৰ এই কিতাপখনত থকা কেন্দ্ৰীয় চৰিত্ৰটোৱে মোক বৰকৈ আকৰ্ষণ কৰে। সমাজৰ প্ৰচলিত নিয়ম-নীতি, ধ্যান-ধাৰণা, আবেগ-অনুভূতি, মানুহে কৰা কিছুমান অপ্ৰয়োজনীয় বান্ধোন আনকি নিজৰ প্ৰতিও উদাসীন চিত্ৰ শিল্পীজনৰ জীৱন দৰ্শনে মোক বৰকৈ আপ্লুত কৰে। তেওঁ চিত্ৰ আঁকি আঁকি শেষত কুষ্ঠৰোগত আক্ৰান্ত হৈ বন্ধ কুটীৰত পঁচি পঁচি মৰি থাকিল। কাৰো পৰা সহায়, পৰিচৰ্য্যা, সহানুভূতি নিবিচাৰিলে।

ময়ো তেনেকৈ বহুত ৰঙীন চিত্ৰ আঁকিছিলো জয়ন্ত। এতিয়া তেওঁৰ দৰেই ময়ো মৰিব বিচাৰো। মৃত্যুৰ দুৱাৰদলিত থিয় হৈ মই আজি উপলব্ধি কৰিছো তোমাক ত্যাগ কৰি যোৱাটো আছিল মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ ব্লান্দাৰ। তোমাৰ ডেডিকেচন, তোমাৰ জীৱন সংগ্ৰাম, তোমাৰ সততা, তোমাৰ জীৱন দৰ্শন এইবিলাক মই অলপো বুজিবলৈ চেষ্টা কৰা নাছিলো। তোমাৰ ভাল পোৱা যে ইমান গভীৰ আছিল মই বুজাই নাছিলোঁ।

কৈ থাকোতে থাকোতে কেতিয়া যে মীনাক্ষীৰ চকুৰ পৰা চকুপানী নামি আহিল মীনাক্ষীয়ে ক'বই নোৱাৰিলে। ডাঃ জয়ন্তই আচৰিত হৈ মীনাক্ষীলৈ চালে। কোনো দিনে মীনাক্ষীৰ চকুপানী দেখা ডাঃ জয়ন্তৰ মনত নপৰে। সেইজনী মীনাক্ষী আজি জীৱনৰ অন্তিম মুহূৰ্তত ভাঙি পৰিছে।

ঃ প্লিজ মীনাক্ষী। তুমি শান্ত হোৱাচোন। তুমি অপাৰ ধন দৌলতৰ মাজত অকলশৰে মুক্ত বিহংগৰ দৰে ডাঙৰ হৈছা। গতিকে তোমাৰ তেতিয়াৰ চিন্তাধাৰা আছিল অতি স্বাভাৱিক। অৱস্থাহীনৰ মনোবেদনা বুজি পোৱাটো তোমাৰ বাবে আছিল অসাধ্য। চেষ্টা কৰিলেও সি হ'লহেঁতেন ইউটোপিয়ান। যোৱা কথা যাবলৈ দিয়া। আজিতো মই তোমাৰ লগত আছো। ইয়াতকৈ তোমাক আৰু কি বেছি লাগে?

মীনাক্ষীয়ে চকুপানীখিনি মচি লৈ জয়ন্তক ক'লে—তুমি সদায় এবাৰ আহিবাচোন। কিজানি তোমাৰ সান্নিধ্যত মই বেছিদিন বাচি থাকো।

মীনাক্ষীয়ে বাগৰ সলাই জয়ন্তৰ ফালে মুখ দি ক'লে—এতিয়া মোক তোমাৰ কথা কোৱা। গোটেই জীৱনটো কিয় তুমি এনেদৰে কটাই দিলা? এজনী নাৰীৰ তোমাৰ কোনো

প্ৰয়োজন নাছিল নে?

: এই প্ৰসংগ অবান্তৰ মীনাক্ষী। তোমাৰ দৰে আৰু কোনোবা এজনীয়ে হয়তো মোৰ জীৱন সংগ্ৰামক উপলুঙা কৰিলে হয়। প্ৰয়োজন হ'লে মোক এৰি থৈ গ'লহেঁতেন। সেই ভয়তে এনে অধ্যায়ৰ সূচনা নকৰিলো। আৰু . . . ।

বৈ গ'ল জয়ন্ত। কিবা এটা ভাবি অন্যফালে মূৰ ঘূৰাওতে মীনাক্ষীয়ে মাত লগালে— আৰু কি জয়ন্ত?

: মোৰ অন্তৰত আন এজনীক স্থান দিয়া মোৰ বাবে বৰ কষ্টকৰ হ'লহেঁতেন। গোটেই জীৱন এজনী নাৰীক কষ্ট দিলোহেঁতেন।

: অ' মাই গড। ইউ আৰ চ' মাচ্চ চিন্‌চিয়াৰ। মোৰ ইমানবোৰ দুষ্কাৰ্য্যৰ প্ৰায়শ্চিত্ত নাই জয়ন্ত। বিয়াৰ পাছতো মই প্ৰবীৰৰ প্ৰতি ঘোৰ অন্যায় কৰিছো। পাৰা যদি মোক ক্ষমা কৰিবা।

ডাঃ জয়ন্ত কিছু বিচলিত হ'ল যদিও নিজকে সম্বৰণ কৰি ক'লে—

: চাওঁ মীনাক্ষী তোমাৰ জিভাখন দেখুৱাচোন। আৰু তোমাৰ কি কি হয়, গাটো কেনে লাগে কোৱাচোন।

: তুমি ডাক্তৰে সুধিছা যেতিয়া কওঁ। আজি এবছৰমানৰ পৰাই মোৰ ওজন কমি অহা আৰম্ভ হৈছিল। এতিয়া মোৰ এনে লাগে যেন মোৰ ওজনেই নাই। অসম্ভৱ ভাগৰ লাগে, ভোক অলপো নালাগে। একো মনত নাথাকে। গাত প্ৰায়ে জ্বৰ থাকে। ৰাতি অসম্ভৱ ধৰণে ঘাম হয়। মোৰ groin ছয়মাহমানৰ পৰা ফুলা। লাজ নকৰা যদি চাব পাৰা। দেখাত মোৰ কোনো ডাঙৰ বেমাৰ নাই অথচ মই একেবাৰে দুৰ্বল। প্ৰায়েই পনীয়া শৌচ হয়। পেচাব কৰাত কষ্ট হয়। জ্বলাপোৰা কৰে। বগা, ডাঠ মাখনৰ দৰে গন্ধহীন স্ৰাব নিঃসৃত হয়। Vulva ফুলা। আটাইতকৈ ডাঙৰ কথা কি জানা মই মোৰ আত্মবিশ্বাস একেবাৰে হেৰুৱাই পেলাইছো।

ডাঃ জয়ন্তই মীনাক্ষীৰ চকু দুটাৰ ভিতৰটো পৰীক্ষা কৰিলে। একেবাৰে ঢেলা বগা। তাৰ পাছত Stethoscopeৰে বুকুৰ স্পন্দন চাবৰ কাৰণে উদ্যত হওঁতে মীনাক্ষীয়ে বাধা দি ক'লে—নালাগে জয়ন্ত। মৃত্যুৰ আগমুহূৰ্তত শুকাই শুকাই নিঃকিন হৈ পৰা মোৰ বুকুখন পৰীক্ষা কৰাৰ প্ৰয়োজন নাই। কেৱল তোমাৰ হাতৰ পৰশত উজ্জীৱিত হৈ নিৰ্বাপিত হ'ব খোজো জয়ন্ত।

: মোৰ প্ৰফেচনক কিয় অবমাননা কৰিব খুজিছা মীনাক্ষী?

: হয় নেকি? যি দেখিছো তুমি ইয়াতো চিন্‌চিয়াৰ। ৰবা তোমাক মই এটা বস্তু দেখুৱাওঁ। চোৱাচোন মাৰ্কুৱেজৰ কিতাপখনৰ এই পৃষ্ঠাত থকা মই আন্দাৰলাইন কৰা শাৰীটো। এই বুলি মীনাক্ষীয়ে 'লাভ ইন দি টাইম অব কলেৰা'খন আগবঢ়াই দিলে।

: ডাঃ জয়ন্তই শাৰীটো পঢ়ি চালে।

'লাভ বিকামচ গ্ৰেটাৰ এণ্ড নব্লাৰ ইন কেলামিটি'। (**love becomes greater and nobler in calamity**)

ঃ পঢ়িলা। এহাল ষাঠী বছৰীয়া প্ৰেমিক-প্ৰেমিকাৰ দৈহিক মিলনৰ আগমুহূৰ্তৰ বক্তব্য। বুজিলা নে কিবা?

ঃ বুজিবলৈ কিটো আছে? ইট ইজ কোৱাইট নেচাৰেল। মীনাক্ষী। তোমাৰ গাত কেতিয়াবা আল্‌চাৰ জাতীয় চৰ্মৰোগ হৈছিল নেকি?

ঃ অঁ। হৈছিলতো। গোটেই গাত। মোৰ বিয়াৰ আগে আগে। কিয় সুধিলা?

ঃ প্ৰয়োজন আছে। কেনেকৈ ভাল হ'লা তুমি?

ঃ ডাক্তৰে ইন্‌জেক্‌চন দিলে। ভাল হ'লো। কিযে অদৰকাৰী কথাবোৰ সোধা? কিন্তু জয়ন্ত তুমিতো মোক আচল কথাটোকে সোধা নাই? কিহৰ তাড়নাত পৰি মই ইমানবোৰ পুৰুষৰ সংগ বিচাৰিছিলো। আনকি প্ৰবীৰ থাকোতেও। জানা মই গোটেই জীৱন জুৰি এনে এজন পুৰুষৰ সংগ বিচাৰিছিলো যিজনে মোক যৌন সম্ভোগত পৰম শান্তি দিব পাৰে। কিন্তু সেই শান্তি কোনোদিনে নাপালো। হয়তো কোনো পুৰুষৰে এই ক্ষমতা নাই।

ঃ ষ্টপ্ ইট্ মীনাক্ষী।

ডাঃ জয়ন্তৰ বজ্ৰসদৃশ ধমকিত মীনাক্ষীয়ে পোন প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিলে যে পুৰুষৰ অন্য এটা সত্বাও আছে। পুৰুষে নাৰীক আলফুলকৈ আকোঁৱালি যিদৰে ল'ব পাৰে সেইদৰে কঠোৰতাৰে শাসনো কৰিব পাৰে। হঠাতে মীনাক্ষীৰ মনত ধাৰণা হ'ল এইজন যেন কবি জয়ন্ত নহয়। এনে কঠোৰতা যদি দেউতাকৰ থাকিল হয়, প্ৰবীৰৰ থাকিল হয়। সীমাহীন স্বাধীনতা যে কিমান বিপদজনক হ'ব পাৰে সেই কথা মীনাক্ষীয়ে আজিহে উপলব্ধি কৰিলে।

ঃ প্লিজ জয়ন্ত। মোক অকলে থাকিবলৈ দিয়া।

ঃ ড'ণ্ট মাইণ্ড মীনাক্ষী। মই দুঃখিত যে এনে সময়ত তোমাক টানকৈ ক'বলৈ বাধ্য হ'লো।

ঃ ভাল হমনে জয়ন্ত?

ঃ নিশ্চয় হ'বা। আমি আছো নহয়। আহো।

ঃ কাইলৈ আহিবা। মোৰে শপত।

ডাঃ জয়ন্তই দুৱাৰখন খুলি ওলাই আহোতে দুৱাৰমুখত লগ পালে তেওঁৰে এসময়ৰ ছাত্ৰ ডাঃ বৰুৱাক। ডাঃ জয়ন্তই ডাঃ বৰুৱাক ওভোতাই আনি ক'লে—ৰোগী আবেগ প্ৰৱণ হৈ আছে। অলপ পাছত পৰীক্ষা কৰিবলৈ যাবা। দুয়োজনে বাৰাণ্ডাৰে আলোচনা কৰি আগুৱাই গৈ থাকিল।

ঃ বৰুৱা। HTLV-III, ELISA আৰু Immuno-fluorescence test ত কি আহিছে?

ঃ All indicate presence of AIDS antibodies.

ঃ আৰ ইউ চিওৰ?

ঃ ন' ছাৰ। নট্ কনফাৰ্মড।

ঃ কি জানা বৰুৱা? ৰোগীৰ ইন্হেৰিটেড্ গনোৰিয়েল টেইন্ট আছে। মাজতে চিফিলিচৰ দ্বাৰাও আক্ৰান্ত হৈছিল। গতিকে তাইৰ ইম্মিউন চিষ্টেম ইতিমধ্যে চিৰিয়াচ্লি ডেমেজড হৈছে যাৰ ফলত হয়তো তাইৰ বাৰে বাৰে এবৰ্চন হৈছিল। জানা বৰুৱা— there is a hidden link between AIDS and syphilis তদুপৰি তাই এব্নৰ্মেল Nymphomania-তো ভুগি আছিল। পাছত হয়তো HIV পজিটিভ থকা কোনো পুৰুষৰ লগত যৌন সম্পৰ্ক কৰোতে Semen-ৰ মাধ্যমেদি তাই আক্ৰান্ত হ'ল। সেয়ে ইমান বেয়া অৱস্থা। হয়তো গিৰিয়েকৰো HIV পজিটিভ থাকিব পাৰে।

ঃ কিন্তু ছাৰ। গিৰিয়েকৰতো AIDS হোৱা নাই?

ঃ ন' ন' ইয়ঙ্ ডক্টৰ। ষ্ট্ৰং ইম্মিউন চিষ্টেম থকা মানুহে AIDS নোহোৱাকৈ মৃত্যুলৈকে HIV পজিটিভ লৈ থাকিব পাৰে।

ঃ ৰোগীৰ অৱস্থা কেনে দেখিছে ছাৰ?

ঃ খুব বেছি পোন্ধৰদিন মান থাকিব।

ডাঃ জয়ন্তই ঘৰলৈ আহি হাত-মুখ ধুই কফি একাপ কৰি আনি বাৰাণ্ডাত বহি ভাবিলে— তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম সময়ৰ ইতিহাসৰ দুই এদিনতে পৰিসমাপ্তি ঘটিব। লাহে লাহে ব্ৰহ্মপুত্ৰৰ বুকুয়েদি অন্ধকাৰ নামি আহিল। ডাঃ জয়ন্তই এলাহতে লাইট জ্বলাবলৈ উঠি নগ'ল। হঠাতে ফোনটো বাজি উঠিল।

ঃ হেল্লো।

ঃ মই অসীমে কৈছো। তই বোধহয় মীনাক্ষীৰ ওচৰলৈ গৈছিলি?

ঃ হস্পিতালৰ পৰা অহাৰ কিমান দেৰি হ'ল?

ঃ হ'ল এঘণ্টামান।

ঃ হস্পিতালৰ পৰা মোলৈ ফোন কৰিছে।

ঃ কি কৈছে?

ঃ মীনাক্ষীয়ে হাৰ্ট ফেইল কৰিছে। বোধহয় তই অহাৰ আধাঘণ্টামান পাছত। মই তালৈ যাম। শুন জয়ন্ত। মীনাক্ষীয়ে তাইৰ বাগানখনৰ আধা অংশ তোৰ নামত আৰু বাকী আধা অংশ গিৰিয়েক প্ৰবীৰৰ নামত উইল কৰিছে। আজি দুমাহমান আগতে মোক দিছিল। লগতে এখন সৰু চিঠিও তোক দিবলৈ কৈছিল। কোনোবাদিনা লৈ যাবি।

ঃ অসীম। জীৱনত এবাৰেই আনৰ অনুগ্ৰহ গ্ৰহণ কৰিছিলো। সেয়ে তেওঁলোকৰ ওচৰত মই কৃতজ্ঞ। এতিয়া মই কাৰো আনুকুল্য নিবিচাৰো। মোক নালাগে। বুইছ। মোৰখন ফালি পেলাবি।

ঃ কিন্তু চিঠিখন?

*ঃ সেইখনৰো এতিয়া প্ৰয়োজন নাই।*

**ঃ বহু তোক পঢ়ি শুনাও।**

**জয়ন্ত। তোমাৰ লগত একেলগে শৰতৰ তলসৰা শেৱালি বুটলিব খুজিছিলো। কিন্তু তুমি ইমান নিৰ্বিকাৰ? অথচ তোমাৰ দৃঢ়তাত ইমান প্ৰেম? সেয়ে তোমাক একমাত্ৰ তোমাকেই ভাল পাইছিলো। মইয়ে মোৰ পথ ৰুদ্ধ কৰিছিলো জয়ন্ত। মোৰ মৃত্যুৰ পাছত মোৰ সামান্য উপহাৰখিনি মোৰ পুষ্পাঞ্জলি হিচাপে গ্ৰহণ কৰিবা বুলি আশা কৰিলো।**

ডাঃ জয়ন্তৰ হঠাতে নিজকে নিঃকিন যেন ধাৰণা হ'ল। মূৰ্খৰ দৰে জয়ন্তই মীনাক্ষীৰ ভালপোৱা উপলব্ধি কৰিব নোৱাৰিলে। কিন্তু অভিসাৰিকা মীনাক্ষীৰ এই ঘৃণনীয় দুষ্কাৰ্যবোৰৰ মাজৰ বিজুলীৰ চমক ডাঃ জয়ন্তৰ মনত বৈ গ'ল মাথোন দুঃসহ বেদনা হিচাপে আমৃত্যু। ডাঃ জয়ন্তই এটা দীৰ্ঘ শ্বাস ত্যাগ কৰিলে। **

# এখন চিঠি

মা,

মৰম লবা। তোমাৰ মৰমলৈ মনত পৰিলে কেতিয়াবা কেতিয়াবা বৰ অস্থিৰ হৈ পৰো। মই এতিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰী জনা বুজা হৈছো। কলেজত পঢ়ি থাকোতে তোমাৰ মৰমক মই উলাই কৰিব পৰা নাছিলো। কিন্তু মা, মই কিয় তোমাক এৰি আহিব লগীয়া হ'ল সেই কথা তোমাক নকলে দোষৰ ভাগী হব লাগিব বুলি ভাবিয়েই চিঠিখন লিখিলো।

সিদিনা আছিল আগষ্টৰ বাৰ তাৰিখ। বিশ্ববিদ্যালয়ৰ পৰা আহি চান্দমাৰীৰ ফ্লাই অভাৰৰ ষ্টপেজটোত নামিয়েই দেখিলো মানুহৰ এটা জুম। জুমটোৰ মাজত মানুহ এজন অজ্ঞান হৈ পৰি আছে। মদৰ বাগীত হেনো মানুহজন ফ্লাই অভাৰৰ তললৈ নামি অহা খটখটিৰ পৰা পৰি গৈছে। মই ওচৰ চাপি গ'লো। কোন জানা মা? মোৰ দেউতা। তোমাৰ জীৱনৰ প্ৰথম আৰু আটাইতকৈ ভাল পোৱা মানুহজন যাক তুমি ইতিমধ্যে এৰি থৈ গৈছা।

হঠাতে ক'ৰপৰা যে এসোপা বিতৃষ্ণা আহি মোৰ চকুৰ আগত নাচিবলৈ ধৰিলে ক'ব নোৱাৰো। মোৰ মনটো এক তীব্ৰ ঘৃণাৰে ভৰি পৰিল। মই অশান্ত হৈ পৰিলো। লাহে লাহে যেতিয়া মোৰ মুৰৰ পৰা তেজসোপা নামি আহিল তেতিয়াহে বুজিলো যে ইমানবোৰ বিতৃষ্ণা আৰু ঘৃণা কেৱল তোমাৰ প্ৰতি উদ্‌গীৰিত হৈছে। মই এটা প্ৰত্যাহ্বানৰ মুখামুখি হ'লো। শেষত দেউতাৰে জয় হ'ল। টেক্সি এখনেৰে মই দেউতাক সেই ঘৰটোলৈ লৈ গ'লো, যিটো ঘৰৰ পৰা তুমি মোক আৰু ভাইটিক লগত লৈ আজি পাঁচ বছৰ আগতে দেউতাক এৰি বৰুৱা আংকলৰ লগত গুছি গৈছিলা।

ঘৰত সোমায়েই কি দেখিছিলো জানা? সকলো বস্তু ছেদেলি ভেদেলি। ক'ৰ বস্তু ক'ত পৰি আছে তাৰ ঠিকনা নাই।

আমি যিখন পালেঙত শুইছিলো সেইখন এতিয়া উদং; কেৱল এখন ঢাৰি পাৰি থোৱা আছে। তোমাৰ হাতৰ মসৃণ পৰশৰ অভাৱত দেউতা থকা ঘৰটোৰ পৰিবেশ অতি দুখলগা হৈ আছে। কেৱল এলবামটো দেউতাই সযতনে ৰাখিছে। দেউতাই শোৱা পালেঙখনৰ গাৰুৰ কাষতে এলবামটো। কিন্তু কি দেখিছিলো জানা? এলবামটোত বিয়াৰ পিছৰ তোমালোকৰ যুগ্ম ফটো এটাও নাই। বোধহয় তুমি এৰি যোৱাৰ পিছত দেউতাই সেইবোৰ আতৰাই পেলাইছে। ছিলঙৰ হ্ৰদৰ পাৰত উঠোৱা তোমালোকৰ বিয়াৰ আগৰ যুগ্ম ফটোটো দেউতাই এলাৰ্জ কৰি আনিছে। ইমান সুন্দৰ ফটোখন। দেখিলে হিংসা লাগি যায়। তুমি ইমান ধুনীয়া আছিলা। তোমালোক ভাই- ভনী যেন লাগে। তাতে আকৌ তোমালোক সচাঁকৈয়ে একে পৰিয়ালৰে। যি কাৰণত তোমালোকৰ বিয়াত যথেষ্ট আপত্তি উত্থাপিত হৈছিল। বিশেষকৈ দেউতাৰ ঘৰৰ ফালৰ পৰা। কিন্তু দেউতাই তোমাক এক প্ৰত্যাহ্বান হিচাপে বিয়া কৰালে আৰু সেয়ে আজি দেউতাক কোনো বংশ পৰিয়ালে খবৰ নলয়।

কিন্তু দুৰ্ভাগ্যৰ কথা তুমি দেউতাক নিৰ্মমভাৱে ত্যাগ কৰি গুচি গ'লা। সেয়ে বোধহয় দেউতাই

অফিচৰ পৰা আহি মদকে জীৱনৰ সংগী হিচাপে লৈছে।

সিদিনাখন তুমি বৰুৱা আংকলক মোক নিবৰ কাৰণে ইয়ালৈ পঠাইছিলা । বৰুৱা আংকলক মই টানকৈ কথা শুনোৱাৰ বাবে হয়তো তুমি বেয়া পাইছা । কিন্তু উপায় নাছিল মা। কথাটো দেউতাই গম নাপায়, পালে হয়তো কোনো দুৰ্ঘটনা ঘটিলহেঁতেন।

দেউতাই যিদিনা পোন প্ৰথমে চকু মেলি চাইছিল মোক হয়তো চিনি পোৱা নাছিল। কিন্তু যেতিয়া জ্ঞান ফিৰি আহিছিল তেতিয়া দেউতাৰ দুচকুৰেদি দুধাৰি চকুলো নামি আহিছিল। যেতিয়া তেওঁ কথা কব পৰা হৈছিল তেতিয়া কি কৈছিল জানা? কৈছিল - মই এতিয়া পাৰিম সোনমা। তুমি এতিয়া যোৱাগৈ। মাৰাই হয়তো তোমাৰ কাৰণে বৈ আছে। মই দেউতাৰ মুখমণ্ডললৈ চাই কি দেখিছিলো জানা? দেউতাৰ অন্তৰৰ কোনো এটা সূক্ষ্ম আঘাটৰ পৰা যেন কথাখিনি বৈ বৈ ওলাই আহিছিল। দেউতাই তোমাক এতিয়াও মনে প্ৰাণে ভাল পায়। তোমাৰ মনত কষ্ট দিয়াটো দেউতাই নিবিচাৰে নহলে তুমি যোৱা সত্বেও দেউতাই তোমাৰ পৰা কোনো দাবী কৰা নাই।

সেইদিনা কেইজনমান ডেকা ল'ৰাই মোক মাৰুতীত উঠাই নিব বিচাৰিছিল। বোধহয় এই দুষ্কাৰ্য্য তোমাৰেই। কিন্তু দেউতাই মেচি দাখন লৈ যেতিয়া আহিল তেতিয়া বীৰ পুৰুষসকল পলাই পত্ৰং দিলে। দেউতাই কেতিয়া যে মেচি দাখন কিনি থৈছে নাজানো। বোধহয় তোমাৰ নিষ্ঠুৰতাই এদিন মোকো অনিষ্ট কৰিব পাৰে বুলি ভাবিয়েই দেউতাই কিনি থৈছে। আৰু কি কৰিছে জানা? জানিলে হয়তো পুলিচে দেউতাক এৰেষ্ট কৰিব। দেউতাই এটা শক্তিশালী বিদেশী পিষ্টল অবৈধ ভাবে ৰাখিছে।

মই জনাত দেউতাতো এনেকুৱা নাছিলং। দেউতাৰ দৰে শান্তিপ্ৰিয় আৰু আপোনভোলা মানুহ এজনেও হাতত মাৰণাস্ত্ৰ তুলি লব পাৰে ভাবিলে আচৰিত হব লাগে। চোৱা মা পৰিবেশে মানুহক কেনে পৰিস্থিতিলৈ ঠেলি দিয়ে।

দেউতাই হয়তো বুজিছে যে তোমাৰ সুবিধাৰ বাবে তুমি নকৰিব পৰা কাম একো নাই। সেয়ে দেউতাই তেওঁৰ জীৱন গলেও মোক তোমাৰ হাতলৈ যাব নিদিয়ে। মোক লৈ খেলা কৰাটো দেউতাই কেতিয়াও সহ্য কৰিব নোৱাৰে। তোমাক দেউতাই যিমান ভাল পাইছিল তাতকৈ বহুগুণে মোক পিতৃ স্নেহেৰে আবৰি ৰাখিব বিচাৰে। আজি দেউতাই মোক একান্ত নিজৰ সন্তান হিচাপে পাইছে। সেয়ে দেউতাৰ আনন্দৰ সীমা নোহোৱা হৈছে।

মই এতিয়া নজনা ছোৱালী হৈ থকা নাই মা।

অহকাণে পহকাণে শুনিছিলো তুমি যেতিয়া অফিচাৰৰ চাকৰি পোৱা তেতিয়া হেনো তুমি সেই বিভাগৰ উৰ্দ্ধতন বিষয়াৰ লগত লেটি-পেটি কৰিহে চাকৰিটো পাইছিলা। আজি মোৰ কবলৈ লাজ নালাগে। বৰ্তমান য'ত চাকৰি কৰা তাতো হেনো গণ্যমান্য বিষয়া, দেশী-বিদেশী পৰ্যটকৰ লগত কলিকতা, দিল্লী, আদিত ফাইভষ্টাৰ হোটেলত ৰাত্ৰি যাপন কৰা। কাজিৰঙা, মানাহ আদিতো পৰ্য্যটকৰ লগত জীৱন উপভোগ কৰা ।

মা, বিশ্ববিদ্যালয়ৰ প্ৰত্যেক ল'ৰা-ছোৱালীয়ে মোক হীন দৃষ্টিৰে চায়, মোক পুতৌ কৰে।

বহুতেই তোমাৰ চৰিত্ৰ মোৰ লগত লেটিয়াব খোজে। মই হেনো তোমাৰ দৰেই হম।

এইটো জানো মোৰ দোষ মা? তুমি কিয় মোৰ জীৱনটোও ধ্বংস কৰিলা? কলেজত পঢ়া ছোৱালী এজনীৰ মাতৃ হৈ তুমি কিয় বব্বা আংকলৰ লগত গুচি গ'লা? মই আজিও বুজা নাই, দেউতাৰ লগত তুমি কিয় সন্তুষ্ট হ'ব নোৱাৰিলা? বব্বা আংকল তোমাতকৈ সাত-আঠ বছৰে সৰু। অথচ তেওঁৰ লগত সংসাৰ কৰিম বুলি গুচি গ'লা। সচাঁকৈ সংসাৰ কৰিম বুলি গৈছা নে আন কোনো তাড়ণাৰ বশবৰ্ত্তী হৈ এনে কৰিছা? মই কি বুজিছো জানা মা? ইউ হেভ্ চাফাৰিং ফ্ৰম নিম্ফমেনিয়া এণ্ড কন্‌কুপাইচেন্স। এনে এটা দিন আহিব হয়তো তুমি বব্বা আংকলকো বাদ দিবা। বহুতৰ মুখত শুনিছো বব্বা আংকলো হেনো তোমাৰ দৰেই। হয়তো বব্বা আংকলে তেওঁৰ কাম আদায় কৰি লোৱাৰ পিছত তোমাক বাদ দিব। তেতিয়া তুমি একেবাৰে অকলশৰীয়া হৈ পৰিবা। চিঞঁৰি চিঞঁৰি মাতিলেও তেতিয়া কোনেও মাকতী লৈ তোমাৰ ওচৰ নাচাপিব।

এই চিঠিখন তোমালৈ লিখিবলৈ বহাৰ আগতে দেউতাই মোক কি কৈছিল জানা?

"সকলো বস্তু বাহানি ঠিক-ঠাক হ'লনে সোণমা?"

"হৈছে দেউতা। কেৱল এটা কাম বাকী আছে।"

" কি কাম?"

" তুমি বেয়া পোৱা নেকি? সেয়ে—?"

" তুমি মই বেয়া পোৱা কাম কোনো দিনে নকৰা সোণমা। তুমি সেই অৱস্থা অতিক্ৰম কৰি আহিছা।"

"হেৰি নহয় দেউতা? এখন চিঠি লিখিম বুলি ভাবিছো।"

" কালৈ?"

" মালৈকে। " ভয়ে ভয়ে মই দেউতাক কৈছিলো।

দেউতাই কি ক'লে জানা?

" তুমি কণমানি হৈ থাকোতে আমাক কম দিগদাৰ কৰিছিলা জানো। বিশেষকৈ মাৰাক। মাৰাই সদায় সেই ঠাণ্ডাৰ ৰাতি মোক মাতিছিল কাৰণ ৰাতিটোত তুমি দুই- তিনিবাৰ পেচাব কৰিছিলা আৰু সেই কাপোৰ কাণিৰ উপৰিও মাৰাৰ চাদৰ-ব্লাউজ আদিও মই সলাই দিবলগীয়া হৈছিলো। মাৰাই কম কষ্ট খোৱা নাছিল তোমাৰ লগত। তেনে মাতৃক বিদায় মূহুৰ্ত্তত এখন চিঠি দিবা তাত কিয় বেয়া পাম সোণমা? মোক সুধিবই নালাগে। তোমাৰ যি মন যায় তাকেই লিখিব পাৰা। মাতৃ সদায়েই মাতৃ।

এই বুলি দেউতা কিছু সময় থমকি ৰ'ল। মই অনুমান কৰিলো দেউতাৰ মাতটো সেমেকি উঠিছে। তাৰ পিছত দেউতাই মনটো ডাঠ কৰি ক'লে- ময়ো এখন লিখি আনিছো । তোমাৰ খামটোতে সুমুৱাই দিবাচোন। দেউতাই চিঠিখন মোলৈ আগবঢ়াই দি ওলাই গ'ল।

চোৱা মা দেউতা কিমান উদাৰ।

মই মোৰ উৎসুক্য ধৰি ৰাখিব নোৱাৰি দেউতাৰ চিঠিখন পঢ়ি চালো।

গুণু, তোমালৈ মোৰ এইখনেই প্ৰথম আৰু শেষ চিঠি। তোমালৈ মই কোনোদিনে চিঠি

লিখিবলগীয়া হোৱা নাছিল, কাৰণ তোমাক মই সক কালিৰে পৰা মোৰ লগত পাইছিলো। মোৰ বা আমাৰ ভুলৰ বাবেই হয়তো আমি দুয়ো একেপথত মিলিত হৈছিলো যাৰ পৰিণাম স্বৰূপে আমি সোণমাক পাইছিলো। কোনো এটা সময়ত তুমি হয়তো তোমাৰ ভুলৰ উপলব্ধি কৰি মোৰ সংস্পৰ্শ বাদ দি গুচি গ'লা। মোৰ কোনো ওজৰ আপত্তি , অভিযোগ তোমাৰ ওচৰত নাই গুণু। আমি এতিয়া স্বাধীন। যিমান সোনকালে মোক পাহৰি যাব পাৰিবা সিমানেই তোমাৰ মংগল।

কিন্তু মই এটা প্ৰশ্নৰ উত্তৰ এতিয়াও নাপালো গুণু। মোৰ কি ভুলৰ বাবে তুমি মোক এৰি থৈ গ'লা? আমি দুয়ো কলেজত পঢ়োতে তুমি কি কৈছিলা তোমাৰ হয়তো মনত নাই, কিন্তু মোৰ আজিও মনত আছে।

" আমি ইমান ওচৰ চাপি অহাটো ভাল হোৱা নাই জান।" ইমান ওচৰ চাপি যোৱা কাৰণেই এই বিচ্ছেদ নেকি গুণু?

ইতি—

তোমাৰ

এসময়ৰ 'জান'।

দেউতাৰ চিঠিখন পঢি মোৰ হাতখন ঠৰঠৰকৈ কঁপিছে মা। তাৰমানে ভাইটি দেউতাৰ ফালৰ নহয়? তুমি কি নীচ? কি ভ্ৰষ্টাচাৰিণী।

মা, আৰু হয়তো তোমাক কোনো দিনে দেখা নাপাম। কাৰণ আমি অহা কালি দিল্লী হৈ টকিঅ'লৈ যাম। দেউতাৰ প্ৰশিক্ষণ আছে। প্ৰশিক্ষণ শেষ হলে আমি আৰু উভতি নাহো। তাৰেই নাগৰিকত্ব লম। নাভাবিবা আমি পলায়ন কৰিব বিচাৰিছো। দেউতাৰ অলপো ইচ্ছা নাছিল। মোৰ প্ৰস্তাৱত শেষতগৈ দেউতা মান্তি হৈছে। কি ঠিক মুহুৰ্ত্তৰ উত্তেজনাত আপোনজনক আনৰ বাহু বন্ধনত দেখিলে দেউতাই হয়তো অঘটন ঘটাই দিব পাৰে। সেয়ে মোৰ নিৰাপত্তাৰ বাবেই হয়তো দেউতা মান্তি হৈছে। যোৱাৰ সময়ত তোমাক এবাৰ দেখা কৰিব পাৰিলে শান্তি পালোহেঁতেন। কিন্তু নোৱাৰিলো।

যদি তোমাৰ প্ৰতি মই কিবা অন্যায় কৰিছো তাৰ বাবে মোক ক্ষমা কৰিবা। বিদায় মা, বিদায়।

ইতি

তোমাৰ সোণমা। **

# অমৃতৰ সোৱাদ

আলোচনীখনৰ এইটো সংখ্যাত প্ৰকাশ হোৱা মোৰ গল্পটো পঢ়ি উঠি মই আলোচনীখন টেবুলৰ ওপৰতে থৈ অফিচলৈ গুচি আহিলো। তাৰাতাৰি হোৱা কাৰণে লুকাই থবলৈ পাহৰিলো। সাধাৰণতে কল্পনাই অৰ্থাৎ মোৰ মানুহজনীয়ে কোনো কিতাপ আলোচনী নপঢ়ে। দিনৰ দিনটো খোৱা-লোৱা, ৰন্ধা-বঢ়া, ল'ৰা-ছোৱালীৰ যত্ন লোৱা ইত্যাদি কামতে তেওঁ ব্যস্ত হৈ থাকে। গধূলি দুইঘণ্টামান টোপনি মাৰিহে ৰাতিৰ সাজৰ কাৰণে সাজু হয়। কিতাপ পঢ়া কামটো তেওঁ একৰকম বিলাসিতা বুলি ভাবে। এসময়ত কিন্তু তেওঁ খুব গল্প উপন্যাস পঢ়িছিল অৰ্থাৎ বিয়া হোৱাৰ আগতে। কলেজত পঢ়ি থাকোতে আমি দুয়ো প্ৰায়েই লাইব্ৰেৰীলৈ গৈছিলো আৰু দম দম কিতাপ আনি পঢ়িছিলো। কিন্তু এতিয়া? কিতাপ দেখিলেই তেওঁৰ টিঙিচকৈ খং উঠে। তেওঁৰ মুখমণ্ডল বিতৃষ্ণাৰে ভৰি পৰে। প্ৰায়বিলাক মাইকী মানুহৰে বিয়াৰ পিছত এনে অস্বাভাবিক পৰিবৰ্ত্তন হয় নেকি নাজানো। কিন্তু তেওঁৰ পৰিবৰ্তনটো চকুত লগাকৈ অস্বাভাৱিক। প্ৰথমতে এবাৰ নে দুবাৰ আলোচনীত মোৰ গল্প প্ৰকাশ হওঁতে তেওঁক কৈছিলো আৰু দেখুৱাইছিলো। কিন্তু তেওঁ যিধৰণে খেং খেঙাই উঠিছিল তাৰ পিছত আৰু নেদেখুওৱা হ'লো।

কাম নাই, বন নাই; এলেহুৱাৰ ভাব বিলাস। বিশফুট তলৰ পৰা বাল্টিৰে পানী উঠাই মৰিছো কুঁৱাৰ পৰা। এটা যে মটৰ বহুৱাব লাগে তাৰ খবৰ নাই। নাই নে নাই একো নাই। জগতৰ কাল্পনিক কথা সোপাই কাৰ কিডাল উপকাৰ কৰিব? হয় ৰান্ধনি ল'ৰা এটা যোগাৰ কৰক, নহয় নিজে ৰান্ধি বাঢ়ি ল'ৰা-ছোৱালীক খুৱাওক। নিকিনা গোলাম পাইছে নেকি মোক?

কথাটো অৱশ্যে নোহোৱা নহয়। মানুহজনীৰ বৰ কষ্ট হয়। তেওঁ চাকৰি নকৰিলে বুলিয়েই মই তেওঁক ইমান কষ্ট দিয়া উচিত হোৱা নাই। এনেকৈ বহুদিন ভাবিছো আৰু কিবা এটা কৰিব লাগিব বুলি মনতে বহুদিন সিদ্ধান্ত লৈছো। কিন্তু কিবা এটা লিখিবলৈ বহিলেই সমস্ত সিদ্ধান্ত বাষ্প হৈ উৰি যায়। এনেকৈয়ে আজি পোন্ধৰ বছৰ আমাৰ যুগ্ম জীৱন অতিবাহিত হৈছে। তদুপৰি কেতিয়াবা মন কৰি কিবা এটা কৰিম বুলি ভাবিলেও মটৰ এটা কিনাৰ বাবে লগা পইচাৰ অভাৱত কামটো হৈ নুঠে। দৰমহাৰ পইচাৰে আমাৰ মাহটো নচলে। গতিকে মই কোনো সমস্যাৰে মুখামুখি হ'ব নোখোজো।

অফিচৰ পৰা গৈ ঘৰ সোমাইছো। আনদিনাৰ দৰে সিদিনাও কল্পনা গেটৰ ওচৰত থিয় হৈ মোৰ কাৰণে অপেক্ষা কৰি আছে , কাৰণ বজাৰৰ পৰা ঘৰ আহি পোৱাত মোৰ দেৰি হৈছে।

ঃ হেৰা! ইয়াত বৈ থকাতকৈ কিতাপ এখনতো পঢ়িব পাৰা।

ঃ আমিহে জানো আমাৰ চিন্তা কিমান? গাত ইমান ডাঙৰ বেমাৰ এটা লৈ ঘুৰি ফুৰিব আৰু মই কিতাপ পঢ়ি বিলাসিতা কৰিম। ল'ৰা-ছোৱালীৰ প্ৰতি কিবা দায়িত্ব আছে জানো?

মোৰ বৰ বিশেষ ডাঙৰ অসুখ নাই। কেতিয়াবা প্ৰেচাৰ উঠে। আজিকালি প্ৰায় মানুহৰে আছে এই বেমাৰ। কোনোবা মৰিব, কোনোবা থাকিব। এইবোৰ স্বাভাৱিক ঘটনা।

বেঙেনা ভজা দুটুকুৰা আৰু শুকান ৰুটি এখন মোলৈ আগবঢ়াই দি চাহকাপ টেবুলত থৈ কল্পনা মোৰ ওচৰতে বহিল। মোৰ চিৰপৰিচিত তেওঁৰ গাৰ বিশেষ গোন্ধটো মোৰ নাকত লাগিলহি। মই সচেতন হ'লো, কাৰণ কোনো বিশেষ কাৰণ নাথাকিলে তেওঁ মোৰ ওচৰতে সাধাৰণতে নবহে। মুখখন অনুজ্জ্বল। কোনো ভূমিকা নকৰাকৈ তেওঁ মোক সুধিলে—

কি লিখিছে সেইসোপা?

ঃ ক'ত কি লিখা দেখিলা?

মই নজনাৰ ভাও ধৰি সুধিলো।

ঃ কিয় আলোচনীখনত?

ঃ তাৰমানে মোৰ গল্পটো পঢ়িছা? মোৰ যে আজি কি আনন্দৰ দিন। তাৰমানে তুমি আকৌ কলেজীয়া জীৱনলৈ উভতি যাব বিচাৰিছা। বেছ। বৰ ভাল পাইছো? হেৰা। হাজৰিকাৰ সেই গানটো মনত পৰিছেনে—আমি দুয়োজনে যে ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰায়েই গুণগুণাইছিলো—

স্নেহে আমাৰ শত শ্ৰাৱনৰ

ধাৰসাৰ বৃষ্টিৰ প্লাৱন আনে . ।

ঃ হৈছে হৈছে। বাস্তৱ অভিজ্ঞতা নাথাকিলে এনে কথা লিখিব পাৰে নেকি কোনোবাই?

কল্পনাৰ মাতটো কৰ্কশ হৈ ওলাই আহিল যেন এক হলাহলহে নিসৃত হৈছে। মই স্তম্ভিত হৈ লাহেকৈ সুধিলো—

ঃ তাৰ মানে—কি কব খুজিছা?

ঃ নিজকে সুধি চা ননচেন্‌। ল'ৰা-ছোৱালী জন্ম দিছ ৰান্ধি বাঢ়ি খুৱাবি। লগত অহা বুলি ভাবিছ নেকি?

এইবুলি কল্পনা চাট্‌কৰে উঠি গৈ বিছনাত বাগৰ দিলে। মই বুজিলো 'আপুনি'ৰ পৰা 'তই' হৈছে যেতিয়া কথা বিষম। অৱশ্যে মই ইতিমধ্যে এনে অপ্ৰীতিকৰ পৰিস্থিতিৰ মুখামুখি হোৱাত অভ্যস্ত হৈ পৰিছো। কলেজত পঢ়ি থাকোতে কল্পনাই বহুদিন মোৰ ওপৰত খং কৰিছিল, কিন্তু তেওঁ কোনোদিনে 'তই' বুলি ব্যৱহাৰ কৰা নাছিল। বিয়া হোৱাৰ পিছত মানুহজনীৰ কিযে হ'ল—খং উঠিলেই 'তই' আৰম্ভ হয়। মই এতিয়াও ভাবি উলিয়াব পৰা নাই—এইটো তেওঁৰ অঘোষিত বিশেষ অধিকাৰ নে মোৰ দৰে অকৰ্মণ্য পইচাপাতি নোহোৱা মানুহ এজনৰ লগত তেওঁ অসুখী হৈছে মই আজিও বুজিব নোৱাৰিলো। ঘটনাটো বুজিবলৈ চেষ্টা কৰিলো। গল্পটোত

দেখোন তেওঁক আঘাত কৰিব পৰা কোনো কথাই নাই। গল্পটো শুৰিবে পৰা এবাৰ ভাবি চালো। গল্পটোৰ সাৰাংশ এনে ধৰণৰ—

দিল্লীৰ অসম হাউচৰ ৯ নম্বৰ কোঠালিটোৰ দুৱাৰখন খুলিবলৈ লওঁতেই বাৰাণ্ডাৰে আগুৱাই অহা মানুহ এজনীয়ে পাছফালৰ পৰা মাত লগালে,

ঃ এক্সকিউজ মি।

মই উভতি চাই দেখিলো সেই বিখ্যাত মানুহজনী। মানে ৰিমা কাকতি। গুৱাহাটীৰ প্রায়বিলাক অঞ্চলতে ৰিমা কাকতিক চিনি পায়। কিন্তু চিনি পাই সেইটো সম্পর্কে সকলোৰে মোটামুটি এটা ধাৰণা আছে। জানিলেও আমাৰ কৰাৰ একো নাই। কাৰণ চহৰৰ আমাৰ দৰে মধ্যবিত্তৰ স্বার্থপৰতাৰ ওচৰত তেওঁৰ কর্মৰ লগত জড়িত ঘটনা বৰ বেছি মূল্যবান নহয়। ৰিমা কাকতি ওখ, ঋজু, মেদহীন, চঞ্চল আৰু উদ্ধত। বয়স ৪০ ৰ ওচৰা-ওচৰি হ'লেও কিন্তু ২৫ বছৰৰ বেছি যেন নালাগে। ৰিমা কাকতি গেজেটেড অফিচাৰ। তেওঁৰ অফিচটো মোৰ অফিচৰ ওচৰতে। মই কোনো কথা কোৱাৰ আগতেই তেৱেঁই মোক সুধিলে—

ঃ অফিচৰ কামত আহিছে নেকি?

ঃ নাই নাই। ব্যক্তিগত কামতহে আহিছো। আপুনি?

ঃ মই আহিছো এখন বিজিনেচ ফাৰ্মৰ লগত এটা বিশেষ কণ্ট্রাক্টৰ কাৰণে।

ঃ কোন নম্বৰ ৰুম আপোনাৰ?

ঃ সাত নম্বৰ। আপোনাক পিছত লগ ধৰিম। গুৱাহাটীৰ এয়াৰড্রমত বহুত বেছি ৰব লগা হ'ল, ফ্লাইট লেট হোৱা কাৰণে। ভাগৰ লাগিছে। এতিয়া গা-পা ধুই ফ্রেচ হৈ লওঁ।

ঃ অকলে আহিছে নেকি?

ঃ নাই অহা। আমাৰ অফিচৰ চুপাৰিন্‌টেন্‌ডেন্টজন আহিছে মোৰ লগত। তেওঁ আজি তেওঁৰ সম্বন্ধীয় মানুহ এঘৰত থাকিব।

ৰুমৰ ভিতৰত সোমাই বাথৰুমৰ পানী গৰম কৰা চুইচটো অ'ন কৰি দিলো। বাহিৰত বিৰাট ঠাণ্ডা। ডিচেম্বৰ মাহ। হো হোৱাই বতাহ বলি আছে। পর্যাপ্ত পৰিমাণৰ গৰম কাপোৰ থকা সত্ত্বেও ঠাণ্ডা হাড় বিন্ধি সোমাই গৈছে।

এঘণ্টামান পিছত গৰম পানীৰে গাটো ধুই ললো। কেন্টিনৰ পৰা চাহ একাপ অনাই খালো। বিছনাত অকণমান দীঘল দি পৰাৰ লগে লগেই ৰিমা কাকতিৰ কথা মনত পৰিল। তেওঁ মোক লগ ধৰিম বুলি কৈ গৈছে। মই তেওঁক কেনেকৈ এৰাব পাৰো তাৰে চিন্তা কৰিলো। মানুহজনী ইমান দুষ্ট আৰু চৰিত্রহীন যে ওচৰলৈ আহিলেই ভয়ৰ সঞ্চাৰ হয়।

ৰিমা কাকতিৰ ভনী তিনিজনী আৰু ভায়েক এজন। তেৱেঁই আটাইতকৈ ডাঙৰ আৰু ভায়েকটো আটাইতকৈ সৰু। দেউতাক হেনো সৰু ভায়েকটোৰ জন্মৰ এদিন নে দুদিন পিছতে

মৰি থাকিল। তেতিয়াৰ পৰাই ঘৰৰ প্ৰায় সমস্ত দায়িত্ব ৰিমা কাকতিয়ে বহন কৰি আহিছে। সেয়ে ৰিমা কাকতি স্বাধীনচিতীয়া বেপৰুৱা আৰু নিৰ্ভীক। ভাল কাম যেনেদৰে নিৰ্ভীকভাৱে কৰিব পাৰে বেয়া কামো তেনেদৰে কৰিব পাৰে।

ভায়েক-ভনীয়েকহঁতৰ দায়িত্ব লওঁতে হয়তো ৰিমা কাকতিয়ে নিজৰ বিয়াৰ কথা নাভাবিলেই। তেওঁৰ পিছৰ দুজনী ভনীয়েকৰ হেনো ইতিমধ্যে বিয়া হৈ গৈছে। মানুহে কয় এই বিয়া দুখনত ৰিমা কাকতিয়ে যথেষ্ট টকা-পইচা খৰছ কৰি মানুহক খুৱাইছে হেনো। ৰিমা কাকতিৰ দুৰ্জেয় সাহস আৰু সংগ্ৰামী দৃঢ়তা দেখি বহুতে তেওঁক পুতৌ কৰে, বহুতে প্ৰশংসা কৰে আকৌ বহুতে হিংসা কৰে, কিছুমানে আকৌ ঘৃণা কৰে। ছোৱালী মানুহ এনেকুৱা হ'ব নাপায়। কিন্তু এতিয়া প্ৰায় সকলোৱেই ৰিমা কাকতিক ভাল চকুৰে নাচায়। এক ব্যভিচাৰিণী বুলি ভাবে। কথাবিলাক অফিচতে শুনো। তেওঁক লৈ বহুতো মুখৰোচক গল্প শুনো। মই সিমান গুৰুত্ব নিদিওঁ। আমিনো কিমান ভাল? ভাল- বেয়া এইবোৰ কিছুমান আপেক্ষিক ধাৰণা, সিও সমাজভেদে এই ধাৰণাৰ পৰিসৰো বেলেগ বেলেগ।

মানুহে কয়, ৰিমা কাকতিয়ে এটা সময়ত তেওঁৰ অফিচৰে চুপাৰিন্‌টেন্‌ডেণ্ট জনাৰ্দন বৰুৱাক নিজৰ কৰি লব বিচাৰিছিল। বৰুৱাইও ৰিমা কাকতিক কথা দিছিল হেনো। পিছে মানুহজন বিবাহিত আৰু তেওঁৰ ঘৈণীয়েকো আছে আৰু দুটা ল'ৰা-ছোৱালীও আছে। এই কথা জানি শুনিও কিয় ৰিমা কাকতিয়ে বৰুৱাক বিয়া কৰাব খুজিছে বুজা নাযায়। অৱশ্যে এটা কথা প্ৰায় প্ৰতিপন্ন হৈছে যে জনাৰ্দন বৰুৱাই যি বিভাগত কাম কৰে তাত বৰুৱাৰ হাতলৈ কোন ফালৰ পৰা কিমান টকা আহে তাৰ হিচাপ বৰুৱাইও হেনো ভালদৰে কব নোৱাৰে। ৰিমা কাকতিৰ দুৰ্বলতাও ঠিক সেইখিনিতেই বুলি আপাততঃ কব পাৰি। নহ'লে যৌৱনৰ পূৰ্ণ শিখৰৰ পৰা অৱৰোহন কৰি স্তিমিত প্ৰায় গতিপথত বিচৰণ কৰা জনাৰ্দন বৰুৱাৰ প্ৰতি ৰিমা কাকতিৰ কি আকৰ্ষণ থাকিব পাৰে? মোৰ অফিচৰ বহুতে এনে ধৰণে যুক্তি দিয়ে।

এটা সময়ত তেওঁলোক দুয়ো বিয়াৰ দিনবাৰ ঠিক কৰি কামাখ্যাত বিবাহ কাৰ্য সম্পন্ন কৰাৰ কথাও ভাবিছিল। পিছে কথাটো হৈ নুঠিল। কাৰণ জনাৰ্দনৰ ঘৈণীয়েকে কথাটো গম পাই ল'ৰা-ছোৱালী হালৰ দ্বাৰা দেউতাকক নিৰস্ত্ৰ কৰিবলৈ সক্ষম হৈছিল। বিয়া নহ'ল যদিও কিন্তু জনাৰ্দন বৰুৱাৰ ৰিমাৰ লগত প্ৰমোদ বিহাৰ কৰা কাম বাদ নপৰিল। আমি অফিচৰ ছুটীৰ পিছত প্ৰায়ে দেখো জনাৰ্দন বৰুৱাৰ মাৰুতিৰ পিছৰ ছিটত সেইজনী ৰিমা কাকতি আৰু গাড়ী চলাইছে জনাৰ্দন বৰুৱাই। হয়তো গন্তব্যস্থান কোনো ফাইভষ্টাৰ হোটেল। আজিও যে ৰিমা কাকতিৰ লগত জনাৰ্দন বৰুৱা অহা নাই তাৰ কি নিশ্চয়তা আছে? ৰিমা কাকতিক এৰাই চলাৰ উদ্দেশ্যৰে মই তললৈ নামি গৈ কেণ্টিনৰ মেনেজাৰক কলো।

ঃ মোৰ অহা দেৰি হ'ব। ৰাতি হ'ব পাৰে। মোৰ মিলটো মোৰ ৰুমত থোৱাবচোন।

তেতিয়া চকু দুটা ডাঙৰ, চুটি চাপৰ আৰু মুখখন তামোলেৰে পূৰ্ণ এজন বয়ৱে কৈ

উঠিল—

ঃ সিগলাখান ভাববা নালগে ছাৰ। আমি আছো নহয়। ময়েই থৈ আহিম। চাবিটো দি গেলি হ'ল চাৰ।

ল'ৰাজন পলাশবাৰীৰ। অলাগতিয়াল কথা বেছি কয় যদিও মোৰ নিজৰ ভাষা তাৰ মুখত শুনি বৰ ভাল লাগিল।

মই থিৰাং কৰিলো বাৰ মান বজাতহে মই উভতি আহিম। দিল্লীত অৱশ্যে বাৰ বজামানে অসমত দহ বজাৰ নিচিনা।

ঘূৰি ফুৰি আহি ভাত খাই উঠিছো মাত্ৰ। এনেতে দুৱাৰত টোকৰ পৰিল। মই সচকিত হৈ কলো—

ঃ ইয়েচ্।

দুৱাৰখন খুলি সোমাই আহিল ৰিমা কাকতি। দেখাত নাইট গাউনটোৰ ওপৰত এখন উলৰ ডাঙৰ শ্বাল।

ঃ মই দুৱাৰো আহিছিলো। আপোনাৰ ৰুম তলা মৰা।

ঃ হয়। মই নাছিলো। কিবা কথা আছে? নিৰ্বিকাৰ হৈ কিছু অসন্তুষ্টিৰ ভাব দেখুৱাই মই সুধিলো।

ঃ নাই নাই। তেনে কোনো কথা নাই। মানে দুই এটা কথা কওঁ বুলি আহিলো। অকলে অকলে ব'ৰ লাগিছে। আই হেভ ফ'মৰ্ড এ বেড হেবিট। আই বিকাম ৰেষ্ট্‌লেচ ইফ আই হেভ টু ষ্টে এলন'। যদি আপুনি ডিচটাৰ্বড্ ফিল কৰিছে তেন্তে উঠো!

ঃ নাই নাই। বহক।

অনিচ্ছাসত্বেও মই সন্মতি জনালো। মইও অফিচাৰ; তেওঁ অফিচাৰ। সন্মতি নিদিলে অভদ্ৰতা কৰা হয়। ৰিমা কাকতিক একমাত্ৰ চকিখন এৰি দি মই মোৰ বিছনাত বহিলো। ৰিমা কাকতিয়ে কোনো ভূমিকা নকৰাকৈ আৰম্ভ কৰিলে—

এসময়ত ময়ো প্ৰগতিশীল চিন্তা-চৰ্চা কৰিছিলো। তেনে আদৰ্শত বিশ্বাসী আছিলো আৰু তেনে যুৱক-যুৱতীৰ লগত লগ লাগি নাটক আদিও কৰিছিলো। নাটকৰ প্ৰতি মোৰ এটা বিশেষ দুৰ্বলতা আছিল, এতিয়াও। কিন্তু আজি মই এক নতুন উপলব্ধিৰ দ্বাৰা উদ্বুদ্ধ হৈছো।

মই ৰিমা কাকতিৰ অবয়বটো এবাৰ মুখৰ পৰা ভৰিলৈকে অৱলোকন কৰাৰ চেষ্টা কৰিলো। ৰিমা কাকতিয়ে মোৰ দুৰ্বলতাত হাত দিয়াৰ চেষ্টা কৰিছে নেকি জুকিয়াই চালো।

ঃ বৰ, মিচ কাকতি। আপোনাৰ এনে কথাৰ অৱতাৰণাৰ অৰ্থ নুবুজিলো।

ঃ মানে আপুনিও হেনো এনে আদৰ্শত বিশ্বাসী। শুনিছো। ক'ৰবাত ক'ৰবাত আপোনাক দেখিছিলোও।

ৰিমা কাকতিৰ তিৰবিৰাই থকা চকুহাললৈ মই লক্ষ্য কৰিলো। কোনো দুষ্ট অভিপ্ৰায় নিহিত আছে নেকি? অস্থিৰ চঞ্চল আৰু আকৰ্ষণীয় চকু যুৰিৰ পৰা যদিও মই কোনো সন্তেদ নাপালো তথাপিও মিচ কাকতিক সুস্থ আৰু সৎ মনৰ অধিকাৰী যেন নালাগিল। হঠাতে এটা উগ্ৰ চেন্টৰ গোন্ধ বতাহত উৰি উৰি মোৰ নাকত লাগিলহি।

ঃ বাৰু কওকচোন—আপোনাৰ কি নতুন উপলব্ধি।

ঃ এটা সময়ত বিভিন্ন ভাষাৰ, বিভিন্ন ধৰ্মৰ, বিভিন্ন জাতিৰ ভাৰতবৰ্ষত মানুহে লগ লাগি যিটো কৰিব সেইটোকে প্ৰগতিশীলসকলে মানি লব লাগিব। অৰ্থাৎ ইট্ উইল বি এ মাষ্ট্ ফ'ৰ দি প্ৰগেছিভ ফ'ৰ্চেচ্। সেইটোও হ'ব তেতিয়া যেতিয়া ভাৰতৰ জনগন বৰ্তমানৰ গণতান্ত্ৰিক প্ৰক্ৰিয়াত ফেড্ আপ হ'ব। তেতিয়ালৈ বহুত দিন বাকী কাৰণ সেই চেচুৰেচন পইণ্ট্ পোৱাৰ প্ৰক্ৰিয়া এতিয়া আৰম্ভ হে হৈছে।

ঃ অৰ্থাৎ প্ৰগতিশীলসকল নহ'লেও পৰিবৰ্তন অৱধাৰিত?

ঃ হয় মই তেনেকৈয়ে ভাবো।

ঃ কিন্তু জনগণক শিক্ষিত কৰিব কোনে?

ঃ ইয়াৰ বাবে কোনো গুৰুৰ দৰ্কাৰ নাই। সংগ্ৰামৰ মাজেদিয়েই জনগণে শিক্ষাগ্ৰহণ কৰিব। গতিকে মোৰ এতিয়া দৰ্শন হৈছে—ইট্ ড্ৰিংক এণ্ড বি মেৰী।

এইবুলি মিচ কাকতি উঠি আহি মোৰ ওচৰতে বহি লৈ কেইখনমান ৰঙীন ফটো মোৰ আগত দাঙি ধৰিলে। মই এখন এখনকৈ চাই গলো। এখন বিজয়ঘাটৰ, এখন তাজমহলৰ, এখন লালকিল্লাৰ, এখন ইন্দিয়া গেটৰ। সুন্দৰ হৈছে ফটো কেইখন। শেষত দেখিলো আন এখন ফটো। মই হতবাক। মাত্ৰ ব্ৰা আৰু একেবাৰে সৰু গেঞ্জী পেণ্ট পৰিধান কৰা সেইজনী ৰিমা কাকতি প্ৰায় উলংগ জনাৰ্দন বৰুৱাৰ কোলাত মূৰটো থৈ ওপৰমুৱাকৈ শুই আছে। ফটোকেইখন তৎক্ষণাৎ তেওঁৰ হাতত দি মই আঁতৰি বহিলো। ইতিমধ্যে ৰিমা কাকতিৰ গৰম উশাহ-নিশাহ মোৰ কাণত লাগিছেহি। মই বুজিলো ৰিমা কাকতি এই মাজনিশা মোৰ ওচৰলৈ উৰ্বশীয়ে অৰ্জুনৰ ওচৰলৈ যোৱাৰ দৰে সাজি কাচি আহিছে। মই ৰিমা কাকতিৰ মুখখনলৈ চালো। দেখিলো ৰিমা কাকতিৰ মুখমণ্ডলত এটা বিশেষ আবেদন। চকু-মুখে এক অবৰ্ণনীয় আকুল ভাবা। মই একেবাৰে দুৱাৰখন খুলি বাহিৰলৈ ওলাই আহিলো। বাহিৰত বিৰাট ঠাণ্ডা। এটা স্বস্তিৰ নিশ্বাস ললো। অসম হাউচৰ চত্বৰীটোৰ ওচৰত কিছু সময় থিয় হৈ থাকি ভাবিলো—ৰিমা কাকতিয়ে হয়তো ভাবিছে কি এটা অপদাৰ্থ, নপুংসকৰ ওচৰত তেওঁ আত্মনিবেদন কৰিবলৈ আহিছিল। ভাবক। তেতিয়াহে মোৰ হুচ আহিল মোৰ মণি বেগটো টেবুলৰ ওপৰত থৈ আহিছো। এহাজাৰমান টকা আছে। কমলৈ উভতি গ'লো। দেখিলো মোৰ মণি বেগৰ টকাখিনি নাই। ভাগ্যভাল বাকীখিনি টকা মোৰ আন্দাৰ পেণ্টৰ পকেটত আছিল। তাৰমানে মিছ ৰিমা কাকতি ইন দি মিন টাইম হেজ বিন কৰ্নভাৰ্টেড টু এ হ'ৰ (**whore**)।

মই কল্পনাৰ ওচৰলৈ গৈ কলো—

হেৰা, তুমিয়েই কৈ থাকা দেখোন, গল্প, উপন্যাস এইবোৰ হেনো এলেহুৱাৰ ভাব বিলাস, অলীক কল্পনা। আজি কিয় বাস্তৱ বুলি ভাবিছা? ৰিমা কাকতি বোলা কোনো ছোৱালীয়ে আমাৰ অফিচকেইটাত নাই। বাস্তৱতা যদি আছে তেন্তে আমাৰ জীৱনৰ ঘটনাৰ লগতে আছে। কিয় আমি হনিমুনত যাওঁতে তুমি কলিকতাৰ অসম হাউচত কি কৰিছিলা? মনত নাই? সেই বাস্তৱতাই মোৰ গল্পৰো বাস্তৱতা।

কল্পনাই গাটো অলপো লৰচৰ নকৰাকৈ গোঙোৰামাৰি বেৰৰ ফালে মুখ দি শুই থাকিল। মই তেওঁৰ গাত হাত দি মাতিবলৈ সাহস নকৰিলো। জানোচা উচাট মাৰি আকৌ এসোপা কেঁচা গালি পাৰে।

গাটো এনেয়ে আজি ভাল নহয়। গালি সোপা খালে হয়তো আকৌ প্ৰেচাৰ উঠিব পাৰে। সেয়ে অলপ মুকলি বতাহ লম বুলি ভাবি বাহিৰলৈ ওলাই আহিলো। গেটখন খুলি বাহিৰ হৈছো মাত্ৰ। এনেতে পাছফালৰ পৰা কল্পনাই মাত লগালো।

ঃ কলৈ যায়?

ঃ নাই। এনেয়ে বাহিৰলৈ যাম বুলি ভাবিছো।

ঃ শুনকচোন।

মই ওচৰলৈ যোৱাত কল্পনাই মিচিকিয়া হাঁহি মাৰি কলে—কিয় চাহ নোখোৱাকৈ যায় নেকি? মোৰ আনন্দই লাগিছে নে বেজাৰেই লাগিছে, গাটো ভালেই লাগিছে নে বেয়াই লাগিছে মই একো কব নোৱাৰা হ'লো। মই জঠৰ হৈ থিয় হৈ থকা দেখি কল্পনাই মোৰ হাতখনত ধৰি মোক ভিতৰলৈ টানি নিলে। তেতিয়া মই অনুভৱ কৰিলো মোৰ মূৰৰ পৰা যেন এসোপা তেজ সৌ সৌকে তললৈ নামি আহিছে। মোৰ ধাৰণা হ'ল যেন মই বহুদিন বাচি থাকিম। ✶✶

# মন নদীৰ পাৰ

সুমন আৰু মই হায়াৰ চেকেণ্ডাৰীত পঢ়া দিনৰ পৰাই বন্ধু। বায়'কেমিষ্ট্ৰিৰ মেজৰৰ প্ৰেকটিকেলৰ সুমন মোৰ পাৰ্টনাৰ। সুমন খুব বুধিয়ক। সুমনহঁতৰ ঘৰৰ অৱস্থা বৰ ভাল মানে প্ৰয়োজনাধিক ধন সম্পত্তি আছে। চহৰত বিৰাট অট্টালিকা। সুমন একমাত্ৰ সন্তান। আমাৰ ঘৰৰ অৱস্থা শোচনীয়। দেউতাৰ অলপীয়া দৰমহাৰে কোনো মতে চলি থাকো। দখল কৰা মাটি এডোখৰত আমাৰ সাধাৰণ এটা ঘৰ। আমি ভাই-ভনী তিনিজন। মইয়ে ডাঙৰ। সুমনৰ দেউতাকে অনিয়ম কৰি হেনো বহুত টকা উপাৰ্জন কৰে। মানুহে সমালোচনা কৰে। সুমনক মই বয়ফ্ৰেণ্ড হিচাপে লৈছো সিও মোক নিজৰ ভনীৰদৰে মৰম কৰে। মেজৰৰ কিতাপ মই প্ৰায়েই সুমনৰ পৰা আনো, পঢ়ি ওভোতাই দিওঁ। কিন্তু লাহে লাহে অনুভৱ কৰিলো সুমনে তাৰ কিতাপবোৰ লাগে বুলি লোকোৱা হৈছে। সুমনে এটা অন্য ছেট কিনিছে নেকি? নে সি পঢ়াৰ প্ৰতি উদাসীন হৈছে?

এদিন বুদ্ধি কৰি মই সুমনৰ আলমাৰিটো খুলি চাব খোজোতে সুমনে মোক বাধা দি ক'লে—

ঃ বুজিছো। মই দিয়া কিতাপবোৰ ওভোতাই ননা কাৰণে সন্দেহ কৰিছা। তোমাৰ চেণ্টিমেণ্টত লাগে বুলি ভাবিয়েই মই কোৱা নাছিলো। মই এটা নতুন ছেট কিনিছো। দেউতাৰ ইমানবোৰ ধনসম্পত্তি কোনে খাব? ফাওঁতে উপাৰ্জন কৰা ধন?

ঃ কি কৈছা সুমন? দিচ্ টাইপ অব এটিচুড ইজ ভেৰি ডেন্‌জাৰাচ্ টু ইয়ৰ লাইফ্। এক্সকিউজ মি সুমন, মই তোমাৰ পাইভেচিত হস্তক্ষেপ কৰিছো।

ঃ সেয়া হলাই নহয় চেণ্টিমেণ্টেল। ইমান চেণ্টিমেণ্টল ছোৱালী এজনীক মই যে কেনেকৈ বন্ধু কৰি ললো?

এই বুলি সুমনে কথাটো পাতল কৰি দি হোঁ হোঁৱাই হাঁহি দিলে। মই অলপ ক্ষুণ্ণ হলো। সুমনৰ জীৱনতয়ে এটা পৰিবৰ্ত্তন আহিছে সেইটো ভাবি মই গম্ভীৰ হৈ পৰিলো। আজি প্ৰায় পাঁচ বছৰৰ চিনাকি সুমনক মই এটা অন্য ৰূপত দেখিলো।

ঃ কি হ'ল চুমী? ইমান গম্ভীৰ কিয়?

ঃ সুমন, তুমি মোক মিছা কথা কৈছা। তুমি আজিকালি প্ৰেক্টিকেলত ভুল কৰা। মইহে শুধৰাই দিব লাগে। মনত পেলোৱাচোন আগতে মোৰ ভুল হলে তুমি কিমানদিনে মোক ধমকি দিছিলা। এতিয়া কিয় এনে হৈছে?

সুমনে কোনো উত্তৰ নিদি মোৰ ওচৰলৈ আহি মোৰ দুয়ো বাউসীত ধৰি জোকাৰি

দি মোৰ সোঁহাতখনত চুমা এটা খাই ক'লে—খং উঠিলে তোমাক বৰ ধুনীয়া দেখায়। অহাকালি আহিবা তোমাক নতুন ছেট্‌টো দেখুৱাম। ড'ণ্ট বি চিৰিয়াচ্। গ' এজ ইউ লাইক। আৱাৰ লাইফ ইজ ভেৰি চৰ্ট। এক্সট্ৰিম্‌লি চৰ্ট।

সুমনলৈ চাই উপলব্ধি কৰিলো সুমনৰ অৱস্থানৰ ক'ৰবাত ছন্দপতন হৈছে।

ঃ সুমন। হায়াৰ ছেকেণ্ডাৰীৰ প্ৰেক্টিকেলত যিজন সুমনক পাইছিলো—সেইজন সুমন হৈ থাকিব নোৱাৰানে?

এইবুলি সুমনক কোনো কথা কোৱাৰ সুবিধা নিদি মই ওলাই আহিলো।

খং আৰু অভিমানত মই পিছদিনা সুমনহঁতৰ ঘৰলৈ নগলো। মই মোক উভতি চোৱাৰ সময় হৈছে নেকি জুকিয়াই চালো। আমাৰ দৰে অৱস্থাহীন মানুহৰ ছোৱালী হৈ সুমনৰ লগত বন্ধুত্ব কৰাত ক'ৰবাত ভুল হল নেকি?

দুদিন পিচত সুমনে ফোন কৰিলে।

ঃ কি হ'ল চুমী? নাহিলাদেখোন? অভিমান কৰি মুখ ওফোন্দাই বহি আছা। ইমান সৰু সৰু কথাবোৰত লাগি থাকা তুমি? কি জানা তুমি এনে কৰিলে মোৰ বৰ ভাল লাগে। তোমাক বেচি নিজৰ যেন লাগে।

ঃ হৈছে হৈছে লেক্‌চাৰ মাৰিব নালাগে। পৰীক্ষা আহিছে। পঢ়া। মোতকৈ ৰিজাল্ট বেয়া হয় যদি তোমাক আন্দাৰএষ্টিমেট কৰি বহি থাকিম। তেতিয়া মোক নিজৰ যেন লাগে নে বেলেগৰ যেন লাগে বুজি পাবা।

ঃ আঁকৰী। ওৱাৰ্নিং দিছা নেকি? বাঃ মোৰে জীৱনৰে সখা কৃষ্ণ, কি সুৰে বজাব বেণু।

ঃ ইম্মান চেলো তুমি?

ঃ হব হব। আজি আহিবাচোন myxoedemaৰ ওপৰত আলোচনা কৰিম। মোৰ ভালকৈ ক্লিয়াৰ হোৱা নাই। আহিবা নে নাই কোৱা।

ঃ আজি নোৱাৰিম। মই ব্যস্ত আছো।

মই অলপ এৰোগেণ্ট কাৰণে সুমনে প্ৰায়ে মোক আঁকৰী বুলি জোকায়। প্ৰথমতে অলপ খং উঠিছিল। এতিয়া কোনো প্ৰতিক্ৰিয়া নহয়। বৰং ভালহে লাগে।

মই ইচ্ছা কৰিয়েই নগলো। বি এচ চি. ফাইনেল পৰীক্ষালৈ এমাহো নাই। থিয়ৰিখিনি পঢ়ি শেষ কৰিব লাগে। প্ৰেক্টিকেল কেতিয়াবাই শেষ হ'ল। কেইদিনমান সুমনৰ লগত দেখা সাক্ষাৎ হোৱা নাই।

এদিন গধূলি সাতমান বজাত জু-নাৰেঙ্গী ৰোডৰে খোজ কাঢ়ি গৈ আছো মাহীহঁতৰ ঘৰলৈ। গীতা মন্দিৰ পোৱাৰ আগতে হঠাতে দেখিলো ৰাস্তাৰ বাওঁফালৰ এটা সৰু বাইলেনেৰে পাহাৰৰ ওপৰলৈ খোজ কাঢ়ি আগুৱাই গৈ আছে সুমন। লগত দুজন ল'ৰা আৰু দুজনী ছোৱালী।

কৌতুহল ৰখাব নোৱাৰি মই ৰৈ গ'লো লক্ষ্য কৰিলো এজনী মোৰ ক্লাচ মেট জোনালী। বাকী কাকো চিনি নাপাওঁ। মই দেখিলো মোৰ কাষতে সুমনহঁতৰ মাৰুতিখন ৰখাই থোৱা আছে। তাৰমানে সুমনে সিহঁতক গাড়ীৰে লগত লৈ আহিছে। কিন্তু কিয়? এই গধূলি সুৰসুৰীয়া ৰাস্তাৰে পাহাৰৰ ওপৰলৈ কলৈ যায় সিহঁত? সুমনেতো মোক কোনোদিন কোৱা নাই তেওঁলোকৰ সম্পৰ্কীয় মানুহ তাত আছে বুলি। তাৰমানে সুমন এক অন্য জগতৰ বাসিন্দা হৈ পৰিছে নেকি? হয়তো কক্ষচ্যুত পপীয়াতৰা। কিয় জানো সুমনৰ ওপৰত এক তীব্ৰ ঘৃণা উপজিল। মোৰ বিশ্বাস ভাঙিচিঙি চুৰমাৰ হৈ গ'ল। মই বেগাবেগিকৈ মাহীহঁতৰ ঘৰলৈ খোজ দিলো।

ৰাতি ঘৰত মোক এক সাংঘাতিক ধৰণৰ বিশ্বাসভংগতাই আবৰি ধৰি বিহ্বল কৰি তুলিছে। কিতাপৰ ওচৰলৈ গলেই সেই পাহাৰৰ সুৰসুৰীয়া ৰাস্তাটোলৈ মনত পৰে। ভাবিলো সুমনৰ কিতাপবোৰ ফিৰাই দি আহিম। কি দৰ্কাৰ এনে আত্মসংযমহীন ভোগবিলাসী ল'ৰা এজনৰ লগত বন্ধুত্ব কৰাৰ? মায়ে ঠিকেই কৈছিল, চুমী, তই ভুল কৰিছ সুমনৰ লগত বন্ধুত্ব কৰি। তহঁতৰ এই বন্ধুত্ব বেচি দিন নাথাকে। সময়ত বুজিবি। এক বিতৃষ্ণাই মোক অস্থিৰ কৰি তুলিলে। নাই ইয়াতেই সমাপ্তি কৰা ভাল। কিন্তু ভাবিলেই দেখোন কেনেবা কেনেবা লাগে। ভাবিছো যদিও ক'ৰবাত যেন সুমনৰ প্ৰতি মোৰ অকণমান মোহ আছে।

ৰাতি এঘাৰ বাজিল। মই পঢ়িব নোৱাৰি ছটফটাই আছো। এনেতে ফোনটো বাজি উঠিল।

ঃ হেল্লো।

ঃ চুমী নেকি?

ঃ হয়।

ঃ তই মাতটো বুজা নাই নেকি? নে কিবা কল্পনাৰ জগতত বিচৰণ কৰি আছ? মই জোনালী। পি চি অ'ৰ পৰা কৈছো।

ঃ ক' ক'। ভালে আছ? পঢ়াত ব্যস্ত নেকি? ইমান ৰাতি যে ফোন কৰিবলৈ ওলাই আহিছ?

ঃ হৈছে দে মোৰ পঢ়া। তহঁতৰ দৰে পঢ়া শুনাই ভাল হোৱা হলেতো কথাই নাছিল। আজি মোৰ এটা নতুন অভিজ্ঞতা হৈছে।

ঃ নতুন অভিজ্ঞতা?

ঃ আজি গধূলি। তই আকৌ ভুলি নুবুজিবি। সুমনৰ লগত এঠাইলৈ গৈছিলো।

ঃ তাতে কি হ'ল?

ঃ সেইয়া তোৰ খং উঠিলেই নহয়। সুমনক লাইফ-পাৰ্টনাৰ কৰি নলওঁ দে। সুমনৰ প্ৰতি তোৰ কৰণীয় থকা কাৰণেহে তোলৈ ফোন কৰিছো।

ঃ মানে?

ঃ শুন। কথাটো অতি চিৰিয়াছ। সুমনহঁতে পাহাৰৰ ওপৰত এটা সৰু ৰুম ভাৰালৈ লৈছে। মই ধাৰণা কৰিছো সিহঁত সদায় তালৈ যায়। আজি মোক আৰু কস্তুৰীকো লগত লৈ গৈছিল।

ঃ অৰ্থাৎ প্ৰাণ উজাৰি সুমনহঁতৰ বাহু বন্ধনত মৰমৰ উম লৈ সমস্ত ভোগ কৰি আহিলি? নহয় জানো? চিঃ লাজ নালাগিল এইবিলাক কথা কবলৈ? কি ব্যাভিচাৰিণী তহ'ত?

ঃ ৰহচোন। তই মোৰ কথাখিনি শুন। পিচতো মোৰ চৰিত্ৰ সমালোচনা কৰিবি। কি জান? সুমনহঁতে ড্ৰাগ্‌চ লয়। কস্তুৰীযেও।

ঃ ড্ৰাগ্‌চ লয়? মই কাণেৰে একো নুশুনা হ'লো।

ঃ কি হ'ল চুমী? ইমানপৰ মৌন হৈ আছ যে? জানো তই খুব দুখ পাবি কথাটো শুনি। কিন্তু তোৰ দায়িত্ব আছে। কি জান? সিহঁতে এটা চিৰিঞ্জেৰেই নিজে নিজে ড্ৰাগ্‌চ ইনজেক্ট কৰে। কস্তুৰীয়েও। লগতে দামী এলকহল। মোকো জোৰ কৰি সুমনৰ বন্ধু এজনে দিব খুজিছিল। মই কিন্তু পট্‌কৈ ওলাই দৌৰাদৌৰিকৈ ঘৰলৈ গুচি আহিছো। মোৰ বৰ ভয় লাগি আছে চুমী। মোৰ কিবা অন্যায় কৰে নেকি সিহঁতে। সুমন তোৰ বন্ধু কাৰণেহে তোৰ বিশ্বাসতে তালৈ গৈছিলো। তই জানই আমি কি কষ্ট কৰি চলো। মাই মোক কি যমৰ যাতনা খাই পঢ়ুৱাইছে। দেউতা থকা হলে হয়তো আমি ইমান কষ্ট খাব নালাগিলহেঁতেন।

ফোনত মই জোনালীৰ কান্দোনৰ উচুপনি শুনিলো। মই কোনো কথা কোৱাৰ আগতেই জোনালীয়ে ফোনটো থৈ দিলে। মই এতিয়াহে বুজিলো সুমনে তাৰ আলমাৰিটো মোক কিয় চাবলৈ দিয়া নাছিল। তাৰমানে সুমন কেতিয়াবাৰ পৰাই অভ্যস্ত। গোটেই ৰাতিটো মই ছটফটাই থাকিলো। কি লাগে সুমনক? কিহৰ অভাৱ তাৰ? চেক্স এনজয়মেণ্ট? ওহো সেইটোতো মই কেতিয়াও উপলব্ধি কৰা নাই। মোকতো কোনোদিনে সুমনে এনে প্ৰস্তাৱ দিয়া নাই নতুবা বেয়া ইংগিতো দিয়া নাই। তেন্তে কিহৰ তাড়নাত সুমন আজি ড্ৰাগ্‌চ এডিক্ট। চেক্স এন্‌জয়মেণ্ট অবদমনৰ ফলত সুমনে তাৰ নিজৰ অজ্ঞাতে এনে ৰাস্তাত ভৰি দিছে নেকি? নে নতুনত্বৰ সোৱাদ নে অৰ্থ উপাৰ্জনত দেউতাকৰ নৈতিকতাৰ স্খলন? কোনটো? মই এক মানসিক দ্বন্দ্বত পীড়িত হৈ পৰিলো।

ৰাতিপুৱা সুমনহঁতৰ ঘৰলৈ গলো। বাহিৰত মোক দেখি সুমনে মাত লগালে।

ঃ আহা আহা। তুমি আহিবা বুলি জানো। কিন্তু ইমান সোনকালে আশা কৰা নাছিলো।

মই পোনে পোনে সুমন পঢ়া কোঠালৈ সোমাই গলো। সুমন মোৰ পিচে পিচে আহি মোৰ গালখনত টোকৰ মাৰি ক'লে—আজি দেখোন গাল-মুখ টিক্‌টিকীয়া ৰঙা হৈ আহিছে।

ঃ তোমাৰ ফটুৱামি এৰা।

মোৰ যেন কি হ'ল। ঘন ঘনকৈ কোঁপাবলৈ ধৰিলো যেন মোৰ হৃৎপিণ্ড বন্ধ হৈ যাব।

ঃ বুজিছো চুমী। তোমাক জোনালীয়ে কৈছে আৰু সেই উদ্দেশ্যেৰে মই জোনালীক তালৈ লৈ গৈছিলো। নহলে হয়তো মই কোনোদিনেই তোমাক মুখামুখিকৈ কব নোৱাৰিলো

হয়।

ঃ কিন্তু কিয়? কিয় তুমি মোৰ পৰা কথাবোৰ লুকাই ৰাখিছা? মই জানিলে তোমাৰ কি অসুবিধা হয়?

ঃ এতিয়া সেইবোৰ যাবলৈ দিয়া চুমী। কোন দুৰ্বল মুহূৰ্তত মই কেনেকৈ আসক্ত হলো গমেই নাপালো। প্ৰথমতে কি যে ৰোমাণ্টিক ৰোমাণ্টিক লাগিছিল?

ঃ তুমি বায়'কেমেষ্ট্ৰিৰ ছাত্ৰ। নাজানা এই ড্ৰাগ্‌চবোৰৰ পৰা আল্‌টিমেট ৰিজাল্ট কি আহিব পাৰে?

ঃ সকলো জানো চুমী। কিন্তু এবাৰ আমেজ পোৱাৰ পিচত ইয়াক বাদ দিয়া সম্ভৱ নহয়। অৱশ্যে যাৰ ষ্ট্ৰাগ'ল ফৰ্ চাৰ্ভাইভেল আছে সিহঁতে এই আমেজ কেতিয়াবা পালেও তাৰ মাদকতা উপভোগ কৰিব নোৱাৰে। যেনেকৈ তুমি নোৱাৰা জোনালীয়ে নোৱাৰে।

মই সুমনৰ ওচৰলৈ গৈ সুমনৰ মুখামুখিকৈ থিয় হলো। সুমনক বহাৰ পৰা থিয় কৰাই মোৰ একেবাৰে ওচৰলৈ টানি আনি সোঁহাতখন আগবঢ়াই দি কলো—

ঃ সুমন। প্লিজ এবাৰ।

ঃ কিয় চুমী?

ঃ প্লিজ সুমন খোৱাচোন।

ঃ তাৰমানে আজিৰ পৰা তুমি মোৰ লগত সম্পৰ্ক ছেদ কৰিব খুজিছা? জানিছো তোমাৰ অন্তৰাত্মাত মোৰ প্ৰতি তীব্ৰ ঘৃণা উপজিছে।

ঃ ন' ন' সুমন। ড'ণ্ট্ চে লাইক ডেট্। পৃথিবীৰ সকলোকে ঘৃণা কৰিলেও তোমাক কৰিব নোৱাৰো। তোমাক ঘৃণা কৰা মানে মোক নিজকে ঘৃণা কৰা।

ঃ এইয়া কি কৈছা চুমী। চাওঁ দিয়া।

এইবুলি সুমনে মোৰ হাতখন তাৰ হাতত আলফুলকৈ তুলি ধৰি হাতত চুমা এটা খাই ক'লে—তুমি জানা মোৰ কোনো বাইভনী নাই। তুমিয়েই মোৰ বাইদেউ, গাৰ্লফ্ৰেণ্ড আৰু ভনী।

কিয় জানো হঠাতে মই দুৰ্বল হৈ পৰিলো। মোৰ অৱস্থাটো অতি তৰল হৈ পৰিল। মই সুমনৰ বুকুৰ মাজত সোমাই পৰিলো। তাক কলো—এতিয়া কোৱা এই বদ অভ্যাসবোৰ এৰি পেলাম বুলি। কোৱা। সুমনে তাৰ আঙুলি মোৰ চুলিৰ মাজেৰে বুলাই বুলাই ক'লে—আঁকৰী। এইয়া চোৱা। আজিৰপৰা এৰিলো। এইবুলি সুমনে নিজৰ কাণ দুখনত ধৰিলে। এনেতে সুমনৰ মাকৰ মাত শুনিলো সিটো কোঠাৰ পৰা।

ঃ সুমন।

ঃ কি মা?

ঃ চুমী আহিছে নেকি?

ঃ ওঁ

ঃ চুমীক মই মাতিছো বুলি ক'চোন।

মই পট্‌কে সিটো কোঠালৈ গ'লো।

ঃ কি খুৰীদেউ? কিয় মাতিছে?

ঃ আহাচোন।

খুৰীদেৱে মোক তেওঁৰ শোৱা কোঠালৈ লৈ গ'ল।

ঃ বহা। মই সুমন আৰু তোমাৰ কথাবোৰ শুনি আছিলো। জানা সুমনে আমাৰ দুয়োৰো কথা নুশুনে। আমি কিবা কলেই খেংখেঙাই উঠে। কি হৈছে তাৰ? ইমান টকা কি কৰে সি? দেউতাকেও মৰমতে যেতিয়াই যি বিচাৰে নিঃসংকোচে দি দিয়ে। কিমানদিন দেউতাকক কৈছো—হিচাপী হওঁক। নহলে ল'ৰা জহন্নামে যাব। যিটো সন্দেহ কৰিছিলো সেইটোৱে হ'ল। আমি কাক লৈ জীয়াই থাকিম? কি দৰকাৰ ইমানবোৰ টকা পইচাৰ?

খুৰীদেউ হঠাতে নিমাত হৈ পৰিল। আঁচলেৰে চকুপানীখিনি মচি নাকৰ পানীখিনি আঙুলিৰে চেপি পেলাই দিলে।

ঃ ৰবচোন খুৰীদেউ। ইমান দুৰ্বল হব নালাগে। এতিয়াও সময় আছে। সুমনে মোক কথা দিছে নহয়।

ঃ চুমী। তুমিয়েই কিবা এটা কৰিব পাৰিবা। আমাক বচোৱা চুমী।

এইবুলি খুৰীদেৱে মোৰ চকুলৈ চালে যেন মোৰ চকুত প্ৰতিশ্ৰুতি আছে। মই খুৰীদেউৰ পৰা বিদায় লৈ ওলাই আহোতে সুমনে বাৰান্দাতে ক'লে—সঁচাকৈয়ে এজনী চাৰ্টিফাইড্‌ ভনী পাই গ'লো।

ঃ ভনী নহয়। বাইদেউ। বাইদেৱে কৈছো—ভালকৈ পঢ়া। নহলে পিঠিত বেত লগাম।

সুমনে মোৰ কথাত হাঁহি দি ক'লে—কোনে কয় মই অকলশৰীয়া? মই আৰু মোৰ ছাঁ. . .।

ঃ ফটুৱা। সময় আহক ৰবা। ফটুৱামি কিমান দিন থাকে? মইয়ো হাঁহি হাঁহি শুচি আহিলো।

এসপ্তাহমান সুমনহঁতৰ ঘৰলৈ যোৱা নাই। মই পৰীক্ষাৰ প্ৰস্তুতিত ব্যস্ত। বি.এচ.চি. পাছ কৰিয়েই কিবা এটা যোগাৰ কৰিব লাগিব। ৰিজাল্ট ভাল নহলে ভবা কথা ভবাতে থাকিব। কেইদিনমান আগতে এটা মেডিচিন কোম্পানীৰ লগত যোগাযোগ কৰিছিলো, তেওঁলোকে বি.এচ.চি. পাচ কৰাৰ পিচতহে মাতিছে। মা হাঁপানী ৰোগী। ভাই-ভনী দুয়োকে মইয়েই পঢ়াব লাগিব কাৰণ দেউতাৰ চাকৰি এবছৰো নাই। ৰাতি মাৰ লগত ভেন্দাইলতাৰ পাত খেতেলাই বস উলিয়াই আঞ্জা ৰন্ধাৰ প্ৰস্তুতি কৰি আছো। এনেতে ফোনটো বাজি উঠিল।

ঃ হেল্লো।

ঃ চুমী নেকি? মই সুমনৰ মাকে কৈছো।

ঃ অঁ’ খুৰীদেউ। কওঁকচোন।

ঃ তুমি এবাৰ আমাৰ ঘৰলৈ আহিব পাৰিবা নেকি?

ঃ খুৰীদেউ কিবা চিৰিয়াছ কথা নেকি?

ঃ আহাচোন ইয়াতে কম। আহা যদি গাড়ী পঠিয়াই দিওঁ।

ঃ সুমনে গাড়ী লৈ আহিব নেকি? নে সুমন পঢ়াত ব্যস্ত?

ঃ সেইবোৰ পিচতো কম। আমাৰ ড্ৰাইভাৰ যাব।

ঃ যাম বাৰু।

মই পোনে পোনে খুৰীদেউৰ ৰুমটোলৈ সোমাই গৈ সুধিলো—

ঃ কি কথা খুৰীদেউ?

ঃ আজি তিনিদিন ধৰি সুমনে পঢ়া-শুনা কৰা নাই। খাবলৈও মন নকৰে। কেৱল মন মাৰি থাকে। এবাৰ উঠিব এবাৰ শুব। হামি মাৰি থাকে। কি হৈছে সুধিলেও নকয়। ডাক্তৰৰ ওচৰলৈ নিবলৈ খুজিলেও খেংখেঙাই উঠে। কয় কি জানা—মোৰ বেমাৰ ডাক্তৰে ভাল কৰিব নোৱাৰে।

খুৰীদেউক এৰি মই সুমনৰ ওচৰলৈ গলো।

ঃ কি সুমন শুই আছা দেখোন? পৰীক্ষালৈ আৰু কেইদিন আছে।

ঃ বাইদেউ হে আহিছা নে চুমী হে আহিছা? এই বুলি সুমনে এটা ম্লান হাঁহি মাৰিলে।

ঃ কি হৈছে তোমাৰ। এনেখন কৰি আছা যে?

ঃ বহাচোন কথা আছে। মই চকীখনত নবহি সুমনৰ বিচনাত তাৰ কাষতে বহিলো।

ঃ কি কথা আছে। মেচিউৰ্ড ল’ৰা এজন এনেদৰে হতাশ হৈ থাকিব লাগে নেকি? ক’ত গ’ল তোমাৰ চঞ্চল যৌৱন? উদাত্ত পৌৰুষ?

ঃ সঁচাকৈয়ে ৰোমাঞ্চিত কৰিব পৰা তোমাৰ ক্ষমতা অসাধাৰণ। শুনা। আই এম চাফাৰিং ফ্ৰম নাৰ্ভাছ দিচ্‌ফাংচনিং। মই এক তীব্ৰ দ্বন্দ্বত ভূগী আছো।

ঃ কিন্তু কিয়? হঠাতে এনেধৰণৰ এব্‌নৰ্মেলিটি।

ঃ জানা, তোমাৰ কাৰণে মোৰ এই এব্‌নৰ্মেলিটি।

ঃ মোৰ কাৰণে? মই কি কৰিলো?

ঃ চোৱা চুমী? তুমি চকীত বহিব লাগে; মোৰ কাবত বহিছা। মোৰ হাতখনত তোমাৰ হাতখন থৈছা। কিয়?

ঃ হয় নেকি?

এইবুলি মই বিছনাৰ পৰা উঠিব খোজোতে সুমনে মোক জোৰকৈ বহুৱাই দিলে।

ঃ আঁকৰী। এইজনীক একো কব নোৱাৰি।

ঃ কি কৈছা তুমি? ভালকৈ নোকোৱা কিয়?

ঃ শুনা। তোমাৰ মৰমৰ দাবীত হঠাতে মই ড্ৰাগচ্ বাদ দিলো। ফলত মোৰ এই অৱস্থা। একো কৰিবলৈ মন নাযায়। পঢ়িবলৈ মন নাযায়, কথা কবলৈ মন নাযায়, খাবলৈ মন নাযায়। অৰ্থাৎ মোৰ nerve system-টোৰ ব্ৰেকডাউন হৈছে।

ঃ কিন্তু তোমাৰ পৰীক্ষা?

ঃ হয়তো পিচলৈ ঠিক হৈ যাব পাৰে। এতিয়াই কোৱা টান। পৰীক্ষা দিবলৈ গলেও হয়তো প্ৰস্তুতি নোহোৱাকৈ যাব লাগিব।

ঃ তেন্তে সুমন কি কৰিবা? মোৰ কাৰণে তোমাৰ পৰীক্ষা বেয়া হোৱাটো মই নিবিচাৰো। তুমি যি ভাল দেখা তাকেই কৰা।

ঃ এটাই উপায় আছে চুমী। মই এনে ঔষধ খাব লাগিব যি nerve stimulant আৰু এনে ড'জ হব লাগিব যিটোৱে মোৰ নাৰ্ভ অপ্তিমাম লেভেললৈ নিব পাৰে।

ঃ তাৰমানে তুমি আকৌ ড্ৰাগচ্ সেৱন কৰিব লাগিব? কৰা। কিন্তু পৰীক্ষা যোৱাৰ পিচত বন্ধ কৰিব লাগিব। পৰিবা নে নোৱাৰা? কথা দিয়া।

ঃ চাওঁ। তোমাৰ কথা ৰাখিব পাৰো নে নোৱাৰো।

গাড়ীৰ পৰা নামি ঘৰত সোমাওঁতে হঠাতে চিন্তা আহিল। ভাল কৰিলো নে সুমনৰ সৰ্বনাশ কৰিলো। এটা বিপদৰ পৰা ৰক্ষা কৰি আন এটালৈ সুমনক ঠেলি দিলো নেকি? পৰীক্ষাৰ দুদিনমানৰ আগতে সুমনে মোলৈ ফোন কৰিছিল। তাৰ স্বাস্থ্য পাতিৰ খবৰ ললো। পঢ়িব পাৰিছে বোলে। সুমনে মোক বেষ্ট অব লাক দিলে আৰু ময়ো তাক দিলো। পৰীক্ষা আমি ভালে ভালে দিলো। সুমনৰ চেহেৰাটো সিদিনাতকৈ ভাল দেখিলো। তাৰ পৰীক্ষা ভাল হৈছে বুলি কলে। থিয়ৰি আৰু প্ৰেক্টিকেল দুয়োটাই। মোৰহে অৱশ্যে ভবাৰ দৰে নহল।

তাৰপিচত গতানুগতিকতাৰ মাজত সোমাই পৰিলো। পৰীক্ষা দি উঠিয়েই সুমন দিল্লীলৈ গ'ল। তাতে এম.এচ.চি. পঢ়াৰ ব্যৱস্থা কৰিবৰ কাৰণে। যাওঁতে মই সুমনক ওৱাৰ্নিং দিছিলো যাতে সি ড্ৰাগচ্ এৰি দিয়ে। ৰিজাল্ট নিদিয়ালৈকে কেইটামান টিউচন যোগাৰ কৰিলো। নাইন-টেনৰ ল'ৰা-ছোৱালীক বিজ্ঞান পঢ়াব লাগে। মাজে মাজে সুমনৰ পৰা চিঠি পাওঁ; ময়ো উত্তৰ দিওঁ। ফোনতো কথা হওঁ। সুমনেই ফোন কৰে। পিচলৈ উপলব্ধি কৰিলো লাহে লাহে সুমনে চিঠি দিয়া, ফোন কৰা কমাই দিছে। ফোনত মই সুমনক টানকৈও কৈছো প্ৰতি সপ্তাহত এবাৰকৈ ফোন কৰিবা। কিন্তু সি বৰ বেচি উৎসাহিত হোৱা যেন নালাগিল।

পৰীক্ষাৰ ৰিজাল্ট দিলে। সুমন ফাৰ্ষ্ট ক্লাচ চেকেণ্ড হৈছে। মই কোনোমতেহে ফাৰ্ষ্ট ক্লাচ

পাইছো।

ফোনতে সি মোক congratulation দিলে। ময়ো বিনিময় কৰিলো। সি ক'লে— এতিয়া মোক বেত দিবা নে অন্য কিবা দিবা? মই উত্তৰ দিলো—কিয় মোৰ সোঁহাতখন নাই জানো? ঘৰলৈ আহিলে মোক লগ ধৰি যাবা।

মই ইতিমধ্যে লগ কৰা মেডিচিন কোম্পানীটোত সোমাই পৰিলো। আমাৰ অৱস্থাৰ তুলনাত পইচা ভাল দিয়ে। এম.এচ.চি. পঢ়াৰ কথা বাদ দিলো। পইচা গোটাই লওঁ। পিচতো পঢ়িব পাৰিম। দেউতাই কিন্তু মানা কৰিছিল চাকৰি কৰিবলৈ। মায়ে অৱশ্যে ভালেই পালে। সাংসাৰিক জীৱনৰ কষ্ট মায়েহে ভালদৰে বুজে। মাৰ ইচ্ছা এইটো চাকৰি থাকোতে মোক বিয়া দিব লাগে। দেউতাৰ পইচাৰে আমাৰ এমাহ নচলে। মায়ে যে কেনেকৈ চলাইছে ভাবিলে আচৰিত হওঁ। মই সাংঘাতিক ধৰণে ব্যস্ত হৈ পৰিলো। টিউচন আৰু কোম্পানীৰ চাকৰি। তাতে মোৰ কাম লেবৰেটৰীত। উশাহ লোৱাৰ সময় নাই। ইয়াৰ মাজতে সুমনে মোক ফোনত কৈছিল সি হেনো এম এচ চি ত এড্‌মিচন লৈছে।

কামৰ পৰা আহি কি কি বজাৰ কৰিব লাগে মাৰ লগত আলোচনা কৰি আছো। এনেতে ফোনটো বাজি উঠিল।

ঃ হেল্লো।

ঃ মই জোনালী। হেৰি নহয় চুমী, তই কথা এটা শুনা নাই নেকি?

ঃ কি কথা? সুমনৰ কথা নেকি?

ঃ নহয়? সুমনৰ দেউতাক মৰিল নহয় আজি ৰাতিপুৱা। গাড়ীয়ে খুন্দিয়ালে।

ঃ ইস্ ইস্। তই যাবি নেকি সিহঁতৰ তালৈ?

ঃ যাম।

ঃ আমাৰ ঘৰলৈ আহিবিচোন। ময়ো যাম।

ৰাতি সাতমান বজাত মই আৰু জোনালী সুমনহঁতৰ ঘৰলৈ গলো। ইতিমধ্যে সুমনে ফ্লাইটেৰে আহি ঘৰ পাইছে। তেতিয়াও ডেড্ বডি শ্মশানলৈ নিয়া নাই। আমি গৈ পোৱাৰ লগে লগে খুৰীদেউ কান্দোনত ভাঙি পৰিল। আমিও কান্দোন বন্ধ কৰি ৰাখিব নোৱাৰিলো। সুমন উদাসীন হৈ বহি আছে। সান্ত্বনা দিবলৈ আমাৰ ভাষা নাই। সুমনে আমালৈ চাই ক'লে— এটা জীৱনৰ অৱসান ঘটিল।

আমিও জানো এটা জীৱনৰ অৱসান ঘটিল। কিন্তু সুমনৰ কথাত যেন এটা নতুন অৰ্থ আছে। সুমনক মই ভালকৈ নিৰীক্ষণ কৰিলো। খিনাইছে। আগৰ সেই সুগোল মসৃন চেহেৰা নাই। কিছু যেন কৰ্কশ। উদাসীন। কাৰো প্ৰতি যেন দয়ামায়া নাই। তাৰমানে সুমনৰ মাত্ৰাধিক্যভাৱে ড্ৰাগ্‌চ এডিক্‌চন হৈছে নেকি? এই বিলাক কথা সোধাৰ পৰিস্থিতি পাৰিবেশ সেইটো নহয়। মই সেয়ে সুমনক কলো—সময় হলে আমাৰ ঘৰলৈ এবাৰ যাবাচোন।

সুমনে ওঁ আঁ একো নকলে।

মই ভাবিছিলো, নিশ্চয় এদিন আমাৰ ঘৰলৈ আহিব তেতিয়া সকলো কথা সুধিব পাৰিম। কিন্তু সুমন নাহিল। খুৰীদেউৰ পৰা শুনিলো কাজকৰ্ম শেষ হোৱাত সুমন দিল্লীলৈ গৈছে।

তাৰমানে সুমনে মোক পাহৰি যাবলৈ বাধ্য হৈছে নে মোক এৰাই চলিব বিচাৰিছে? যিয়েই নহওঁক সুমনৰ এতিয়া মোক কোনো প্ৰয়োজন নাই।

তাৰ পিচত সুমনৰ কোনো খবৰ নাপাওঁ। প্ৰায় দুবছৰ হ'ল। খুৰীদেৱে কেতিয়াবা ফোনত সুমনৰ কথা কয়। তাতো আশাভংগৰ সুৰ।

এতিয়া মই মোৰ মতে চলিছো। যৌৱনৰ আদিম পুৱাতে লগ পাইছিলো এক তেজাল যুৱকক, তীব্ৰ আকৰ্ষণ অনুভৱ কৰিছিলো। এতিয়া পৰঠ হৈছো যুক্তিৰে চলিব পৰা হৈছো। মোৰ জীৱন পাত খিলাত এটা আঁচোৰ পৰিল, তাৰ হিচাপ নিকাচ কৰি কি কৰিম। তথাপিও কেতিয়াবা বিচ্ছেদৰ এক অবুজ বেদনাই মোক বৰকৈ আমনি কৰে।

লাহে লাহে খুৰীদেৱেও মোলৈ ফোন নকৰা হ'ল। হয়তো ভাবিছে মোৰ দৰে ছোৱালী এজনীয়ে তেওঁৰ সমস্যা সমাধান কৰিম কেনেকৈ? সুমন যেতিয়া নিজেই আত্মবিস্মৃত তাতে মই কি কৰিব পাৰো? ইমান সোনকালে এটা অলিখিত অধ্যায়ৰ অপ্ৰত্যাশিত সমাপ্তি ঘটিব বুলি কল্পনা কৰা নাছিলো। কিন্তু ঘটিল। ইমানদিনে মই এক electro magnetic আবেশৰ ভিতৰত বিচৰণ কৰিছিলো, এতিয়া মই সেই আবেশৰ পৰা মুক্ত।

ৰাতিপুৱা শুই উঠি গা-পা ধুই মূৰ ফণিয়াবলৈ ড্ৰেচিং টেবুলৰ সন্মুখত থিয় হওঁতে বিচনাত পৰি থকা পেপাৰখনৰ হেড লাইন কেইটামান চকুত পৰিল। তাৰে এটা হেডলাইন- পুত্ৰৰ প্ৰহাৰত মাতৃৰ অকাল মৃত্যু। খবৰটোৱে মোক আকৰ্ষণ কৰাত মই মূৰ ফণিয়াবলৈ এৰি পঢ়ি গলো।

চহৰৰ পাহাৰৰ কাষৰীয়া অঞ্চল এটাত যোৱাৰাতি এটা বিৰাট অট্টালিকাৰ মালিকনীক তেওঁৰ একমাত্ৰ পুত্ৰই ৰদ এডালেৰে পাচ মূৰত মাৰি দিয়াত মানুহজনীৰ থিতাতে মৃত্যু হয়। প্ৰতিবেশীৰ পৰা জনা যায় যে মাক আৰু পুতেকৰ মাজত প্ৰায়েই কাজিয়া লাগে। পুতেকহেনো এল্‌কহ'লিক আৰু ড্ৰাগ এডিক্ট। মাকে পইচা নিদিলেই পুতেকে বোলে মাকৰ লগত কাজিয়া কৰে। সন্দেহ কৰা হৈছে যোৱা ৰাতিও সেই ধৰণৰ কাজিয়া হৈছিল। উল্লেখযোগ্য যে পুতেকে হেনো দিল্লী বিশ্ববিদ্যালয়ত বায়'কেমেষ্ট্ৰিত এম এচ চি পঢ়ি আছে। আজি দুমাহমান ঘৰতে আছে। পুতেকৰ নাম সুমন ডাউকা। সুমন এতিয়া পুলিচৰ জিম্মাত।

মোৰ হাতৰ পৰা ফণিখন সৰি পৰিল। মই চিঞঁৰ মাৰি মাৰ ওচৰলৈ গ'লো।

ঃ মা মা চোৱা পেপাৰখন। সুমনে মাকক মাৰিলে।

ঃ কি? মিছা কথা।

ঃ মিছা কথা নহয় মা।

মই অস্থিৰ হৈ পৰিলো। কি কৰিলে সুমনে? সুমন আজি মাতৃহন্তা। মোৰ গাটো জিকাৰ খাই উঠিল।

ঃ মা, যাম নেকি সুমনহঁতৰ ঘৰলৈ?

ঃ গৈ কি কৰিবি? তই কাক চিনি পাবি?

ঃ এবাৰ পুলিচ থানলৈ যাম নেকি?

ঃ নালাগে চুমী। ইয়াৰ মাজত তই সোমাব নালাগে। ঘটনা কোনফালে যায় কোনে জানে?

মোৰ চকুৰে গিৰ্‌গিৰ্‌কৈ চকুপানী নামি আহিল।

আজি সাতআঠদিন মান আগতে জোনালীয়ে মোক লগ পাই কৈছিল—জান চুমী। মই সুমনক লগ পাইছিলো। সি কিন্তু দেখিও মোক নামাতিলে। তাৰ চেহেৰা কি যেন হৈছে? গাল-মুখ ফুলা, চকুমুখ হালধীয়া। জধলা। শৰীৰৰ প্ৰতি কোনো যত্ন নাই। লংপেণ্ট চাৰ্টত ইস্ত্ৰিৰ কথা বাদেই, ইমান লেতেৰা ভাবিবই নোৱাৰি। মোৰ কাষেৰেই খোজ কাঢ়ি গৈছিল, খোজ অতি দুৰ্ব্বল। পেটটো বৰ ডাঙৰ। হাতভৰি শুকান। কি হৈছে সুমনৰ? তই দেখিলে আচৰিত হৈ যাবি, সেইটোযে সুমন তই ধৰিবই নোৱাৰিবি।

মাই যদিও বাধা দিছিল মই কিন্তু মনে মনে পুলিচ থানালৈ গলো। তাত খবৰ লোৱাত জানিব পাৰিলো তাক হেনো interrogation-ৰ কাৰণে হেড্‌ কোৱাৰ্টাৰলৈ লৈ গৈছে।

ঘৰলৈ আহি মই ভীষণভাবে অস্বস্তিত ভূগিছো। এবাৰ সুমনক দেখা পোৱা হলে? মাত্ৰ এবাৰ। ইয়াৰ পিচত আজি বিশ দিন মান হ'ল সুমনৰ কোনো খবৰ নাপাওঁ। জোনালীকো সুধিছিলো। তাইয়ো কব নোৱাৰে। মাৰ লগত ৰন্ধাবঢ়াৰ যোগাৰকৰি আছো। এনেতে ফোনটো বাজি উঠিল।

ঃ হেল্লো।

ঃ কোনে কৈছে।

ঃ মই চুমীয়ে কৈছো।

ঃ হয় তোমাকে বিচাৰিছো। মই সুমনৰ বন্ধু। তোমাক আমি কলেজৰ পৰাই জানো। তুমিহে বোধহয় আমাক চিনি নোপোৱা।

ঃ ক'ৰ পৰা কৈছে আপুনি?

ঃ হস্পিতালৰ ওচৰৰ পি.চি.অ'.ৰ পৰা কৈছো। সুমনক পুলিচে হস্পিতেলাইজ কৰিছে। সি চিৰিয়াছলি ইল। হয়তো বেচি সময় নাবাচিব। সি এবাৰ তোমাৰ নামটো উচ্চাৰণ কৰিছিল। বোধহয় শেষবাৰৰ কাৰণে তোমাক চাবৰ মন কৰিছে। আহিবা নেকি? ৰুম নম্বৰ ২০৪।

মই তৎক্ষণাৎ ওলাই গলো। মাক কথাটো কৈ গলো। গৈয়েই ৰুমটোৰ সম্মুখতে মানুহৰ

মাজেৰে ডাক্তৰ কমটোৰ পৰা ওলাই অহাত মই পাগলৰ দৰে সুধিলো—ৰোগীৰ অৱস্থা কেনে আংকল?

: ভেৰী চিৰিয়াছ এণ্ড ক্রিটিকেল।

: কি বেমাৰ হৈছে আংকল?

: ব্লাড টেষ্টত হেপাটাইটিছ 'বি'ৰ **e-antigen** পোৱা গৈছে। ইটচ ইজ ম'ৰ ডেন্‌জাৰাচ্ ডেন্ এইড্‌চ্। তদুপৰি এলকহলিজিম আৰু ড্রাগ্‌চ এডিক্‌চনৰ কাৰণে হিজ লিভাৰ ইজ কমপ্লিট্‌লি ডেমেজড্।

: আংকল, কোনো উপায় নাই নেকি?

: ৰোগী তোমাৰ কি হয়?

: ক্লাচ-মেট।

: চৰি, ইউ আৰ আন্‌ফৰচুনেট।

মই কমটোলৈ সোমাই গলো। সুমনৰ ওচৰত থিয় হৈ দেখিলো সুমনে চকু দুটা মেলি মোলৈ চাই আছে। মইয়ো একেথৰে সুমনৰ চকুলৈ চাই থাকিলো। সুমনৰ দুগালেদি দুধাৰী চকুলো বৈ আহিল। লাহে লাহে সুমনৰ চকু দুটা মুদ খাই আহিল। মই থিৰেৰে থাকিব নোৱাৰি ওঁঠ কামুৰি কান্দোন বন্ধ কৰিব খুজিও হুকহুকাই কান্দি দিলো। ওচৰতে থকা নাৰ্চজনীয়ে সুমনৰ মুখখন বগা কাপোৰ এখনেৰে ঢাকি দিলে।

সুমন বোধহয় মই অহালৈ অপেক্ষা কৰি আছিল। মোৰ অন্তৰৰ কোনোবাখিনিত যেন বিষাদৰ সুৰ বাজি উঠিল।

: বিদায় চুমী।

আজি দুবছৰে সুমনৰ প্ৰতি উদাসীন হৈ ভাবিছিলো মই এক আত্মসংযমহীন যুবকৰ অদৃশ্য বান্ধোনৰ পৰা মুক্ত। কিন্তু এতিয়াহে উপলব্ধি কৰিছো মই যেন এই বান্ধোনৰ মাজলৈ পুনৰ সোমাই গৈছো; মই সুমনক খুব ভাল পাওঁ। আজিও। মোতকৈও বেছি ভাল পাওঁ। **

# অৰুণাভ

বোৱাৰী পুৱাতে উঠি দাঁত ঘঁহি ঘঁহি বাৰান্দালৈ ওলাই আহি দেখিলো ৰেলৰ ক্ৰছিঙটোৰ ওচৰত মানুহৰ জুম। কিবা এটা সিহঁতৰ মাজত লৈ সিহঁতে জুমি জুমি চাই আছে। এনে জুম এই ক্ৰচিঙটোত প্ৰায় থাকেই। তথাপি কৌতুহল দমাব নোৱাৰি মুখখন ধুই জুমটোৰ ওচৰলৈ গ'লো। গৈ দেখিলো সিহঁতৰ মাজত এটা মৃতদেহ। মূৰ আৰু মুখৰ আকৃতি অলপো নাই। তেজেৰে লুতুৰি-পুতুৰি হৈ পৰিছে। মানুহবিলাকৰ কথোপকথনৰ পৰা বুজিলো এঘন্টামানৰ আগতে পাৰ হৈ যোৱা ৰেলখনৰ আগত পৰি আত্মহত্যা কৰিছে। মানুহটোৰ কঁকালৰ তলৰ অংশ অক্ষত অৱস্থাত আছে। কঁকাল চিঙি গৈছে। সিহঁতে দাণ্ডি আনি জোৰা লগাই থৈছে। মানুহে এনেকৈয়ো জীৱন শেষ কৰিব পাৰে? কেনে পৰিবেশ আৰু পৰিস্থিতিত পৰি মানুহে নিজৰ মোহ ত্যাগ কৰিব পাৰে? কি বিচিত্ৰ মানুহৰ মন।

হঠাতে মানুহজনৰ লংপেন্টটোলৈ চকু গ'ল। মই অনুভৱ কৰিলো মোৰ মনটোৱে যেন কাৰোবাৰ বিচাৰি চলাথ কৰিছে। লংপেন্টটো ক'ত দেখিছিলো? ঠিক এনেকুৱা ৰঙৰ ভৰিত কোচ থকা লংপেন্ট। আজিকালিটো এনে কোচ থকা লংপেন্ট কোনেও নিপিন্ধে অন্ততঃ এই অঞ্চলত। মই জনাত অকল সিয়েই পিন্ধে। তেন্তে সিয়েই নেকি? তেনেহ'লেতো তাৰ সোঁভৰিত থকা অংগক্ষতটো নিশ্চয় থাকিব। মই আৰু অলপ ওচৰলৈ গৈ সোঁভৰিৰ সেই বিশেষ আঙুলিটো আছে নে নাই নিৰীক্ষণ কৰিলো। সেইটো দেখোন নাই। তেন্তে সিয়েই হ'ব লাগে।

সি আজি চাৰিমাহমান আগতে ঘৰৰ পৰা নিৰুদ্দেশ হৈছে। পুলিচে এতিয়াও তাৰ শুংসূত্ৰ উলিয়াব পৰা নাই। মই তাৰ চেহেৰাটোৰ লগত মৃতদেহটোৰ চেহেৰাটো মিলাবলৈ চেষ্টা কৰিলো। ওহো বৰ বেছি মিল উলিয়াব নোৱাৰিলো কাৰণ মৃতদেহটো কিম্ভূত কিমাকাৰ হৈ গৈছে। তথাপি কথাটো তাৰ ঘৈনীয়েকক কোৱাটো ভাল হ'ব বুলি ভাবি তাৰ ঘৰলৈ খোজ দিলো। কিজানি ঘৈনীয়েকে চিনাক্ত কৰিব পাৰেই। সাধাৰণতে ঘৈনীয়েকে গিৰীয়েকৰ আবৃত গুপ্তাংগ চায়েই কৈ দিব পাৰে সেইজন তাইৰ গিৰীয়েক হয় নে নহয়, ঠিক সেইদৰে বিপৰীত পক্ষৰ কাৰণেও একে কথা। জুমটোৰ এজনক পুলিচত খবৰ দিবলৈ দি মই বেগাবেগিকৈ তাৰ ঘৰলৈ আগবাঢ়িলো।

অৰুণ আৰু মই একেবাৰে ক' মান শ্ৰেণীৰ পৰা একেলগে একেখন স্কুলতে পঢ়া। এটা সময়ত দুয়ো বি এ পাছ কৰি মই মাষ্টৰ হ'লো আৰু সি এটা ডাঙৰ কোম্পানীত সোমাল। সি আকৌ হাইস্কুলত পঢ়াৰে পৰা গল্প, কবিতা, উপন্যাস আদি লিখিবলৈ লৈছিল । সেইবোৰ আকৌ মোৰ কাৰণে একৰকম বদহজমী আছিল। এতিয়াও সেইবোৰৰ প্ৰতি মোৰ বৰ বেচি স্পৃহা নাই। মই ভাবো এইবোৰ এলেহুৱা আৰু ভাবুকৰ মনোৰঞ্জন মাথোন। কোনো কামত অহা বিধৰ বস্তু নহয়। সেই কাৰণেই তাৰ লগত মোৰ প্ৰায়েই তৰ্ক হৈছিল। তৰ্কত সি মোক প্ৰায়েই একাষাৰ কথা কৈ সাৱধান কৰি দিছিল। কৈছিল ঃ বিশ্বজিৎ। তোৰ দৰে ইমান বস্তুবাদী মানুহ জীৱনত কেতিয়াও সুখী হ'ব

নোৱাৰ। তই জীৱনত এদিন হলেও উপলব্ধি কৰিবি যে তই বৰ বেয়াকৈ অকৃতকাৰ্য্য হৈছ।

অৰুণে কোৱাৰ দৰে মই অকৃতকাৰ্য্য হৈছো নে নাই নাজানো। এইটো অৱশ্যে ঠিক মই কৃতকাৰ্য্য হৈছো বুলি দাবী কৰিব নোৱাৰো। কিন্তু মই কোনোদিনে নিজে অসুখী বুলি ভবা নাই। যি হয় হৈ থাকিব। চকুৰ আগত যি ভাল দেখো তাকে কৰি যাওঁ। ফলাফল যি হয় হ'ব।

অৰুণৰ বিয়া হৈছিল মোতকৈ তিনি-চাৰি বছৰমান পিছত। তাৰ মাত্ৰ একেজনী ছোৱালী। এতিয়া বোধহয় তাই সপ্তম নে অষ্টমমান শ্ৰেণীত পঢ়ে। মোৰ ইফালে পাঁচোটা ল'ৰা-ছোৱালী। তাৰ বিয়াৰ সময়ত তাৰ অৱস্থা সিমান ভাল নাছিল। দৰমহাখিনিৰে বুঢ়ীমাকক পুহিবলগীয়া হোৱাৰ উপৰিও সি তাৰ দুজনী ভনীয়েকক বিয়া দিবলগীয়া হৈছিল। ফলত সি বিয়া পাতিছিল পয়ত্ৰিশ বছৰ বয়সত। আমাৰ সময়ত ইমান বয়সত বিয়া কৰোৱা মানে বুঢ়া বয়সত বিয়া কৰোৱা। আজিকালি অৱশ্যে এইটোহে বিয়াৰ মানদণ্ডৰ বয়স। তাৰ অৱশ্যে বিয়া পতাত সন্মতি নাছিল। আমি জোৰ কৰাতহে সি মত দিছিল। মই অৱশ্যে তাক এইজনী মানুহক মানে বৰ্তমানৰ ঘৈনীয়েকক বিয়া কৰাবলৈ মানা কৰিছিলো। কাৰণ বিয়াৰ সময়ত মানুহজনীৰ বয়স হৈছিল মাত্ৰ ওঠৰ নে উনৈশ, দুইবাৰ নে তিনিবাৰ মেট্ৰিক দি পাচ কৰিব নোৱাৰিলে। তাতোকৈ ডাঙৰ কথা হৈছে মানুহজনী যিটো পৰিয়ালত ডাঙৰ হৈছিল তাৰ পৰিবেশ আছিল সম্পূৰ্ণ অভাৰতীয় অৰ্থাৎ পশ্চিমীয়া। তদুপৰি মানুহজনীৰ মাকজনী এটা মহিলা সংগঠনৰ নেত্ৰী। তেওঁলোকে ফ্ৰি ছেক্সৰ পোষকতা কৰে। আনকি চহৰত ক'ৰবাত ক'ৰবাত তেনেধৰণৰ সভা-সমিতিও পাতি ফুৰে। তেওঁলোকৰ দুটা গুৰুত্বপূৰ্ণ শ্লোগান হৈছেঃ

ঃ ফ্ৰি ছেক্স'ক স্বীকৃতি দিয়ক।

নগ্নতাৰ সৌন্দৰ্য উপলব্ধি কৰক।

অৰুণ গাঁৱৰ অৱস্থাহীন পৰিয়ালৰ পৰা আহিছে। সেয়ে সি এনে এজনী ছোৱালীৰ লগত একাত্ম হ'ব নোৱাৰিব। মোৰ যুক্তি শুনি অৰুণে হাঁহি মাৰি ক'লে— তই বৰ ৰক্ষণশীল হৈ আছ বিশ্বজিৎ। প্ৰকৃতি সদায় উন্মুক্ত। আমিহে প্ৰকৃতিক আবুৰত ৰাখিবলৈ চেষ্টা কৰিছো। অৰ্থাৎ অপচেষ্টা কৰিছো। এটা সময় আহিব যেতিয়া আমি সকলোৱে নাঙঠ হৈ বসবাস কৰিম য'ত কোনো ধৰণৰ অপৰাধ প্ৰৱণতা নাথাকিব , সকলোৱে সকলোকে সন্মান কৰিব, বিপৰীত লিংগৰ প্ৰতি অসৎ আচৰণ নকৰিব, প্ৰয়োজনতহে মিলন হ'ব। ঠিক আদিম মানৱ সমাজৰ দৰে। কিন্তু সেইটো হ'ব এটা উচ্চ পৰ্যায়ৰ জীৱন ধাৰণ প্ৰণালী। সি হ'ব এক উচ্চ পৰ্যায়ৰ সভ্যতা , যিটো আজি আমি কল্পনাই কৰিব নোৱাৰো।

ঃ তই এইসোপাকে ভাবি ভাবি গল্প-কবিতা লিখি থাক, নহয় জানো? তই এক চূড়ান্ত ভণ্ড আৰু পলৰীয়া। বাস্তৱ জীৱনটোক বাদ দি এটা নাভূত-নাশ্ৰুত মৰিচিকাৰ পাছে পাছে দৌৰি ফুৰিছ। লাখ লাখ বছৰ পিছত পৃথিৱীত কি হয় হৈ থাকিব। তই আজিতেই তাৰ সোৱাদ লম বুলি ভাবিছ কিয়? গতিৰ লগত গতি কৰি যা। নহ'লে ক'ৰবাত চিটিকি পৰি নিঃশেষ হৈ যাবি।

অৰুণে মোলৈ এক তীব্ৰ দৃষ্টি নিক্ষেপ কৰি আত্মবিশ্বাসেৰে মোক ক'লে।

ঃ বিশ্বজিৎ। তই ইয়াতকৈ বেছি ভাবিব নোৱাৰ । কাৰণ তইতে যি দেখিছ সেইটোকে সঁচা

বুলি ভাব। আমি আজি যি সভ্যতাক উপনীত হৈছো সি আচলতে এটা চূড়ান্ত অসভ্যতা। কিবা নহয় কিবা প্ৰকাৰে আমি শৃঙ্খলৰ জাল তৰি দিছো যাতে ইয়াৰ মাজত থাকি ধৰফৰাই চটফটাই উশাহ-নিশাহ বন্ধ হৈ মানুহে মৃত্যুৰ ক্ষণ গণিবলগীয়া হয়। এনে এখন সমাজৰ প্ৰতি মোৰ কোনো মোহ নাই। মই যি জনী ছোৱালীক বিয়া কৰাব খুজিছো তাইক লৈ বৰ বেছি অসুবিধা হ'ব বুলি নাভাবো, লেট্‌ মি হেভ্ এন্ এক্সপেৰিমেন্ট্।

ঃ তোৰ কথাৰ দাম আছে কিন্তু বাস্তৱতা ৰহিত। তই তোৰ ক্ষন্তেকীয়া জীৱনটোক লৈ পৰীক্ষা কৰিব খুজিছ। ইয়াতকৈ আৰু কিবা মূৰ্খামি থাকিব পাৰে নে?

ঃৰহ। কোনোবা এজনেতো ছোৱালীজনীক বিয়া কৰাব। সেইজন ময়েই হ'লো যেনিবা তাত কি আপত্তি থাকিব পাৰে? আনহাতে পৰিয়ালটো তেনেকুৱা হ'ল বুলিয়েই তায়ো তেনেকুৱা হ'ব তাৰ মানে নাই। তদুপৰি যাক সংগী কৰি ল'ম তেওঁ মোৰ কোনো বান্ধোনৰ দ্বাৰা শৃঙ্খলিত নহ'ব।

মই বুজিলো অৰুণে তাৰ কথা মতে কাম কৰিবই। মইও সন্মতি জনাই গুচি আহিলো। কিন্তু মোৰ মনত এটা সন্দেহ উপজিল যে অৰুণে কোনো সময়ত হ'লেও বিপদত পৰিব। ইমান সৎ, চৰিত্ৰবান আৰু নিজৰ প্ৰতি উদাসীন মানুহ এজনৰ বিপদ হোৱাটো মোৰ কাৰণে অসহ্যকৰ। তাৰ এই উদাসীনতাৰ সুযোগ লৈ যদি কোনোবাই তাৰ ওপৰত অত্যাচাৰ চলায়? কথাটো ভাবিলেই মনটো চমকি উঠেঁ।

অৱশেষত অৰুণে সেইজনী ছোৱালীকে বিয়া কৰালে। ছোৱালীজনী বেপৰোৱা, ফ'ৰৱাৰ্ড আৰু প্ৰায়োজনাধিক স্মাৰ্ট। কোনো বান্ধোন নমনা এক মুক্ত শক্তি। ধুমুহাৰ গতিত গমনা-গমন।

তাৰ বিয়াৰ পিছত কেইবাদিনো তাৰ ঘৰলৈ গৈছো। বেচ আনন্দতে সিহঁতে জীৱন-যাপন কৰিছে। তাৰ আগৰ সেই উদাসীনতাও প্ৰায় নাই যেন লাগিছে। ইতিমধ্যে তাৰ শহুৰেকে মাটি অলপ কিনি দি তাক এটা ঘৰো বান্ধি দিলে। পাহাৰখনৰ ঠিক কিছু ওপৰত। শহুৰেক এসময়ত কোনো এটা চৰকাৰী বিভাগৰ মুৰব্বী আছিল। মানুহৰ মুখত শুনিছিলো মানুহজনে অসৎ উপায়ে বহুতো ধন ঘটিলে হেনো। হ'ব পাৰে। আজিকালি এইটো এটা স্বাভাৱিক কামৰ দৰে হৈছে। গতিকে কথাটো সিমান গুৰুত্বপূৰ্ণ বুলি ভাবি লাভ নাই। শাহুৱেক মহিলা সংগঠনৰ নেত্ৰী হোৱাৰ উপৰিও কোনো এটা ৰাজনৈতিক দলৰ উচ্চ পৰ্যায়ৰ নেত্ৰী। পিন্ধনত একেবাৰে নূন্যতম পৰিধান। মাখন ৰঙীন মসৃন দেহটোৰ বহু শতাংশ উন্মুক্ত। দেহৰ অংগ-প্ৰত্যংগৰ 'ৰাউণ্ডনেচ্'দূৰৈৰ পৰা স্পষ্ট দেখা যায়।

লাহে লাহে আমাৰ মাজত আহ যাহ কমি আহিল। সিও ব্যস্ত, ময়ো ব্যস্ত। সি প্ৰায়েই গল্প-কবিতা লিখাত ব্যস্ত থাকে আৰু মই আজিকালি টিউচন কৰো। নহ'লে পাঁচোটা ল'ৰা-ছোৱালী পোহপাল দিয়া কম ধেমালিৰ কথা নহয়। তাৰ পাহাৰৰ ঘৰটোলৈ যোৱা প্ৰায় বন্ধৰ দৰেই হ'ল। কেতিয়াবা কেতিয়াবা ৰাস্তাই-ঘাটে অৰুণক লগ পালেই খবৰ বাতৰি সোধো। সিও নিৰাসক্ত হৈ উত্তৰ দিয়ে।

হঠাৎ এদিনাখন গধুলি অৰুণ মোৰ ঘৰত উপস্থিত হ'ল। অৰুণৰ এনে অপ্ৰত্যাশিত আগমনত মই আচৰিত নহৈ নোৱাৰিলো। কাৰণ অৰুণ সাধাৰণতে যোলেগৰ ঘৰলৈ নাযায়। মোৰ ঘৰলৈও

আগতে দুই নে তিনিদিন হে আহিছিল। তাৰ বিয়াৰ পিছততো এদিনো অহা নাছিল। তাক লক্ষ্য কৰিলো। আগতকৈ সি এলপ খীনাইছে আৰু অলপ কুজা হৈ পৰিছে। মুখৰ উজ্জ্বলতাও কিছু পৰিমাণে ম্লান পৰিছে। সি কোনো কথাৰ অৱতাৰণা নকৰাকৈ মোক ক'লে।

ঃতোৰ তাত আজি ভাত খাম বুলি আহিছো। ৰাতি হ'লেও কথা নাই। আমি দুয়ো আজি কথা পাতিম।

সি ভাত খাম বুলি কোৱাত মই ভালেই পালো। কিন্তু তাৰ কথাখিনি সিমান স্বাভাৱিক যেন নালাগিল। কোনোদিনে মোৰ পৰা চাহ একাপ খাম বুলি নোকোৱা মানুহ এজনে এনেদৰে ভাত খোৱাৰ প্ৰস্তাৱ দিয়াত নিশ্চয় সন্দেহৰ অৱকাশ থাকে মই শ্ৰীমতীক তাৰ ভাত খোৱাৰ কথাটো কৈ তাৰ ওচৰত বহিলো।

ঃহঠাৎ এই গধূলিখন ওলালি যে? কিবা জৰুৰী কথা আছে নেকি?

ঃকিয় তোৰ ঘৰলৈ আহিব নোৱাৰি নেকি? নোৱাৰি যদি উঠো তেনেহ'লে।

কিছু ৰগৰ কৰিয়েই সি ক'লে।

ঃবাৰু বাৰু । কচোন তোৰ ঘৰৰ খবৰ বাতৰি। ছোৱালীজনী ভালে আছে নে? তাই পঢ়াত কেনেকুৱা? দৰকাৰ হ'লে মোৰ তালৈ পঠিয়াবি। মই আজিকালি টিউচন কৰো।

ঘৰৰ খবৰ সোধাৰ লগে লগে অৰুণে কিছু অস্বস্তি অনুভৱ কৰা যেন লাগিল ছুই দিলে কেঁচু এডাল যেনেদৰে কোচ খাই যায় ঠিক তেনেদৰে অৰুণেও অলপ কুচিমুচি বহিল। সি অলপ লৰচৰ কৰি কিছু সচেতন হৈ কোৱা আৰম্ভ কৰিলে।

ঃকি জান বিশ্বজিৎ? আমি যে নলে গলে লগা বন্ধু এইটো কিহত প্ৰমাণ আছে? আচলতে তয়ো মোক চিনি নাপাৱ ময়ো তোক নাপাওঁ। এই ক্ষমতা আমি আহৰণ কৰা নাই।

ঃতই আকৌ এই দাৰ্শনিক কথাসোপা আৰম্ভ কৰিলি। এইবোৰৰ এতিয়া কি প্ৰয়োজন আছে। তই ইয়াত আছ, মই ইয়াত আছো । এইটোহে সঁচা কথা। আমি একেলগে ভাত খাম। বঢ় ইমানেই।

ঃবিশ্বজিৎ। মই তোৰ দৰে ভাবিব নোৱাৰো কিয়? এইযে মই তোৰ দৰে ভাবিব পৰা নাই এইটোহে মোৰ কাৰণে সত্য।

ঃতোৰ গা-মন ভাল নহয় নেকি? খীনাইছও দেখোন? ডাক্তৰক দেখুৱাইছ?

ঃডাক্তৰক দেখুৱাবলগীয়া মোৰ কোনো বেমাৰেই নাই দেখোন।

ঃতেন্তে তই ইমান হতাশ হৈছ কিয়?

অৰুণে মোৰ কথাৰ উত্তৰ নিদি এটা নতুন প্ৰসংগ উলিয়ালে।

ঃকেইবাদিনো তোৰ ইয়ালৈ আহিম বুলি ভাবিছিলো। কিন্তু মোৰ ছোৱালীজনীৰ কাৰণে আহিব নোৱাৰো। আজি কোনোমতে বুজাই বঢ়াই থৈ আহিছো। এক মিনিটো তাই মোৰ সংগ এৰিব নোখোজে। কিয় জান? দিনৰ দিনটো তাই কাম কৰা ছোৱালীজনীৰ লগত থাকে। মাকৰ সংগ তাই কোনোদিনে নাপায়।

ঃকিয়? মাকে দিনৰ দিনটো কি কৰে?

ঃৰাতিপুৱা ন বজাত বিছনাৰ পৰা উঠিয়েই কেইটামান খাই যি বাহিৰলৈ ওলাই যায় একেবাৰে ৰাতি এঘাৰ বজাতহে ঘৰ সোমায়।

ঃকিয় ক'ৰবাত চাকৰিত সুমুৱাই দিছ নেকি?

ঃক'ত চাকৰি পাব? পালে ক'ৰবাত চতুৰ্থ শ্ৰেণীৰ চাকৰিহে পাব। কৰিব জানো? ৰাতিপুৱা ন বজাত আমি তিনিও যিকণ সময় লগালগি হওঁ সেইখিনি ভাতৰ টেবুলত বহোতে হঁও তাতো কেৱল গালি গালাজ। সদায় এক ধৰণৰ গালি। শুনি শুনি অৱশ্যে মই অভ্যস্ত হৈ পৰিছো।

ঃ কি কেলেহুৱা বুঢ়া এডাললৈ বিয়া হৈছিলো। ঘৰত যে এজনী মানুহ আছে তাৰ খবৰ নাই। মানুহজনীৰ যে এটা মন আছে সেই কথা ভবাৰ সময় নাই। বৰ সাহিত্যিকটো ওলাইছে। আনে কৰি দিয়া ঘৰ মাটিত নিলাজৰ দৰে থাকি মানুহজনীক পুহিব নোৱাৰে।

এনেদৰে গালি পাৰি থাকোতে কেতিয়া যে পৰিবেশ পৰিস্থিতি পাহৰি মুখেৰে অশ্ৰাব্য আৰু মনত আঘাট দিয়া কথা কয় ঠিক নোহোৱা হয়। সদায় ওলাই যোৱাৰ সময়ত কয়-'তিৰীক যদি ৰাখিব খুজিছ দৈনিক দুশ টকাকৈ পকেট খৰচ দিবি। বৰ দাৰ্শনিক হৈ দেখুৱাব নালাগে। ন'হলে কুকুৰৰ দৰে ইয়াৰ পৰা ওলাই যাবি।

তই জান মই দৰমহা কিমান পাওঁ। পইচাখিনি আনি তেওঁকেই গতাই দিওঁ। তাৰ পিছতো এনে উত্ৰণ্ডালি। আজি কালি গল্প-কবিতা একো লিখিব নোৱাৰা হৈছো। আন ধৰণে পইচা উপাৰ্জন কৰাৰো মোৰ কোনো পথ নাই।

কথাখিনি কৈ থাকোতে অৰুণৰ দুচকুৰে দুধাৰি দকুলো বৈ আহিল। ৰুমালখনেৰে চশমাযোৰ আঁতৰ কৰি চকুদুটা মচি ললে সি।

ঃতই ইমান দুৰ্বল হৈ পৰিছ কিয়? হুৱেৰ দেয়াৰ ইজ্ এ উইল দেয়াৰ ইজ্ এ ৱে। তোৰ মানুহজনীৰ কথা চহৰৰ অলিয়ে গলিয়ে জানে। বহুতৰ গাড়ীত ঘুৰি ফুৰে হেনো। কিন্তু তোকতো সকলোৱে মৰমৰ চকুৰে চায়।

ঃনহয় বিশ্বজিৎ। মোক সকলোৱে পুতৌৰ দৃষ্টিৰে চাই। যিটো মোৰ কাৰণে বৰ অসহনীয়।

সেইৰাতি ভাত খাই যোৱাৰ পিছত অৰুণক আৰু লগ পোৱা নাছিলো। তাৰ কেইদিন পিছতে অৰুণ নিৰুদ্দেশ হ'ল। মানুহজনীক তাৰ কথা কৈ লাভ হ'ব জানো? তথাপিতো গ'লো।

যেতিয়া তাৰ ঘৰৰ বাৰান্দাত ভৰি দিলো তাৰ ছোৱালীজনী তৎক্ষণাৎ মোৰ ওচৰলৈ দৌৰি আহিল।

ঃআহক আংকল। দেউতাৰ কিবা খবৰ পাইছে নেকি?

মই ধাৰণা কৰিলো তাই সদায়ে বাৰান্দাত দেউতাক অহালৈ বাট চাই থাকে।

ঃতোমাৰ মা আছে নে নাই?

ঃশুই আছে। মা ন মান বজাৰ আগন্ত নুঠে নহয়। মাতিলেও বেয়া পায়।

ঃ হয় নেকি? নাজানে দিয়া নাছিব। এনেয়ে এবাৰ এইফালে ফুৰিবলৈ আহিছিলো। পিছত আহিম।

ঃআংকল । আপুনি সদায় এবাৰ আহিবচোন। মোৰ কোনো লগ নাই। অকলে অকলে ইমান বেয়া লাগে। দেউতাইও মোক এৰি গ'ল।

দুৰ্ঘটনাটোৰ কথা ক'ব খুজিও মই ক'ব নোৱাৰিলো। কথাটো কাকো নোকোৱাটোকে ঠিক কৰি যেতিয়া মই বাৰান্দাৰ পৰা নামিলো তেতিয়া দেখিলো অৰুণৰ ছোৱালীয়ে উচুপিবলৈ ধৰিছে।

মোৰ ধাৰণা হ'ল অৰুণৰ অনুপস্থিতিক লৈ তাৰ ছোৱালীত বাহিৰে আন কোনো উদ্বিগ্ন নহয়। হয়তো অৰুণ বোলা মানুহজনক ইতিমধ্যে পাহৰি পেলাইছে। ✶✶

# পৰশ

ফোনটো বাজি উঠাত ডাঙি ললো। সিফালৰ পৰা মহম্মদ হাইদৰৰ মাত।

ঃ কি দুৰ্লভ। কালিয়েই দেখোন অহাৰ কথা আছিল। পেপাৰৰ সম্পাদকতো। বৰ ব্যস্ত নহয়?

ঃ তোমাৰ তালৈকে যাম বুলিয়েই ওলাইছো। এতিয়াই তোমাৰ ঘৰ পাম।

কলেজত পঢোতে মহম্মদ আৰু মই একেলগে পঢিছিলো। একেলগে ফুটবলো খেলিছিলো। তেতিয়াৰ পৰাই আমাৰ বন্ধুত্ব। মহম্মদ এতিয়া এডভোকেট।

মহম্মদৰ ড্ৰয়িংৰুমত সোমায়েই দেখিলো এজন দীঘল ডটীয়া বুঢা মানুহ। দেখিলে বুজা যায় মানুহজন গাঁৱলীয়া। মানুহজনক মহম্মদে কিবা কিবি সুধি আছে।

ঃ কোৱা। কি এনে জৰুৰী কাম আছে যে নিজেই নাহিলে নহয়।

ঃ এই মানহুজনৰ পৰা কিবা কিবি তথ্য পাবা। তোমাৰ পেপাৰৰ সমল হ'ব। এওঁ মোৰ দূৰ সম্পৰ্কীয় মামা। নাম বদৰুদ্দিন।

ঃ মানে?

ঃ এওঁ বাহবাৰী কেম্পৰ পৰা পলাই আহিছে। ল'ৰা-ছোৱালী নাতি সকলো আছিল। এতিযা কোনো নাই।

মই মানুহজনৰ মুখলৈ চালো। চকুমুখত উদাসীনতাৰ চিন। জীৱনৰ প্ৰতি আস্থাহীনতা স্পষ্ট। বয়স হয়তো আশীৰ ওচৰাউচৰি হ'ব।

মই মানুহজনক মামা বুলিয়েই সুধিলো। মহম্মদৰ মামা যেতিয়া মোৰো মামা।

ঃ মামা। আপোনালোক যিখন গাৱৰ পৰা গুচি আহিবলগীয়া হ'ল তাত আপোনালোকে কিমান দিনৰ পৰা বসবাস কৰি আছিল?

ঃ অ' বাপা। বহুদিনৰ পৰাই। এশ বছৰৰ কম নহ'ব। বাবাৰ মুখত শুনিছো আতাই হেনো মৈমনছিঙ জিলাৰ পৰা ব্ৰহ্মপুত্ৰৰে আহি প্ৰথমতে হাউলীৰ ওচৰত, তাৰ পিছত তাত বসবাস কৰিবলৈ লৈছিল। অসমৰ ডাঙৰ ডাঙৰ মাটিৰ মালিকৰ প্ৰয়োজনতহে বোলে আমাৰ দৰে বহুতো মানুহ মৈমনছিঙৰ পৰা আহিছিল। কি জানা বাপা? আমি আচলতে হিন্দুহে আছিলো। পিছপৰা শ্ৰেণীৰ মানুহ। বামুনৰ অত্যাচাৰ আৰু ঘৃণাৰ পৰা মুক্তি পাবৰ কাৰণেই বোলে আতাই বিয়া কৰোৱাৰ আগতেই মুছলমান হৈছিল। মই বহুদিন ভাবিছো। অসমৰ মানুহ ইমান এলেহুৱা কিয় আছিল। এতিয়াও মানুহবোৰে কাম কৰিব নোখোজে। আমি খেতি কৰো আৰু তোমালোকে তাকে খাই বাচি থাকা। আমাৰ খেতি পথাৰ কোনোদিন ছন পৰি নাথাকে। তোমালোকৰ ইমান খেতি মাতি এনেয়ে পৰি থাকে। অথচ তোমালোকৰ সেইফালে নজৰ নাই। আমি খেতি

কৰিলে কিন্তু তোমালোকৰ চকু পোৰে।

মামাৰ এনে পোনপটীয়া আক্ৰমণত মই থতমত খাই গলো।

ঃ আচ্ছা মামা! পৰিস্থিতি ভাল হ'লে আকৌ গাঁৱলৈ উভতি যাবনে? মাটিবাৰীটো এতিয়াও আছে।

ঃ নাযাওঁ বাপা। লাগিলে ইয়াতে নাখাই মৰিম তথাপিতো সিহঁতৰ হাতত জীৱনটো উচৰ্গা নকৰো। মানুহৰ মনুষ্যত্ব শেষ হৈ হৈছে। দুজন কান্ধ সমনীয়া বেটা, দুজনী বেটাৰ বৌ আৰু নাতি এটা আছিল। এতিয়া মোৰ কোনো নাই। বুঢ়া বয়সত আল্লাই ইয়াকেহে দান কৰিলে। এতিয়া মোক কিহৰ দৰকাৰ? দুদিন পিছত ময়ো মৰিব লাগিব।

তাৰ পিছত মামাই অনৰ্গল তেওঁৰ নিজৰ দুখৰ কাহিনী কৈ গ'ল।

ঃ ডাঙৰ বেটাই পুলিচত চাকৰি কৰিছিল। আজি পাঁচ বছৰমান আগৰ কথা। তাৰ বিয়াৰ আগ দিনাখনৰ ৰাতি। তেতিয়া মোৰ পৰিবাৰ মৰা নাই। ৰাতি আঠ মান বজাত চাৰিজন ল'ৰা আহি তাক বাহিৰলৈ মাতি নিলে। সিহঁতৰ এজনক মই চিনি পাওঁ। আমাৰ ওচৰৰ গাঁও এখনৰ। সিহঁতৰ বয়স বৰ বেছি হয় যদি বাইশ-তেইশ বছৰ। কিবা এটা সন্দেহ হৈ ময়ো ভয়ে ভয়ে সিহঁতে নজনাকৈ সিহঁতৰ পিছে পিছে গ'লো। বাটিচ'ৰা এৰিয়েই সিহঁতে মোৰ বেটাক ধমক দি সুধিলে।

ঃ তাক চৰকাৰৰ হাতত ধৰাই দিছ?।

ঃ কাৰ কথা কৈছ তহঁতে?

ঃ এতিয়া নজনা হৈছ। সঁচা কথা ক।

ঃ তহঁতে ভুল খবৰ পাইছ।

ঃ চৰকাৰৰ দালালি কৰিবলৈ আহিছ? বল আমাৰ লগত। তোৰ লগত আমাৰ কথা আছে।

ঃ ৰ। মই ঘৰত খবৰ দি আহো। অহাকালি মোৰ বিয়া। ঘৰৰ মানুহে মই ক'লৈ গৈছো জনা উচিত।

ঃ তোৰ সুবিধা- অসুবিধা মতে আমাৰ কাম চলিব বুলি ভাবিছ? উঠ মটৰ চাইকেলত। উঠ বুলিছো উঠ।

ঃ মই তৎক্ষণাৎ দৌৰি গৈ সিহঁতৰ ওচৰত ক্ষমা বিচাৰি তাক এৰি দিবলৈ কওঁতে কোনোবা এজনে মোৰ পিঠিত চুৰি এখন বহুৱাই দিলে। মই অজ্ঞান হৈ পৰি ৰ'লো। বহুদিন চিকিৎসা কৰাৰ পিছত ভাল হ'লো যদিও মই দুৰ্বল হৈ পৰিলো। মোৰ বেটা উভতি নাহিল বাপা। তাৰ কি হ'ল তাৰ শুংসূত্ৰও নাপালো। ক'ৰবাৰ পৰা আহি ওলাব বুলি মই আশা কৰি আছো। মোৰ মানুহজনীয়ে তাৰ কথা ভাবি ভাবিয়েই নাখাই নবৈ বেমাৰত ভুগি মৰিল।

গাঁৱৰ আৰ তাৰ মুখত শুনিলো তাক হেনো কোনোবা সন্ত্ৰাসবাদীয়ে লৈ গৈছিল। সঁচা নে মিছা নাজানো।

আমি পিছত গাঁৱৰ মানুহবোৰে এটা কথা দেখি আচৰিত। সেই যে মোৰ বেটাক লৈ গৈছিল সিহঁতৰ মাজৰ মই চিনি পোৱা ল'ৰাজনে এতিয়া দুখন ট্ৰাক, এখন মিনি বাছ কিনিছে, হাহ-কুকুৰাৰ ফাৰ্ম এখন কৰিছে আৰু পাচজনী জাৰ্চি গাই পুহিছে। তাৰ চোতাল ঘৰ এতিয়া চাৰিওফালে বগা। সি হেনো চৰকাৰৰ ওচৰত ধৰা দিছে। তাৰ ঘৰত এতিয়া আঠ-দহটা চাকৰ।

দ্বিতীয় ল'ৰাটো আছিল পাঠশালাৰ পণ্ডিত। মোৰ বৰ মৰমৰ। সকলোৱে তাক বৰ ভাল মাষ্টৰ বুলি কয়। শুনিলে মোৰ বুকুখন ওফন্দি উঠে। এই দুখন হাতেৰে জংগল কাটি খেতি কৰি অন্ততঃ এটা ল'ৰা গঢ়িব পাৰিছো। ওচৰতে জনজাতীয় মানুহৰ গাঁও এখনত তাৰ স্কুলখন। মেট্ৰিক পাছ কৰিয়েই পণ্ডিত হৈছিল। সেই গাঁৱৰ মাজেদি অহা-যোৱা কৰোতে এজনী ছোৱালী তাৰ নজৰত পৰিল। বোধহয় তায়ো ইয়াক পছন্দ কৰিলে। শেষত দুয়ো এদিন মোৰ ঘৰত উপস্থিত। মই আপত্তি নকৰিলো। বৰং আনন্দৰে সিহঁতক আশীৰ্বাদহে দিলো। বেটাৰ বৌজনীও বৰ মৰম লগা। কামকাজতো বৰ পটু। মাছমৰা, ভুঁই ৰোৱাৰ পৰা আৰম্ভ কৰি ঘৰৰ সমস্ত কাম তাই কৰে। এনে কাজী ছোৱালী যাৰে তাৰে ভাগ্যত নিমিলে। গাঁৱৰ মানুহে কোৱা ; মেলা কৰে সি হেনো কমুনিষ্ট; মুছলমান মানুহৰ কাৰণে কথাটো ভাল হোৱা নাই। মই অৱশ্যে কি কমুনিষ্টকি কংগ্ৰেছ কোনো পাৰ্থক্য দেখা নাপাওঁ। তাৰ কথা আৰু কামবোৰতো মই বেয়া নাপাওঁ। অৱশ্যে তাক ভাল পোৱা মানুহো কম নহয়। কেতিয়াবা কেতিয়াবা তাৰ বৌজনীয়ে দহ-বাৰজনক ভাত ৰান্ধি খুৱালগীয়া হয়। গাঁৱৰ বহু কেইজনে মোক সোধে বেটাৰ বৌক কি কাৰণে কোৰাণ আৰু হদিচৰ নিয়মমতে ৰখা নাই। কথাটো মই মোৰ বেটাকো কৈছিলো।

সি কৈছিল—

ঃ বাবা। যিয়ে যেনেকৈ থাকিবলৈ ভাল পায় তেনেকৈ থাকিবলৈ দিলে কি অসুবিধা হয়। কেৱল আনৰ অসুবিধা হ'ব নালাগে।

কথাটো মৰো ভাবি চাইছিলো। হওঁতে হয়। তাতে তাই জনজাতীয় মানুহৰ ছোৱালী। ইমান সোনকালে আমাৰ নিয়ম-নীতি কেনেকৈ মানিব? লাহে লাহে হৈ যাব।

এদিন মোৰ চোতালত গাঁৱৰ ডেকা ল'ৰা এমখাই মোৰ বেটাৰ লগত ভীষণ তৰ্কাতৰ্কি কৰিবলৈ ধৰিলে। সিহঁতে তাক ধমকি দিলে।

ঃ অই আকবৰ। তই যদি ভৱিষ্যতে ইছলাম বিৰোধী কাম কৰ তেতিয়া কিন্তু কথা বেয়া হ'ব। মনত ৰাখিবি। তোৰ ঘৈনীয়েৰৰ গাত বোৰ্খা দেখিলেহে আমি জানিম যে তই ভাললৈ আহিছ। সি তেতিয়া সিহঁতক বুজাইছিল।

ঃ ৰ। তহঁতে বহু কথা নাজান কাৰণে এনেকৈ কৈছ। মোক ক'চোন আল্লা, ঈশ্বৰ, গড এজন হয় নে নহয়।

ঃ হয়।

ঃ তেন্তে একেজন আল্লাই পৃথিৱীৰ বিভিন্ন মানুহৰ কাৰণে বিভিন্ন নিয়ম-নীতি কৰিলে নেকি? খৃষ্টান আৰু হিন্দুৰ মাইকীমানুহে ইচ্ছা কৰিলে গিৰিয়েকক এৰি দিব পাৰে। সিহঁতৰ

সম-অধিকাৰো আছে। কিন্তু আমাৰ ধৰ্মত? মতা মানুহে মাইকীজনীক তালাক দিব পাৰে অথচ মাইকীজনীয়ে মতাজনক তালাক দিব নোৱাৰে। একেজন আল্লাৰ এনে অবিচাৰ কিয়? হয় আল্লা ঈশ্বৰ, গড বেলেগ বেলেগ হব লাগিব নহয় যিবোৰ ধৰ্মবাণী আমি পাইছো এইবোৰ মানুহৰ সৃষ্টি হব লাগিব। তহঁতে কোনটো বিশ্বাস কৰ?

ঃ আমি এটাও বিশ্বাস নকৰো। আমি জানো কোৰাণ এখনেই আৰু হদিচো এখনেই। আমি সুধিছো তই কোৰাণ মানিবি নে নামান।

ঃ শুন। নগৰে-চহৰে এই অবস্থাহীন মুছলমান মাইকী মানুহবোৰে গিৰিয়েক থকা সত্ত্বেও পেটৰ তাড়নাত বোৰ্খা নিপিন্ধাকৈ মানুহৰ ঘৰে ঘৰে কাম কৰে সেইটো তহঁতে দেখিছ নে নাই। সেইটো যদি তহঁতে বন্ধ কৰিব পাৰ তেতিয়া মই তহঁতৰ কথামতেই চলিম। পাৰিবি নেকি?

ঃ অই ব'ল। এই কফেৰৰ লগত তৰ্ক কৰি লাভ নাই। সময় আহক। চাই লম ইয়াক। তেতিয়া আকবৰে সিহঁতক কলে।

ঃ ৰ' শুনি যা। এজন মুছলমান যি দেশত থাকে, যি পৰিবেশত থাকে তাৰ লগত যে মিলি যাব লাগে সেই কথা কোৰাণতে উল্লেখ আছে। ইছলাম ধৰ্ম সেইজনেহে অন্তৰেৰে গ্ৰহণ কৰিব পাৰিছে যিজন সকলো পৰিস্থিতিতে সহনশীল। আজান ফকীৰৰ নাম শুনিছ? তেওঁ দেখোন বৈষ্ণৱী গীতৰ সুৰত জিকিৰ ৰচনা কৰিছিল। সেই জিকিৰ আজিও তহঁতে শুনি থাক। কিন্তু তহঁত দেখোন অসহিষ্ণু। ইয়াৰ দ্বাৰা তহঁতে ইছলামক অপমান কৰিছ, কৰা নাইনে? ক'চোন তহঁতে নিজৰ বুদ্ধিত ইয়ালৈ আহিছ নে আনৰ বুদ্ধিত আহিছ।

ঃ হেই। তহঁতে কি চাই আছ। ই কাফেৰ ইমান আগবাঢ়ি গৈছে। চালাক হালাল কৰ।

কথাবাৰ শুনি মই ঘৰৰ ভিতৰৰ পৰা দৌৰি আহি নাপালোৱেই। কোনোবা এজনে লোহাৰ ৰ'ডেৰে আকবৰৰ পাছ মূৰত মাৰি থৈ পলাল। তাক চিকিৎসা কৰাৰ সুবিধাই নাপালো বাপা। বাচাই অলপ চটফটাই থাকি চকু মুদিলে। সিহঁত যোগাৰ হৈ অহা বুলি জনাহেঁতেন ময়ো সাজু হৈ থাকিব পাৰিলোহেঁতেন। বুঢ়া হৈছো যদিও কোনোবা এজনক ময়ো ৰাখিব পাৰিলোহেঁতেন।

পাছফালে মামাৰ কথাখিনি ইমান কঠোৰ আৰু অস্বাভাৱিক হৈ ওলাইছিল যে মামাই নিজৰ মঙহ নিজে কামুৰি খাব।

ঃ তাৰ পিছত বাপা ঘৰত থাকিলো মই আৰু আকবৰৰ বৌ। তাই তেতিয়া আঠ মাহৰ গৰ্ভৱতী। এদিনাখন নাতি এটা হ'ল। নাতিটো ঠিক আকবৰৰ দৰে। নাকটোহে মাকৰ দৰে চেপেটা। মনত অলপ শান্তি পালো। অন্ততঃ নাতিৰ হাতত মোৰ ঘৰ-বাৰী মাটি সম্পত্তি গতাব পাৰিম।

আকবৰৰ মৃত্যুৰ আগলৈকে বিয়েহঁতৰ ঘৰৰ মানুহ আমাৰ ঘৰলৈ অহা নাছিল। নাতিৰ জন্মৰ পিছত কি যে হ'ল প্ৰায়েই আমাৰ ঘৰলৈ অহা হ'ল আৰু খবৰ লোৱা কৰিলে। বোধহয় নাতিৰ মোহত পৰিয়ে বিয়ে আহে কাৰণ বিয়েৰ একেজনীয়েই ছোৱালী। ল'ৰা এটাও নাই। দেউতাক আহিলে বেটাৰ বৌৰ বৰ আনন্দ। ময়ো খুব ভাল পাওঁ।

আজি সাতদিন আগৰ এটা ৰাতিৰ ঘটনা। ইতিমধ্যে জনজাতীয় মানুহ আৰু মুছলমানৰ

মাজত কাজিয়া চলি আছে। সিহঁতে মুছলমানৰ ঘৰ জ্বলাইছে আৰু মুছলমানে সিহঁতৰ ঘৰ জ্বলাইছে। ৰাতি এঘাৰমান বজাত বিঁয়ে মনে মনে আহি আমাৰ ঘৰত উপস্থিত। আমাৰ গাঁৱৰ প্ৰায়বোৰ মুছলমান মানুহ ইতিমধ্যে গাঁও এৰি পলাইছে। ইমান ৰাতি বিঁয়ে আহি সোধ পোচ নাই মোক ক'লে।

ঃ বিঁয়ে। নাতিটোৰ সৈতে ছোৱালীজনী নিবলৈ আহিছো।

কথাটো শুনি মই বৰ ভাল পালো কাৰণ হয়তো আমাৰ মাজত এনেকৈয়ে মিলামিছা হব।

কিন্তু বিঁয়ে এই ৰাতিখন? ৰাতিপুৱা নিলেও দেখোন হয়।

ঃ নহয় বিঁয়ে। তুমি ঘৰ এৰি পলোৱা। মই গম পাইছো আজি ৰাতিয়েই তোমাৰ ঘৰ জ্বলাব।

ঃ মোৰ ঘৰ জ্বলাই সিহঁতৰ কি লাভ হব?

ঃ সেইবোৰ হিচাপ-নিকাচ আমাৰ মানুহে নকৰে। এতিয়াই পলোৱা। দৰকাৰী বস্তু নিব পৰাখিনি লৈ যোৱা।

ঃ কিন্তু বিঁয়ে? এই সাতমুঠিৰ হালোৱা গৰুহাল কি কৰো?

ঃ এইবিলাক এৰি দিয়া। গৰু, ছাগলী, হাহ, কুকুৰা য'তে যি আছে সকলো এৰি দিয়া।

এইদৰে পৰামৰ্শ দি বিঁয়েয়ে জীয়েক আৰু ছয়মহীয়া নাতিটো লৈ মোৰ ঘৰৰ পৰা বাহিৰ হ'ল। মই বাটচ'ৰালৈ আগবাঢ়ি গ'লো। দেখিলো অলপ দূৰ গৈ হঠাতে বিঁয়ে থমকি ৰৈছে।

ছয়-সাতজন ডেকা ল'ৰাই বিঁয়েক আগচি ধৰিছে। ফটফটীয়া জোনাকত মই স্পষ্ট দেখা পালো। সিহঁতে বিঁয়েক প্ৰশ্ন কৰিলে।

ঃ তাৰমানে তই খবৰ দিবলৈ আহিছিলি?

ঃ কি খবৰ দিবলৈ আহিছিলো।

ঃ নহ'লে তোৰ লগত ইহঁতে কিয়? তই তাৰ ঘৰৰ পৰা অহা নাই?

ঃ আহিছো। তহঁতৰ হৈছে কি?

ঃ হ'বলৈ কি বাকী আছে। প্ৰথমতে ইহঁতক খেদিম। তাৰপিছত সিহঁতক। তাৰপিছত আমাৰ আচল শত্ৰু কেইটাক। মুঠৰ ওপৰত আমাৰ এলেকাৰ ভিতৰত আমাৰ বাহিৰে কাকো থাকিব নিদিও।

ঃ তহঁতে অসম্ভৱ কথা ভাবিছ। অসমীয়া ভাৰী কেইটাৰ কৌশলেৰে তহঁতে সিহঁতৰ দৰে ৰাজপাত খাবলৈ বিচাৰিছ। তহঁতে ৰজা হৈ পাৰিবিনে আমাৰ দৰে মানুহৰ অৱস্থা ভাল কৰিব?

ঃ তাৰমানে তয়ো কমুনিষ্ট কেইটাৰ লগ লাগিছ? সময় আহক ৰ। তহঁতকো চাই লম।

ঃ এতিয়াও কথাবোৰ ভালকৈ ভাবি চিন্তি চা। তহঁতৰ এনে কামৰ দ্বাৰা আমাৰ ৰাইজৰ উপকাৰ হব নে?

ঃ কেচুৱাটো আমাক দে। ইয়াৰ গাত আমাৰ মানুহৰ তেজ নাই।

ঃ কোনে কৈছে? ইয়াৰ গাত মোৰ তেজ আছে।

ঃ দিবি নে নিদিয় তাকে ক।

ঃ নিদিওঁ।

ঃ এনেতে কোনোবা এজনে কেঁচুৰাটো টান মাৰি লৈ যোৱা দেখিলো। সি চিঞৰি উঠিল। বেটাৰ বৌয়ে চিঞৰ বাখৰ লগালে। কোনোবা এজনে বেটাৰ বৌক ধমকি দি কলে।

ঃ চুপ থাক। নহ'লে তোকো শেষ কৰিম। আমাৰ ল'ৰা নাপালি তই প্ৰেম কৰিবলৈ? এইবুলি সিহঁতে মোৰ ঘৰৰ ফাললৈ আগবাঢ়ি আহিল। তেতিয়া বিঁয়েয়ে সিহঁতক আগচি ধৰি ক'লে।

ঃ তহঁতে যাব নোৱাৰ। যোৱাৰ আগতে মোক মাৰি থৈ যা। তাৰ পিছতহে বদৰুদ্দিনক।

ঃ তহঁতে এই বিভীষণক ধৰি ৰাখ। আমি বদৰুদ্দিনৰ খেলা খতম কৰি থৈ আহো।

এইবুলি সিহঁতৰ কেইজনমান মোৰ ঘৰৰ ফালে আগুৱাই অহাত মই চোতালৰ পিছফালে ভিৰাই লৰ মাৰিলো। কিছু সময় পিছত উভতি চাই দেখিলো মোৰ ঘৰৰ পৰা দাউ দাউকৈ জুই উঠিব লাগিছে।

গৰু-ছাগলী, হাহ-কুকুৰা কোনো এটা প্ৰাণীকে এৰি দিব নোৱাৰিলো বাপা। আটাইকেইটা বোধহয় পুৰি মৰিল।

পিছদিনা কেম্পত শুনিলো আমাৰ গাঁৱৰ কাবেদি যোৱা চৰকাৰী ৰাস্তাৰ ওপৰত হেনো কেঁচুৰা এটাৰ গাটো এঠাইত আৰু মূৰটো এঠাইত তেজৰ মাজত পৰি আছে। সেই টো বাপা নিশ্চয় মোৰেই নাতি।

লাহে লাহে মামাৰ মাতটো সেমেকি আহিল। পাঞ্জাবী কুৰ্ত্তাটোৰ হাতখনেৰে মামাই নিজৰ চলচলীয়া চকুহাল মচিলে।

ঃ দুৰ্লভ।

ঃ মহম্মদৰ মাতত মোৰ চিন্তাত যতি পৰিল।

ঃ দুৰ্লভ, ঘটনাবোৰ বৰ জটিল হৈছে। কাৰোবাৰ সুক্ষ্ম হাতৰ পৰশেৰে জটিল কৰোৱা হৈছে। **

# মুক্তিৰ সন্ধান

বিষ্ণুকিংকৰ বৰুৱাই বাৰাণ্ডাৰ চকিখনত বহি চিগাৰেটটোত দুটামান হোপা মাৰি ধোৱাৰ কুণ্ডলী এৰি দি ষাঠি বছৰীয়া জীৱন পৰিক্ৰমাৰ অবিস্মৰণীয় ঘটনা কেইটামানৰ এটা হিচাব-নিকাচ কৰি চালে। ক'ৰবাবাত ভুল হৈ গ'ল নেকি? নাতিদূৰৈৰ সুদৃশ্যমান পাহাৰখনলৈ দৃষ্টি নিক্ষেপ কৰি বৰুৱাই ভাবিলে— কি সুন্দৰ এই পৃথিৱীখন। কি আকৰ্ষণীয়, কি মনোমোহা। এই সুন্দৰতাৰ বিশালতাত ভাপ হৈ উৰি যায় সমস্ত জটিলতা। চহৰৰ বিৰাট বিৰাট দৈত্যকায় অট্টালিকাবোৰ বৰুৱাৰ দৃষ্টিৰ বহুত তলত পৰি থাকিল। পাহাৰখনৰ সেউজ বৰণ আৰু টিলাৰ মণ্ডপটোৱে বৰুৱাক হাত বাউল দি মাতিলে--- আহা, আহা মোৰ অন্তঃস্থললৈ সোমাই আহা। ইমান ডাঙৰ তোমাৰ অট্টালিকাৰে তুমি কি কৰিবা? মোৰ বুকুত কাণ দি শুনাচোন কি শব্দ হয়, কেনে ছন্দময় সুষম শ্ৰুতিমধুৰ শব্দ। কি পালা কি নাপালা থৈ দিয়া তোমাৰ হিচাপ নিকাচ।

বৰুৱাই এটা দীৰ্ঘশ্বাস এৰি দি পুনৰ চিগাৰেটটোত হোপা এটা মাৰি উভতি গ'ল অতীতলৈ। সেইদিনটো আজিও মনত আছে বৰুৱাৰ। ২২ বছৰ আগৰ শৰতৰ সেই বৃহস্পতিবাৰৰ পূৰ্ণিমাৰ ৰাতিটো। নিৰ্মলা নদীৰ ঘাটত যেন লগ পাইছিল এজনী উৰ্ব্বশীক।

বৰুৱাৰ বিয়া হবৰ আজি পয়ত্ৰিশ বছৰবো বেছি হ'ল। তেতিয়া তেওঁ এজন চফল ডেকা। গাত যৌৱনৰ মাদকতা। বৰুৱাৰ দেউতাক আছিল এজন ডাঙৰ ব্যৱসায়ী। ইটাৰ ব্যৱসায়। বৰুৱা এণ্ড চন্স ব্ৰিক্স। পঢ়া শুনাত বৰুৱা বৰ ভাল আছিল। মেট্ৰিক, হায়াৰ চেকেণ্ডাৰী আৰু বি এচ চিত বৰুৱাই বৰ ভাল ৰিজাল্ট কৰিছিল। কেমেষ্ট্ৰিত অনাৰ্চ লৈ কটন কলেজৰ পৰা বি.এচ চি পাছ কৰিছিল। দেউতাকে বৰুৱাক এম এচ.চি পঢ়াৰ কথা কৈছিল যদিও বৰুৱাই পঢ়াৰ প্ৰতি আগ্ৰহ নকৰি দেউতাকৰ ব্যৱসায়তে লাগি পৰিল। মনে মনে দেউতাকেও ভাল পালে। একমাত্ৰ সন্তান। পঢ়ি শুনি কি কৰিব? চাকৰি কৰিবলৈ গৈ কাৰোবাৰ গোলামহে হ'ব লাগিব। স্বাধীনচিন্তীয়া ব্যৱসায়। আত্মমৰ্যাদা আছে। দুৰ্ভাগ্যবশতঃ বৰুৱাই বি.এচ চি পাছ কৰাৰ তিনিবছৰমানৰ ভিতৰতে অগাপিচাকৈ বৰুৱাৰ মাক-দেউতাকে ইহসংসাৰ ত্যাগ কৰিলে। বৰুৱা অকলশৰীয়া হৈ পৰিল।

ইটাৰ ভাটাৰ গাঁৱলৈ যাওঁতে ঘটনাক্ৰমে বৰুৱাৰ দুজনী ছোৱালীৰ ওপৰত চকু পৰিল। বাই-ভনী। বৰ ধুনীয়া। একেবাৰে দুখীয়া পৰিয়ালৰ। খেতিয়কৰ ঘৰৰ। নামত খেতিয়ক। মাটিবাৰী বৰ বেছি নাই। দুয়োজনী গ্ৰেজুৱেট। কাঞ্চন আৰু পৰিণীতা। এসময়ত বৰুৱা সিহঁতৰ ঘৰলৈ যোৱা কৰিলে। হাতত কিবা নহয় কিবা এটা বস্তু নাথাকিলে বৰুৱাৰ ভাল নালাগে। সিহঁতৰ দুৱাৰমুখত যেতিয়া বৰুৱাৰ মাৰুতিখন ৰয়হি লগে লগে গাঁৱৰ নাঙঠ আৰু অৰ্দ্ধ নাঙঠ ল'ৰা-ছোৱালীবোৰে দৌৰি আহি মাৰুতিখন আগুৰি ধৰে।

এটা পৰ্যায়ত গাঁৱত বু-বা আৰম্ভ হ'ল। এই নটীকেইজনীয়ে গাঁৱৰ সন্মান খেদাব। ইয়াৰ কিবা এটা হেস্ত-নেস্ত হ'ব লাগে। গাঁৱৰ ডেকা ল'ৰামখাই সিইঁতক হুমকি দি গ'ল। হয় বিয়া হৈ গুচি যা নহ'লে সি আহিলে অপমান কৰি পঠিয়াই দে। নহ'লে ইয়াৰ পৰিণাম ভাল নহ'ব কিন্তু। চালা কুত্তাক আমি খতম কৰিম। চহৰৰ ছোৱালীৰ আকাল লাগিছে তাৰ। তাৰ ইটাৰ ভাটাত আমাৰ গাঁৱৰ কোনোবা এজন মানুহক কামত লগাইছে নে? জগতৰ বিহাৰীমখা হে দেখোন তাৰ বিশ্বস্ত শ্ৰমিক। চালাই ইয়ালৈ মজ কৰিবলৈ আহে।

ঘটনা আগ নাবাঢ়োতেই বৰুৱাই কাঞ্চনক বিয়া কৰাই লৈ গ'ল। দুবছৰমান পাছত পৰিণীতাৰো বিয়া হ'ল এজন চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল নৰেশ্বৰৰ লগত।

আৰামী চকীখনত মূৰটো শিথিলভাৱে এৰি দি আকাশখনলৈ চাই বৰুৱাই নিজকে সুধি চালে। কাক বেছি ভাল পায় তেওঁ? কাঞ্চন নে পৰিণীতাক? কিয় জানো বৰুৱাৰ অন্তৰৰ কেন্দ্ৰবিন্দুত বাজি উঠে পৰিণীতা পৰিণীতা। অদ্ভুত এই শব্দৰ ঝঙ্কাৰ।

দুৰ্ভাগ্যবশতঃ কাঞ্চনে বিয়া হোৱাৰ দহ বছৰ পাছতো যেতিয়া বৰুৱাক কোনো সন্তান উপহাৰ দিব নোৱাৰিলে বিষ্ণু কিংকৰ বৰুৱা চিন্তিত হৈ পৰিল। ইয়াৰ পাছত কি হ'ব? এই মাটি-বাৰী, এই ধন-সম্পত্তি? ডাক্তৰে বৰুৱাক কৈছিল—কাঞ্চনে গৰ্ভধাৰণ কৰিব পাৰে কিন্তু সেই সন্তানৰ বৃদ্ধি হ'ব নোৱাৰে কাৰণ কাঞ্চনৰ ইউটেৰাচৰ সম্প্ৰসাৰণ সীমিত। এটা যান্ত্ৰিক দোষ। ইয়াৰ কোনো প্ৰতিকাৰ নাই। সঁচাকৈয়ে কাঞ্চনৰ তিনিবাৰ গৰ্ভপাতো হৈছিল।

বৰুৱা নিশ্চুপ হৈ পৰিল। বৰুৱাই আত্মজিজ্ঞাসা কৰি চালে। তেন্তে মোৰ এই প্ৰখৰ মগজু, এই কাৰ্তিক সদৃশ চেহেৰা, এই অগাধ সম্পত্তিৰ কি মূল্য আছে? বৰুৱাৰ আত্মাই হাহাকাৰ কৰি উঠিল।

ৰাতি শুবৰ সময়ত এদিন কাঞ্চনে বৰুৱাক সুধিলে—কিংকৰ কি ভাবি আছা? তুমি আজিকালি কিবাবোৰ ভাবি থাকা।

ঃ নাই। একো ভবা নাই। তুমি দেখোন শুবলৈ অহা নাই। সেয়ে বহি আছো।

ঃ মিছা কথা কৈছা। তুমি মোকেই যদি তোমাৰ অন্তৰৰ কথা খুলি নোকোৱা তেনেহলে কাক ক'বা, শুনা মই এটা প্ৰস্তাৱ লৈ আহিছো।

ঃ প্ৰস্তাৱ? কি প্ৰস্তাৱ?

ঃ আজিৰ পৰা মই বেলেগ বিছনাত শুম। বুইছা। দেখা নাই মই কিমান বগা হৈ পৰিছো? তোমাকো যদি আক্ৰমণ কৰে?

ঃ অঁ এইটোহে প্ৰস্তাৱ। হ'ব দিয়া। তুমি সিমূৰৰ কোঠাটোত থাকিবা।

এই বুলি বৰুৱাই কাঞ্চনক গাৰ ওচৰলৈ টানি আনি গলধনত চুমা এটা খাই ক'লে—পাগলী। এই বেমাৰ সোঁচৰা নহয়। মানুহৰ লিভাৰে ঠিকমতে কাম নকৰিলে এনে ধৱল হয়।

ঃ কিংকৰ। তোমাৰ এই শুভ্ৰ ঋজু চেহেৰা, এই চকু, এই নাক, এই কিচকিচ কৰে

কলা চুলি, এই তেজাল পৌৰুষ—এইবোৰৰ ওচৰত মোৰ এই চেহেৰা লৈ তোমাৰ ওচৰত সুস্থ মন এটা লৈ থাকিব পাৰিম নে? জানা, প্ৰতি মুহূৰ্ততে মই এক হীনমন্যতাত ভূগি থাকো। মোৰে শপত তুমি আন এজনী বিয়া কৰোৱা। তোমাৰ বয়স এতিয়াও চল্লিশ হোৱা নাই। তদুপৰি বংশ ৰক্ষাৰ বাবে তোমাক জানো কোনো সন্তান নালাগে?

ঃ কাঞ্চন। তুমি আজি ইমান চেণ্টিমেণ্টেল হৈছা। আচলতে মই যে তোমাক অন্তৰেৰে গ্ৰহণ কৰিছো সেই কথা বোধহয় তুমি হৃদয়ঙ্গম কৰিব পৰা নাই। মোৰ চকুৰ আৰু মোৰ অন্তৰৰ ভাষা তুমি বুজা নাই নেকি কাঞ্চন?

ঃ কিংকৰ। এনে কথা কেতিয়াও নুসুধিবা। মই জানো কিংকৰ তোমাৰ হৃদযৰ কোহে কোহে মোৰ অস্তিত্ব উদ্বেলিত।

ঃ তেন্তে কিয় আজি এনে নতুন কথা ভাবিছা তুমি?

ঃ সৃষ্টিতে আমাৰ আনন্দ কিংকৰ। ধ্বংসক আমি ঘৃণা কৰো। মৃত্যুক আমি তিৰস্কাৰ কৰো। যৌৱনক আমি মুহূৰ্তে মুহূৰ্তে আহ্বান কৰো। জানা, প্ৰকৃতি নহ'লে জগত মোহনীয় হ'ব নোৱাৰে।

ঃ কাঞ্চন। তোমাক বুজিবলৈ মোৰ এতিযাও বহুত বাকী। ইমান দিনে মই তোমাক গাঁৱলীয়া পিচপৰা ছোৱালী বুলি ভাবি তোমাক বুজিবলৈ চেষ্টাই কৰা নাছিলো।

ঃ হৈছে হৈছে। ইমান দুৰ্বল হ'ব নালাগে। তোমালোকৰ দুৰ্বলতাবোৰ আমাৰ চকুৰ পৰা এৰাই যাব নোৱাৰে। জানা, আমাক লৈয়ে তোমালোকে বহুত কিবা কিবি কৰি পেলোৱা। মৃত্যুকো ভয নকৰা। আৰু আমি? আমি তাকে লৈযে গৰ্ব কৰো। আহা। বহুত ৰাতি হ'ল। শুই থাকো।

ঃ বিষ্ণু কিংকৰ বৰুৱাই দুৰ্বল হৈ কাঞ্চনক সাৱটি ধৰিলে। কাঞ্চনে বৰুৱাৰ ওঁঠত ওঁঠ লগাই ক'লে—কিংকৰ। পৰিণীতাই তোমাক কিবা এটা অনুৰোধ কৰিব পাৰে। পাৰা যদি ৰক্ষা কৰিবা।

ঃ এতিযা সেইবোৰ বাদ দিয়া। আহাচোন ওচৰলৈ। আৰু ওচৰলৈ। চাওঁ। আহা।

বৰুৱাই চিগাৰেটটোত শেষ হোপা মাৰি টুকুৰাটো ছাইদানীটোত পেলাই দি পুনৰ এটা জ্বলাই ল'লে। বিষ্ণু কিংকৰ বৰুৱা চেইন স্ম'কাৰ। চাহ আৰু চিগাৰেট বৰুৱাৰ জীৱন সংগী। কেৱল ৰাতি টোপনি মৰাৰ সময়তহে বন্ধ থাকে।

আজি বাইশ বছৰ আগৰ শৰৎ কালৰ বৃহস্পতিবাৰৰ পূৰ্ণিমাৰ ৰাতিটো। ডায়েৰীখন উলিযালে হযতো আচল তাৰিখটো ওলাই পৰিব।

পৰিণীতা আহিছিল বায়েকৰ ঘৰলৈ। গাঁৱৰ পৰা কেইদিনমান থকাকৈ। গিৰিয়েক নৰেশ্বৰে পঠিয়াইছিল পৰিণীতাক। ঘৰত অনবৰতে মন মাৰি থাকে। ঘূৰি ফুৰি আহিলে মন-চন ভাল লাগিব।

ৰাতি ভাত খাই উঠি বৰুৱাই বিছনাত বাগৰ দিছে কাঞ্চনৰ কাৰণে অপেক্ষা কৰি। বাহিৰত

দিনৰ দৰে পূৰ্ণিমাৰ শীতল জোনাক। ভেন্টিলেচনেদি জোনাকৰ পোহৰ বিচ্ছুৰিত হৈ বৰুৱাৰ বিছনাত পৰিছে। চপ্পলৰ শব্দ শুনি বৰুৱাই ঘূৰি চালে। দেখিলে পৰিণীতা বৰুৱাৰ ওচৰত থিয় দিছেহি। বৰুৱাই আচৰিত হৈ সুধিলে—পৰিণীতা। তুমি? তুমি কিয় আহিলা? কাঞ্চন ক'ত? এই ৰাতিখন? এনেদৰে?

ঃ ভিনদেউ। একেলগে ইমানবোৰ প্ৰশ্ন কৰিলে অথচ মোক এবাৰো বহাৰ কথা নকলে। আপুনি কেতিয়াৰ পৰা এই শিষ্টাচাৰ বাদ দিলে?

ঃ হয় নেকি? বহা বহা। বিছনাতে বহা।

এইবুলি বৰুৱাই শোৱাৰ পৰা ধহমহকৈ উঠি বহিল। পৰিণীতা বিছনাৰ এচকুত বহিল।

ঃ কোৱা। কিবা ক'বলগীয়া কথা আছে? বুইছা। আজি পঞ্চাশ হাজাৰ ইটা চাপ্লাই দিবলগীয়া হোৱাত বৰ কষ্ট হৈছে। গাড়ীখন লৈ এবাৰ ইটো ভেটা, এবাৰ সিটো ভেটা। ভাগৰ লাগিছে। তোমাৰ লগত কথা কোৱাৰ সময়ে কৰিব পৰা নাই।

পৰিণীতা বহু সময় মৌন হৈ থকাত বৰুৱাই পুনৰ সুধিলে—কি হ'ল পৰিণীতা? একো নোকোৱা দেখোন?

বৰুৱাই মন কৰিলে পৰিণীতাই কিবা ক'ব খুজিও ৰৈ গৈছে।

ঃ ভিনদেউ। মোৰ বিয়া হ'বৰ আজি এঘাৰ বছৰ হ'ল। অথচ আজিলৈকে.

পৰিণীতা মৌন হৈ পৰিল।

ঃ কি পৰিণীতা? নবেশ্বৰৰ লগত কাজিয়া লাগিছে নেকি? খুলি নোকোৱা কিয়? তোমালোকৰ মা-দেউতা নাই, ককাই-ভাই নাই। মোকেই ককাই বুলি ভাবাচোন।

ঃ কাজিয়া নাই লগা ভিনদেউ। নবেশ্বৰেই আপোনালোকৰ তালৈ কেইদিনমান থকাকৈ পঠিয়াইছে।

ঃ তেন্তে তোমাৰ কিহৰ ইমান সংকোচ।

ঃ মই আপোনাৰ ওচৰলৈ এটা দুষ্প্ৰাপ্য বস্তু বিচাৰি আহিছো ভিনদেউ। মোক দান কৰিলে মোৰ জীৱন ধন্য হ'ব।

ঃ অ' চহৰত মাটি কিনিবা বোধহয় পইচা লাগে। দিম দিয়া। মই জানো নহয় নবেশ্বৰৰ দৰমহাৰে তোমালোকৰ মাহটো নোজোৰে। মোৰ ইমান টকা-পইচা কোনে খাব?

ঃ নহয় ভিনদেউ। মোক পইচা নালাগে।

ঃ তেন্তে তোমাক দিব পৰা মোৰ এনে কি বস্তু আছে যে তাৰ দ্বাৰা তোমাৰ জীৱন ধন্য হ'ব?

ঃ আছে ভিনদেউ। অমূল্য সম্পদ আছে আপোনাৰ লগত।

ঃ অমূল্য সম্পদ? মই একো বুজা নাই পৰিণীতা।

ঃ মোক এটা কথা বুজাই কওঁকচোন ভিনদেউ। আমি ৰামায়ণত পাইছো সীতাই হেনো ৰামৰ লগত বাৰ বছৰ যুগ্মজীৱন যাপন কৰি ৰামৰ লগত বনবাসলৈ গৈছিল। এই বাৰ বছৰত সীতাৰ কোনো সন্তান নহ'ল। কিন্তু লংকাধ পৰা অহাৰ পাছত সীতাৰ বনবাসত লৱ-কুশৰ জন্ম হৈছিল বুলি উত্তৰাকাণ্ড ৰামায়ণত উল্লেখ আছে। অযোধ্যাৰ জনসাধাৰণে বু-বা কৰাত হেনো ৰামে সীতাক বনবাস দিছিল। লৱ-কুশ তেন্তে অবৈধ সন্তান আছিল নেকি? অৰ্থাৎ ৰাৱণৰ ঔৰষজাত? ৰাম নপুংসক নেকি? অথচ অভিমন্যুৰ ষোল বছৰ বয়সতে উত্তৰা গৰ্ভৱতী হৈছিল?

ঃ এইবিলাক কি প্ৰশ্ন কৰিছা পৰিণীতা? মই কেৱল টকা-পইচাৰ হিচাপহে জানো। শাস্ত্ৰৰ কথা একো নাজানো। যুগে যুগে পণ্ডিতসকলে পুৰুষৰ প্ৰভুত্বৰ ওপৰত আৰু নাৰীক পণ্য সামগ্ৰীৰ ৰূপত শাস্ত্ৰ সৃষ্টি কৰি আহিছে। গতিকে কোনটো সঁচা কোনটো মিছা ক'ব নোৱাৰি। মানুহে যি বিশ্বাস কৰে তাতেই সন্তুষ্ট থকাত আমাৰ কি অসুবিধা আছে?

ঃ আছে ভিনদেউ। বৈধ মানে কি অবৈধ মানে কি ক'ব পাৰিব নে?

ঃ তোমাৰ আজি কি হৈছে পৰিণীতা? বৈধ অবৈধ এইবোৰ মানুহৰ সৃষ্টি। এইবোৰ ভাঙিব পাৰি, নতুন কৰিব পাৰি, ইয়াঁতৰ ৰূপ সলাব পাৰি। মিছামিছি এইবোৰ ভাবি মনটো ভাৰাক্ৰান্ত কৰি কি লাভ? গ' এজ ইউ লাইক। এতিয়া কোৱা তুমি মোৰ পৰা কি বিচাৰিছা?

তেতিয়া পৰিণীতা বহাৰ পৰা উঠি লাহে লাহে বিষ্ণু কিংকৰ বৰুৱাৰ ওচৰলৈ আগবাঢ়ি গ'ল। একেবাৰে ওচৰত থিয় হৈ বৰুৱাক ক'লে—কিংকৰ। মোৰ শৰীৰৰ সম্পদবোৰ স্পৰ্শ কৰা তুমিয়েই মোৰ প্ৰথম পুৰুষ। মোৰ দ্বিতীয় পুৰুষ কোনো নাই। বিয়াৰ আগলৈকে কাঞ্চন বাইদেউক তুমি হাততো ধৰা নাছিলা। তোমাৰ নিশ্চয় মনত আছে কিংকৰ। মোৰ বিয়া আগতে হ'লে বাইদেউ বৈ যাব এই ভয়তেই মই তোমাক বিয়া নকৰালো। এইটো মোৰেই দুৰ্ভাগ্য। তোমাক পাইয়ো মই তোমাক হেৰুৱাইছিলো। এতিয়া মই তোমাক পাব খোজো কিংকৰ। এই দান মই তোমাৰ পৰা বিচাৰিছো। পাৰিবানে মোক সন্তুষ্ট কৰিব?

ঃ পৰিণীতা। এইয়া কি প্ৰস্তাৱ আগবঢ়াইছা? ই অসম্ভৱ। কাঞ্চন থাকোতে, তোমাৰ নৰেশ্বৰ থাকোতে এনে অন্যায় প্ৰস্তাৱ কিয় দিছা পৰিণীতা?

ঃ কোনো ভয় নাই কিংকৰ। বাইদেৱে মোক তোমাৰ ওচৰলৈ পঠিয়াইছে। এনিশাৰ কাৰণে নহয়। আমৃত্যুৰ কাৰণে।

ঃ কাঞ্চনে? কাঞ্চনৰ ইয়াত কি স্বাৰ্থ আছে?

ঃ আছে কিংকৰ। সেই কথা বাইদেউক সুধিব পাৰিবা।

ঃ কিন্তু নৰেশ্বৰ? তাৰ প্ৰতি অন্যায় কৰা নহবনে পৰিণীতা?

ঃ ওহো। কোনো অন্যায় কৰা নহ'ব। মই কৈছোৱে নহয় মোক স্পৰ্শ কৰা মোৰ কোনো দ্বিতীয় পুৰুষ নাই।

ঃ মানে? কি কৈছা তুমি?

ঃ নৰেশ্বৰ নপুংসক কিংকৰ।

ঃ হায় ভগবান। সঁচাকৈয়ে নে?

ঃ নৰেশ্বৰ এডাল মৰাকাঠৰ দৰে। যৌনক্ৰিয়া কি বস্তু তেওঁ একো নাজানে। গতিকে তেওঁৰ প্ৰতি ন্যায় কৰা অন্যায় কৰা এই ক্ষেত্ৰত দুয়োটাই অৰ্থহীন।

ঃ তেন্তে তুমি আজি এঘাৰ বছৰে আমাক কোৱা নাছিলা কিয়?

ঃ তোমাক কোৱা নাছিলো ঠিকেই। বাইদেউক কিন্তু কৈছিলো। বাইদেৱে মোক গুচি আহিবলৈ কৈছিল আৰু মোকো তোমাৰ লগত থাকিবলৈ পৰামৰ্শ দিছিল। কিন্তু মই নাহিলো।

ঃ কিন্তু ইমানদিনে এই মানসিক যন্ত্ৰণা ভোগাৰ কি দৰ্কাৰ আছিল?

ঃ মই জানো কিংকৰ। মই আহিলে মোকেই তুমি বেছি মৰম কৰিলা হয়। মোৰ প্ৰতি বেছি নজৰ দিলা হয়। কিন্তু বাইদেউৰ জীৱনটো? সেয়ে মই নাহিলো।

ঃ কিন্তু তুমিতো বেলেগৰ লগতো বিয়া হৈ যাব পাৰিলা হয়?

ঃ কিংকৰ। আমাৰ দৰে চাল ছিগা ভিকহু খেতিয়কৰ ঘৰৰ ছোৱালীক কোনোবাই গ্ৰহণ কৰিব বুলি আশা কৰানে? নৰেশ্বৰক এৰি গুচি আহিলে মই নিৰাপত্তা আৰু আশ্ৰয় ক'ত পালো হয়। তাতে মই ইতিমধ্যে তোমাৰ লগত জড়িত হৈ পৰিছো বুলি প্ৰচাৰ হৈছে। তদুপৰি তোমাৰ বাহিৰে মই কাৰো ওচৰলৈকে যাব নোৱাৰো কিংকৰ। অসম্ভৱ।

ঃ তুমি মোৰ পৰা কি বিচাৰিছা পৰিণীতা?

ঃ তোমালোক পুৰুষবিলাকে উপলব্ধি কৰিব নোৱৰা নাৰীৰ শ্ৰেষ্ঠতম আকাংক্ষা কি? কি জানা? আমাক সন্তান লাগে। আমি মাতৃত্বৰ গৌৰৱেৰে গৰ্বিত হ'ব বিচাৰো। তোমাৰো সন্তান নাই, মোৰো সন্তান নাই। তুমি মোক এই দান দি ধন্য কৰা কিংকৰ।

ঃ কিন্তু ই যে অবৈধ সন্তান হ'ব পৰিণীতা। মানুহৰ আগত তুমি মুখ উলিয়াবা কেনেকৈ? তোমাৰ সন্তানে মূৰ তুলি কথা ক'ব কেনেকৈ?

ঃ ঠিকেই কৈছা তুমি। এবাৰ মহাভাৰতলৈ মন দিয়াচোন। কৰ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱ এই আটাইকেইজন অবৈধ সন্তান নহয় নে? পাণ্ডুৱে নিজেই কুন্তী আৰু মাদ্ৰীক আন পুৰুষৰ লগত মিলন হ'বলৈ দিয়া নাছিলনে? আজিও দেখোন সমগ্ৰ ভাৰতত কৰ্ণ আৰু পঞ্চপাণ্ডৱক শ্ৰেষ্ঠ ব্যক্তি হিচাপে গণ্য কৰে।

মইয়ো তোমাৰ পৰা এজন কৰ্ণ বা অৰ্জুন বিচাৰিছো কিংকৰ, যিজন তোমাৰ দৰে বুধিয়ক হয়, সুদৰ্শন হয়।

ঃ ৰবা পৰিণীতা। তুমি গোটেই জীৱনটো মোৰ লগত থাকিম বুলি আহিছা নেকি?

ঃ ওহো। নাথাকো কিংকৰ। আজি এই পূৰ্ণিমাৰ ৰাতিৰ পৰা অমাৱস্যাৰ আগৰ ৰাতিলৈকে। মাত্ৰ তেৰ দিন। তাৰ পাছত নৰেশ্বৰৰ ওচৰলৈ গুচি যাম।

ঃ কিয়?

ঃ মই নাথাকিলে নৰেশ্বৰক কোনে চোৱা-চিতা কৰিব? বেচেৰা মই নহলে থিতাতে মৰিব।

বিষ্ণু কিংকৰ বৰুৱা মমৰ দৰে গলি গলি কেতিয়া যে নিঃশেষ হৈ পৰিণীতাৰ লগত বিলীন হৈ পৰিল ধৰিবই নোৱাৰিলে। কিংকৰে থিয় হৈ পৰিণীতাক সাৱটি ধৰি বুকুৰ মধ্যস্থলত চুমা এটা খালে। পৰিণীতাই কিংকৰক সজোৰে সাৱটি ধৰি ক'লে—

মোৰ কুমাৰীত্ব এতিয়াও অক্ষত অৱস্থাত আছে কিংকৰ। বিদীর্ণ কৰা। মোৰ মনস্কামনা পূর্ণ কৰা। আহা বিছনালৈ যাওঁ।

বিষ্ণু কিংকৰ বৰুৱাই চিগাৰেটৰ টুকুৰাটো ছাইদানীটোত পেলাই দি ৰোমাণ্টিক মনটো জোকাৰি দিবলৈ গাটো লৰচৰ কৰোতেই দেখিলে পিয়নটোৱে চিঠি এখন তেওঁৰ হাতত তুলি দিছে।

চিঠিখনৰ খামটো ভালকৈ নিৰীক্ষণ কৰি বৰুৱাই দেখিলে খামটোৰ ওপৰত বিদেশী ছাপ। ভিয়েটনামৰ ছাপ। বৰুৱা আচৰিত হৈ খামটো খুলি চালে। চিঠিৰ শেষত লিখা আছে—ইতি তোমাৰ অজিত। তাৰমানে আজি ছয়মাহৰ ভিতৰতে অজিত ভিয়েটনাম পালে। উৎকণ্ঠা ধৰি ৰাখিব নোৱাৰি চিঠিখন পৰিণীতাক দিয়াৰ আগতে বৰুৱাই নিজেই পঢ়ি চালে। অজিততো তেওঁৰেই সন্তান। আজি ছয়মাহ আগতে অজিত ঘৰ এৰি গুচি গৈছে।

মা,

তোমাক এৰি আহি তোমাৰ মনত দুখ দি মই মনোকষ্টত ভুগি আছো। দুখ নকৰিবা। মই আছো নহয়। এদিন তোমাৰ ওচৰলৈ আকৌ যাম। তিলবটা, পদিনা বটা আৰু কচুৰ থোৰ পাতত দিয়াৰে ভাত খাম। তোমাৰ কোলাত মূৰ থৈ টোপনি মাৰিম। তুমি মোৰ চুলিৰ মাজে মাজে আঙুলি বুলাবা। মই নিশ্চিন্তমনে টোপনি মাৰিম।

মোক হেৰুৱাৰ ভয়তে তুমি মোক আজি ছয়মাহ আগলৈকে মোৰ জন্মৰহস্য কোৱা নাছিলা। মই কিন্তু বহুত আগতেই সকলো কথা বুজি উঠিছিলো। স্কুলত থাকোতে মোৰ লগৰ ল'ৰাবিলাকে মোক প্রায়ে জোকাইছিল—মই হেনো জাৰজ। মোৰ দেউতা তোমাৰ ধর্মপতি নৰেশ্বৰ কলিতা নহয়। মই আবিষ্কাৰ কৰিছিলো মোৰ আচল দেউতা কোন। দশমমান শ্রেণীত থাকোতে এদিন জেঠী আৰু তোমাৰ মাজৰ গোপনীয় কথাৰ মাজৰ পৰা মই বুজি পাইছিলো। মোৰ টেলেণ্ট তেওঁতকৈও বেছি। মেট্রিক আৰু হায়াৰ চেকেণ্ডাৰীতো মই তেওঁতকৈ ভাল ৰিজাল্ট কৰিছো। হাইস্কুলত থাকোতে মোক মোৰ অন্তর্দ্বন্দ্বই বৰ বেছি পীড়িত কৰিব পৰা নাছিল। কলেজত পঢ়োতেহে মই বৰকৈ বিচলিত হৈছিলো। মই কাক দেউতা বুলিম? যেতিয়া মোৰ ধর্মপিতাৰ মৃত্যু হ'ল আৰু তাৰ এমাহ পাছত তুমি বিষ্ণু কিংকৰ বৰুৱাৰ ওচৰলৈ আহি তেওঁকেই দেউতা বুলিবলৈ উপদেশ দিলা তেতিয়া মোৰ মনৰ দ্বন্দ্বই প্রকট ৰূপ ল'লে। মই অস্থিৰ হৈ

পৰিলো। পৰিস্থিতিটো মোৰ কাৰণে অসহ্যকৰ হৈ পৰিল। সেয়ে বিষ্ণুকিংকৰ বৰুৱাৰ ঘৰত দুদিন থাকিয়েই ওলাই গুচি আহিলো।

সেই বুলি নাভাবিবা মা, মই বৰ্তমান যি পথত ভৰি দিছো তাৰ কাৰণ মোৰ এই অৰ্ন্তদ্বন্দ্ব। ই মোৰ পূৰ্ব পৰিকল্পিত সিদ্ধান্ত। মানুহৰ মুক্তিৰ সন্ধানত মই ওলাই আহিছো।

জানা, আমাৰ সংগঠনে মোক ইয়ালৈ পঠিয়াইছে। ভিয়েটকং বিলাকে আমেৰিকাৰ বিৰুদ্ধে কেনেকৈ যুদ্ধ কৰিছিল, তেওঁলোকৰ দৰ্শন কি, তেওঁলোকৰ শক্তি কি সেই বিষয়ে জানিবলৈ আৰু প্ৰশিক্ষণ ল'বলৈ মোক ইয়ালৈ পঠিয়াইছে।

তুমি আৰু জেঠীয়ে আশা কৰিছিলা মই বিষ্ণুকিংকৰ বৰুৱাৰ উত্তৰাধিকাৰী হৈ সুখে সন্তোষে জীৱন নিৰ্বাহ কৰিম। হয়তো বিষ্ণুকিংকৰ বৰুৱাইও তেনেকৈয়ে ভাবিছিল। তোমালোকৰ আশা পূৰণ কৰিব নোৱাৰিলো মা। আমাৰ পথ কণ্টকাকীৰ্ণ। ধৰি লোৱাচোন বসুদেৱ দৈৱকীৰ কোলাৰ পৰা শ্ৰীকৃষ্ণ গোৱালপত্নী যশোদাৰ কোলালৈ গুচি যোৱা বুলি!

জীৱনদায়িনী মাতৃ তোমাৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰে এৰিলো।

বিষ্ণুকিংকৰ বৰুৱা বিচলিত হৈ উঠি গৈ চিএঞৰি চিএঞৰি মাতিলে— কাঞ্চন, পৰিণীতা চোৱা, অজিতৰ চিঠি। কাঞ্চন আৰু পৰিণীতা হামখুৰি খাই চিঠিখন পঢ়িবলৈ ধৰিলে। পঢ়ি উঠি কাঞ্চন আৰু পৰিণীতাই কিংকৰৰ মুখলৈ চালে। চকুত বিস্ময় আৰু হতাশাৰ চিন। বিষ্ণুকিংকৰ বৰুৱাই গদগদকৈ মন্তব্য কৰিলে—

মানুহৰ পৰা বিচ্ছিন্ন হৈ থাকি সেই মানুহৰ কল্যাণ বিচৰা কৌশল কেতিয়াও কৃতকাৰ্য হ'ব নোৱাৰে। ভিয়েটনামবাসীৰ দৰে যদি মানুহৰ যৌথ শক্তিৰ ওপৰত বিশ্বাস থাকিল হয় এওঁলোকৰ।

যৌৱন এনেকুৱাই। এনেকৈয়ে নিঃশেষ হৈ যায় ঘোঁৰাৰ কদমত আগুৱাই অহা উন্মত্ত যৌৱন।

কিংকৰৰ বুকুত মূৰ থৈ হুকহুকাই কান্দি উঠিল পৰিণীতা। ✶✶

# প্ৰথম শ্ৰেণীৰ যাত্ৰী আমি

এটা বিশেষ কাৰণত ৰাজধানী এক্সপ্ৰেছত মই দিল্লীলৈ গৈছিলো। মোৰ ককাইদেউৱে দিল্লীত ৰেলৰ চাকৰি কৰে। তাৰ ছোৱালীৰ বিয়া দিল্লীতে পাতিছে। সিয়েই ৰেলৰ টিকট কাটি মোলৈ পঠিয়াইছিল। নহ'লে মোৰ দৰে চাল ছিগা ভিকহু এজনে প্ৰায় দুহেজাৰ টকাৰ টিকটত যোৱাটো ভেকুলীৰ পিঠিত নোম গজাৰ দৰে কথা। দিল্লীলৈ যাওঁতে দেখা এটা বিশেষ ঘটনাই মোৰ মনযোগ আকৰ্ষণ কৰিছিল। এনে দৃশ্য দেখা পোৱাটো মোৰ দৃষ্টিত এক প্ৰকাৰ দুৰ্লভ। আপাততঃ অস্বাভাবিক যেন লাগে।

পিছে ৰেলৰ দবাৰ ভিতৰত বহিহে উপলব্ধি কৰিলো, মই এটা সমস্যাত পৰিছো, মানে এটা বিশেষ ষ্টেটাচ ৰক্ষা কৰি চলিব লাগে। যেনে—খিৰিকীৰে থু পেলাব নোৱাৰি, হাঁচি-কাহ মাৰিব নোৱাৰি, কাগজৰ টুকুৰা আদি পেলাব নোৱাৰি, খাওঁতে খুব সাৱধানে খাব লাগে, চামুচ বা কাটা চামুচ ব্যৱহাৰ কৰোতে ধৰা পৰো নেকি লক্ষ্য কৰিব লাগে ইত্যাদি ইত্যাদি। তাতে আকৌ মোৰ সন্মুখত বহি আছে জিন্‌চৰ পেণ্ট পিন্ধা দুজনী গাভৰু ছোৱালীৰ সৈতে মুগাৰ মেখেলা-চাদৰ পিন্ধা মাকজনী। প্ৰথমতে তেওঁলোকে মোক মাতিবই খোজা নাছিল, বোধহয় মোক অতি বেক্‌ৱাৰ্ড যেন দেখিছিল বা তেওঁলোকৰ ষ্টেণ্ডাৰ্ডৰ মাতিবলগীয়া মানুহেই নহয় মই। মোৰ হ'লে সাংঘাতিক দুৰৱস্থা। ছোৱালী দুজনী বৰ ধুনীয়া, গাৰ বৰণ গাখীৰৰ দৰে বগা। গাল-মুখ মসৃণ। বয়স হৈছে যদি খুব বেছি পোন্ধৰ-যোল্ল। মাকজনীও বৰ সুন্দৰী, সুগঠী। এ চি ফাৰ্ষ্ট ক্লাচত যোৱা হ'লেহে তেওঁলোকৰ সৌন্দৰ্য্যই মেট্‌চ কৰিলোহেঁতেন আৰু মোৰ দৰে মানুহজনক আগত লৈ কষ্ট খাব নালাগিলহেঁতেন। দবাটোৰ বাকী দুজন আমাৰ ইফালৰ যেন নালাগিল। ব্যৱসায়ী যেন লাগে। শেষলৈ মই কুচিমুচি বহি এইবিলাক কথা নাভাবিবলৈ চেষ্টা কৰি খিড়িকীৰে বাহিৰলৈ চাই গ'লোঁ। ছোৱালী দুজনীয়ে অসমীয়া কয় যদিও প্ৰায়েই ইংৰাজী মিহলি কৰে, নহ'লে যেন কথাৰ অৰ্থ প্ৰকাশ নহ'ব। মাকজনীয়ে কিন্তু অসমীয়াতে কয়। মই ঈশ্বৰক খাটিলো—হে ভগবান মোক সোনকালে দিল্লী পোৱাই দিয়া। কিহৰ মাজত পৰিলোঁ। মোক নিজকে টুকুৰিয়াই চালোঁ। হীনমন্যতাত ভুগিছোঁ নেকি? ভূপেন হাজৰিকাৰ গানটোলৈ মনত পৰিল।

"প্ৰথম নহয়, দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি।"

পিছে আটাইতকৈ আচৰিত হ'বলগীয়া কথাটো হ'ল মানুহজনীয়ে ৰেলখনৰ যাত্ৰা আৰম্ভ হোৱাৰে পৰা অৰ্থাৎ ৰাতিপুৱা ছয় বজাৰ পৰা যি শুইছে তাৰ অলপো হৰণ-ভগন নোহোৱাকৈ শুই গৈছে। কেৱল পেচাব বা পায়খানা কৰিবলৈ যি উঠিছে আৰু খাওঁতে যিখিনি সময় লাগে সেই সময়খিনি উঠিছে। আনকি খাই থাকোতেও তেওঁৰ টোপনি আহিব খোজে। সেয়েহে তেওঁ

বেছি খোৱাও নাই, কেৱল ফ্ৰুইট জুইচ্‌, দৈ আৰু আইচ্‌ক্ৰীম। ছোৱালী দুজনীয়েও বৰ বেছি নাখায়, আধা-আধি বস্তু প্লেটত ৰৈ যায়। মই হ'লে পৰাখিনি খাইছোঁ। হ'ল বুলিনো কিমান খাম? চাহপাত, চেনি, বাটাৰ, জালুকৰ গুৰি, ভুজিয়া আদিৰ পেকেট, টিফিনৰ লগত দিয়া অন্যান্য খাদ্য সামগ্ৰী, ভাত খোৱাৰ আগত দিয়া জুইচ, পিচত দিয়া দৈ, আইচ্‌ক্ৰীম, ভাতৰ লগত দিয়া যথেষ্ট খাদ্য সামগ্ৰী ইত্যাদি। তাতে আকৌ ডায়েবেটিছ থকা মানুহ। আধা-আধি বস্তু প্লেটত এৰিছো। মনে মনে ভাবিছো বস্তু বিলাক লৈ যাব পাৰিলে শ্ৰীমতীৰ লগত বহি বহি খাবলৈ কি মজা হ'লহেঁতেন। মনটোৱে কুটকুটাই আছে নিব পাৰিলে। উচ্ছিষ্ট বুলি এই সমস্ত বস্তুবোৰ ইহঁতে পেলাইহে দিব। পইচা থাকিলে কিযে কৰিব নোৱাৰি। খাওঁ নাখাওঁ তাতে কি আহে যায়। এটা টিকটত দুই হেজাৰ টকা। গতিকে দিবই লাগিব।

মোৰ দৃষ্টি কিন্তু শুই থকা মানুহজনীৰ ওপৰতহে। মানুহজনী শকতো নহয়। বেচ ওখ-পাখ, ঢকঢকীয়া বগা। ইমান সুন্দৰ মানুহ এজনীয়ে ইমান নিৰবচ্ছিন্ন ভাবে শুই থকাৰ কাৰণ কি? মোৰ বাংকাৰটো একেবাৰে তলত আৰু তেওঁ সিটো তলৰ বাংকাৰত গাত বেডচিট এখন লৈ শুই আছে। প্ৰথমতে ছোৱালী দুজনীয়ে মাকৰ কাষতে বহিছিল, পিছত অসুবিধা হোৱা কাৰণে মোৰ বাংকাৰটোৰ এমূৰত বহি ল'লে। ডাঙৰজনী বহাৰ আগতে মোৰপৰা অনুমতি ল'লে।

ঃ এক্সকিউজ্‌ মি আংক'ল। মই বহিব পাৰোঁ নে ইয়াত?

ঃ বহা বহা। তাৰ বাবেও অনুমতি ল'ব লাগেনে? দিনৰ ভাগত এইকেইটা বহাৰ কাৰণেই।

সিহঁতে মুক্তভাৱে বহি ল'লে আৰু জিন্‌চৰ পকেটৰ পৰা চক্‌লেট উলিয়াই চুহিবলৈ ধৰিলে। মোৰ মনৰ ভিতৰৰ পৰা সংকোচ ভাবটোৱে কেতিয়া পলায়ন কৰিলে ধৰিবই নোৱাৰিলোঁ। সিহঁতক সুধিলোঁ,

ঃ ক'লৈ যাবা তোমালোক?

ঃ টু ডেল্‌হি। সৰুজনীয়ে পট্‌কৈ উত্তৰ দিলে।

ছোৱালীজনীৰ উত্তৰ শুনি বৰ ভাল লাগিল। মোৰ ছোৱালী ইহঁততকৈ ডাঙৰ হ'ব। সিহঁতক মোৰ ছোৱালী যেন লাগিল। ডাঙৰ জনীক সুধিলো,

ঃ তোমাৰ নাম কি?

ঃ ডৰ্‌থী চাইকীয়া বাৰ্মা।

আৰু তোমাৰ নাম?

ঃ কুন্তলা বাৰ্মা চাইকীয়া

ঃ হেহ্‌ তোমালোকে কেনে ধৰণৰ উপাধি লৈছা দেখোন?

ঃ হয় আংক'ল। বাইদেৱে দেউতাৰ টাইট'ল লৈছে আৰু মই মাৰ লৈছো। এইটো দেউতাৰ চাজেচ্‌চন।

ঃ বাঃ তোমালোকৰ দেউতা আন্‌বায়াস্‌ড্‌ আৰু তেওঁ সমতা ভাল পায়।

ঃ ইউ আৰ্‌ চেন্ট্‌ পাৰ্চেন্ট কাৰেক্ট আংকল। আমাৰ দেউতা ইউনিভাৰ্চেল। সৰুজনীয়ে

গৰ্বৰে উত্তৰ দিলে।

ঃ তোমালোকৰ ককাই-ভাই নাই?

ঃ কিয় নহ'ব আংকল? উই হেভ এ বিলাভড্ ব্ৰাদাৰ। কুমাৰ সন্দীপ।

ঃ কি কথা? তোমালোকৰ ককাযেৰাই দেখোন উপাধি লোৱা নাই?

ঃ তেওঁ ভাল নাপায়।

ঃ মা-দেউতাই আপত্তি কৰা নাছিল?

ঃ মায়ে কৰিছিল, কিন্তু দেউতা ইন্‌ডিফাৰেণ্ট।

ঃ তোমালোকৰ ঘৰ ক'ত?

ঃ মাৰ অসমত। দেউতাৰ ডেল্‌হিত।

মই পুনৰ মানুহজনীক আলেঙে আলেঙে লক্ষ্য কৰিলো। মোৰ কথা শুনি আছে যদি হয়তো আমাৰ কথোপকথনত ভাগ লব পাৰে। ওহো, সাৰসুৰ নাই। দুৰ্ঘোৰ টোপনি। পৰিস্থিতিটো বিসদৃশ যেন লাগিল।

তেতিয়া আবেলি চাৰিমান বাজিছে। বয় বিলাকে টিফিন দিবলৈ আহিছে। সৰুজনীয়ে মাকক চিএঞৰিলে।

ঃ মাম্মি। মাম্মি। টিফিন লম নেকি তোমাৰ কাৰণে।

মানুহজনীযে লৰচৰ নকৰাকৈ উত্তৰ দিলে,

ঃ নালাগে। তহঁতিয়েই খা।

ডৰথীহঁতৰ মুখৰ পৰা তেওঁলোকৰ সম্বন্ধে যি জানিলো তাৰ সাৰাংশ এনে ধৰণৰ—

ঃ দেউতাকে বিযা কৰোৱাৰ আগতে গুৱাহাটীত কোনো এটা চেণ্ট্ৰেল গভৰ্ণমেণ্ট অফিচত চাকৰি কৰিছিল। মাকৰ ঘৰ গুৱাহাটীত। তেওঁ গুৱাহাটীত ওকালতি কৰিছিল। মাক দেউতাকৰ প্ৰথমতে চিনাকি হয আৰু পিচত বিযা হয। বিয়াৰ পিচত দেউতাকে চাউথ আফ্ৰিকাত চাকৰি পাই তালৈ গুচি যায়। চাউথ আফ্ৰিকাত মাকেও ওকালতি কৰে। তাতেই সিহঁত দুয়োৰো জন্ম। ককায়েকৰ জন্ম গুৱাহাটীত। ডৰথীহঁত ভাৰতলৈ এয়েই প্ৰথম আহিছে আৰু অসমলৈও এয়েই প্ৰথম। দেউতাকৰ চাউথ আফ্ৰিকাতে থকাৰ ইচ্ছা আছিল। দুৰ্ভাগ্যবশতঃ দেউতাকৰ এক্সিডেণ্ট হ'ল সেযে একেবাৰে ভাৰতলৈ গুচি আহিল। লগতে মাকৰ চিকিৎসাৰ কাৰণেও ভাৰতলৈ আহিবলৈ বাধ্য হৈছে। সিহঁতে এতিযা ডেল্‌হিৰ কনভেণ্ট্ স্কুলত পঢ়ি আছে। ডৰথী ক্লাচ টেনত আৰু কম্‌লা ক্লাচ নাইনত। ককাযেক কলেজত। মাকৰ এই শুই থকা বেমাৰটো হেনো আফ্ৰিকাতে আৰম্ভ হৈছিল। এতিযা বেছি হৈছে। কোনো ঔষধে কাম কৰা নাই। প্ৰসংগত সোধোতে ডৰথীয়ে কৈছিল,

ঃ ইণ্ডিয়ান ডক্তৰচ্ আৰ চ' ওৰ্ৱাষ্ট, ইউ কাণ্ট্ ইমাজিন আংকল। ভাৰতীয় হিচাপে মোৰ অলপ চেণ্টিমেণ্টত লাগিছিল যদিও কোনো বহিঃপ্ৰকাশ নকৰি হাঁহি হাঁহি ক'লো,

ঃ আফ্ৰিকাত খুব মাখি আছে নে ডৰথী?

: য়েছ আংকল আফ্ৰিকাত মাখিয়েই হেল্থ হেজাৰ্ড ক্ৰিয়েট কৰিছে। আমি শুনিছো আমাৰ জন্মৰ আগতে হেনো এই মাখিৰ কাৰণেই থাওজেণ্ড্ছ্ এণ্ড থাওজেণ্ড্ছ্ পিপোল ডাইড্। এতিয়া অবশ্যে কন্ট্ৰল কৰা হৈছে। কিন্তু বহুত মানুহ এতিয়াও ভিক্‌টিম হৈ আছে।

: অসমলৈ আহি তোমালোকৰ কেনে লাগিছে।

কুন্তলাই তপৰাই উত্তৰ দিলে,

: অহ্ ভেৰী ফাইন। ভেৰী নাইচ্। দি মাইতি ব্ৰহ্মপুত্ৰ—ইট্‌চ্ লাইক কংগো ইন আফ্ৰিকা। কুন্তলাৰ কথা শেষ নৌহওঁতেই ডৰথীয়ে উৎফুল্লিত হৈ ক'লে,

: আংকল, ইয়াৰ ছোৱালী বিলাকে যে মুগাৰ মেখেলা পিন্ধে, কিযে চাৰ্মিং সিহঁতক দেখিবলৈ। আমিও মুগাৰ মেখেলা লৈ আহিছো। ডেল্হিত পিন্ধিম।

: হয় নেকি? দিল্লীত ছোৱালীবিলাকে তোমালোকক উভতি উভতি চাব আৰু ক'ব ক'ৰ অ' এইকেইজনী লুঙি পিন্ধা ছোৱালী। কেনেকুৱা লুঙি দেখোন? তাতে তোমালোক আফ্ৰিকান ছোৱালী।

মই সিহঁতক জোকাব পৰা অবস্থাত কেতিয়া উপনীত হলো ধৰিবই নোৱাৰিলো। সিহঁতেও মোৰ ওচৰত অতি সহজ হৈ পৰিল। ডৰথীয়ে অভিমান কৰি ক'লে,

: ন' আংকল। আমি অসমীয়া। আইতা-ককাদেউতা অসমীয়া। মামা-মামী সকলো অসমীয়া। আমি কিয় নহম? হোৱাই?

ডৰথীক পুনৰ জোকাই ল'লো। তাই ইতিমধ্যে খণ্ডাচিণ্ডা পৰিছে।

: ন' ডৰথী। তোমালোক ডেল্হাটিজ। কিয় তুমিয়েই দেখোন কৈছিলা তোমালোকৰ দেউতাৰ হেনো মস্ত ডাঙৰ ফ্লেট আছে দিল্লী ইউনিভাৰচিটিৰ ওচৰৰ টিমাৰপুৰত। এটা বিৰাট ডাঙৰ কম্পাউণ্ড।

তেতিয়া সিহঁত দুয়ো কিছু থৎমৎ খালে আৰু ক'লে,

: হয় আংকল। উই আৰ্ আচামিজ্, ডেল্হাটিজ এণ্ড আফ্ৰিকান্চ। তিনিওটাই।

: বেচ? ভাল ছোৱালী। হ'ব দিয়া। কোৱাচোন সন্দীপ আৰু তোমালোকৰ দেউতাৰ কাৰণে অসমৰ পৰা কি কি আনিছা?

: চাব নেকি আংকল?

এইবুলি কুন্তলাই উঠি গৈ ভি আই পি চুটকেটটো খুলি দুবিধ বস্তু মোৰ সম্মুখত দাঙি ধৰিলে। দেখিলো দুটা এড়িৰ নতুন জৱহৰ কোট আৰু অতি মিহি পাঁচখন বাঁহৰ বিচনী। মই আনন্দত অভিভূত হলো। মোৰ আনন্দ অশ্ৰু নামি আহিল। বিচনী এখন হাতত লৈ সুধিলো,

: কিয় তোমালোকৰ ঘৰত এয়াৰ কণ্ডিচন নাই নেকি, এই বাঁহৰ বিচনী লৈছা যে? ডৰথীয়ে উত্তৰ দিলে,

: আছে আংকল। কিন্তু এইবিলাক আৰ্টিফিচিয়েল। উই চুড্ গ' উইথ্ দি নেচাৰ। তাতে বিচনীৰ বা ইমান শীতল আৰু মৰ্মস্পৰ্শী—আই ফিল নেচাৰেল।

ঃ মানে?

ঃ মানুহেই মানুহৰ ধ্বংস মাতি আনিছে আংকল। কেন ইউ ইমাজিন, দেট্ ডিষ্ট্ৰাক্সন ইজ নট্ ভেৰি ফাৰ?

ডৰথীৰ উপলব্ধিত মই আচৰিত হলো। এনে ধৰণৰ প্ৰশ্ন তাই কৰিব পাৰে বুলি মই ভবাই নাছিলো। মানুহৰ কৃত্ৰিমতা, মানুহৰ একাকীত্ব, মানুহৰ গগণচুম্বী লালসাই হয়তো তাইক আমুৱাইছে, হয়তো কুন্তলাকো আৰু হয়তো বহুতকে। কিন্তু এনে উঠন বয়সত, এনে ভৰ যৌৱনত এনে উপলব্ধি কিয়? কিহৰ অভাৱ? মোৰ অন্তৰাত্মা হাহাকাৰ কৰি উঠিল। এনে বিতৃষ্ণা যে এক ভয়ঙ্কৰ বিপদৰ সংকেত।

ইতিমধ্যে বয়বোৰে ৰাতিৰ ভাতৰ প্লেটবোৰ আমাৰ হাতত তুলি দিলে। আমি খোৱা আৰম্ভ কৰিলো। ডৰথীৰ মাকে মেংগ' জুইচ, দৈ, আৰু আইচক্ৰীমখিনি খাই পুনৰ শুই পৰিল। খাই উঠি আমি নিজৰ নিজৰ বাংকাৰ ঠিক কৰি ল'লো। তেতিয়া ৰাতি ন মান বাজিছে। মাজৰ বাংকাৰটোত কুন্তলা আৰু ওপৰৰটোত ডৰথী। কুন্তলাই মোক অনুৰোধ কৰিলে,

ঃ আংকল। প্লিজ চি মাই মাদাৰ, চি মে গেট্ ডাউন ইন ডেলিৰিয়াম।

ঃ হ'ব হ'ব তোমালোকে নিশ্চিন্ত মনে শুই থাকা।

এই পোন্ধৰ ঘণ্টা ধৰি দেখিছো মানুহজনীয়ে অলপো লৰচৰ কৰা নাই। গতিকে পৰাৰ সম্ভাৱনা নাই। সেয়ে মই সিহঁতক আশ্বাস দি শুবলৈ চেষ্টা কৰিলো। কি হৈছে মানুহজনীৰ। কি বেমাৰ হৈছে। এনেকৈ যে শুই থাকিব লাগে? কথা প্ৰসংগত ডৰথীয়ে কৈছিল আফ্ৰিকাত এনে বেমাৰ হয়েই। মাখিৰ দ্বাৰাই এই বেমাৰৰ বীজাণু বিয়পে। ইউনিভাৰচিটিত পঢ়ি থাকোতে (বোধহয় ১৯৭০ চন) মোৰ বন্ধু ডাক্টৰ এজনে কোৱা মনত পৰে—Tse Tse fly নামৰ এবিধ মাখিয়ে গ্ৰীষ্মপ্ৰধান দেশত এই ৰোগ বিয়পায়। ট্ৰাপানোসোমা গ্যামবিয়েন্‌সি নামৰ লেজ বিশিষ্ট এবিধ বীজাণু এই ৰোগৰ মুখ্য কাৰণ। ইয়াৰ দ্বাৰা আক্ৰান্ত হলে প্ৰথমতে লিম্ফ্যাটিক গ্ল্যাণ্ড আক্ৰান্ত হয়, তাৰ পিচত মস্তিস্ক আৰু শেষত ভীষণ অৱসাদে দেখা দিয়ে। ৰোগী বহুদিন ধৰি নিদ্ৰাত নিমগ্ন হয়। পৰিশেষত মৃত্যু। অসমীয়াত ইয়াক কয় কুম্ভকৰ্ণ ৰোগ। তাৰ কথা শুনি মোৰ গাৰ নোম শিয়ৰি উঠিছিল। মই তাক সুধিছিলো। অসমতো এনে মাখি আছে নেকি?

সি কৈছিল,

ঃ মৰিম বুলি ভয় খাইছ নেকি? ভয় নাই। অসমত খুব কম। নাই বুলিবই পাৰি। ইমান দিন বাচি আছো যেতিয়া তাৰ কথাৰ সত্যতা নোহোৱা নহয়। যদি সঁচাকৈয়ে মানুহজনীৰো এই বেমাৰ হৈছে.. .। মোৰ মানুহজনীৰ প্ৰতি পুতৌ উপজিল। এজনী নাম থকা উকিল। কিমান মানুহৰ সংস্পৰ্শলৈ আহিছিল। কিন্তু এতিয়া? একেবাৰে নিঃসংগ। কোনোবাই মাতিলেও ভালকৈ মাত এষাৰ দিব নোৱাৰে।

এনেকৈ ভাবি থাকোতে কেতিয়া যে টোপনি আহিল ক'বই নোৱাৰিলো। ৰাতিপুৱা বয় কেইটাই চাহ দিবলৈ অহাতহে সাৰ পালো। অলপ পিচতে ওপৰৰ মাইক্ৰ'ফোনটো বাজি উঠিল।

হিন্দী গান আৰম্ভ হল। অতি বিৰক্তিকৰ। এনেয়ে পালেওতো কেৰাচিন খাব নোৱাৰি। টিপিচ্‌কৈ খণ্ডটো উঠি আহিল। অথচ কোনেও আপত্তি নকৰে। বয়টোৱে টাইম্‌চ অব ইন্দিয়ানখন দিওঁতেহে মনটো ভাল লাগিল।

গধূলি সাতমান বজাত আমি ডেল্‌হি ষ্টেচন পালো। প্ৰথমতে মই নামি আহি প্লেটফৰ্মত ডৰথীহঁতলৈ বাট চালো। সিহঁতো নামি আহিল। ডৰথী আৰু কুন্তলাই মাত দিলে।

ঃ বাই বাই আংকল। চি ইউ এগেইন।

মই আলেঙে আলেঙে সিহঁতক লক্ষ্য কৰিলোঁ কোনোবাই সিহঁতক নিবলৈ আহিছে নেকি? দেখিলো ডৰথী আৰু কুন্তলাই দৌৰ মাৰি গৈ ট্ৰলি এখনত বহি থকা ভদ্ৰলোক জনৰ দুয়োখন গালতে দুয়োজনীয়ে গাল লগাই সম্ভাষণ জনালে,

ঃ হাউ চুইট্‌ পাপা!

ট্ৰলিখনৰ পিচত ঠিয় হৈ আছে এজন ডেকা ল'ৰা। বোধহয় সন্দীপ। তাৰপিচত সন্দীপে মাকৰ বাওঁহাতখনত ধৰিলে আৰু ডৰথী আৰু কুন্তলাই ট্ৰলিখন ঠেলি ঠেলি চুলি জোকাৰি জোকাৰি দেউতাকক ষ্টেচনৰ বাহিৰলৈ লৈ গ'ল।

মই দূৰৈৰ পৰাই মন কৰিলো দেউতাকৰ দুয়োখন ভৰি আঁঠুৰ পৰা নাই। মনটোৰ কোনোবাখিনিত বিষ অনুভৱ কৰিলো। কিয় জানো মোৰ অনুভৱ হ'ল মোৰ নিচিনা সুখী যেন কোনো নাই। আকালো নাই ভঁৰালো নাই। মাটিও নাই বাৰীও নাই। একেজনী ছোৱালী। তাইকো বিয়া দিছোঁ। কিয় জানো ভূপেন হাজৰিকাৰ গানটো মোৰ হৃদয় তন্ত্ৰীত ওলোটাকৈ বাজিবলৈ ধৰিলে—তৃতীয় নহয়, দ্বিতীয় নহয়, প্ৰথম শ্ৰেণীৰ যাত্ৰী আমি। ✶✶

# এজনী পাগলী

কাঁহীখনৰ দৰে ঘূৰণীয়া জোনটোৱে চকু টিপিয়াই বিমৰ্ষভাৱে গতি কৰি মাজ আকাশত থমকি ৰৈছে। আকাশত এনে এটা তৰা নাই যিটোৰ পৰা চকুৰ লোটক নামি অহা নাই।

শালিধানৰ বিশাল পথাৰখনৰ মাজত এটুকুৰা ওখ ঠাই। মানুহৰ গচকনিত পকাধানৰ গছবোৰ ছেদেলি-ভেদেলি হৈ পৰিছে। ধানগছৰ মাজে মাজে সদ্যসৃষ্ট অস্পষ্ট বিশৃঙ্খল সৰু সৰু বাট।

তেনেদৰে পোহৰত তাই চুপি চুপি অথচ বেগেৰে খোজ দিছে সেই ওখ ঠাই টুকুৰালৈ। তাই পিছলৈ চাই দেখিলে চাৰিওফালে উদং। যি কেইখন গাওঁ আছিল এতিয়া তাত এখনো নাই । এতিয়াও সেই গাওঁবোৰৰ ভস্মীভূত ঠাইবোৰৰ পৰা ধোঁৱা আৰু ছাই আকাশলৈ উৰি আছে.। পাছফালে খচ্‌মচনিৰ শব্দ হোৱাত তাই উভতি চালে। দেখিলে শিয়াল এটা তাইৰ গাৰ কাষেদি পাৰ হৈ গৈছে।

যোৱা ৰাতি তাই তাইৰ গাৱঁৰপৰা পলাই গৈ আন এখনত আশ্ৰয় লৈছিল।

তাইৰ ধাৰণা হ'ল নাতিদূৰত অৱস্থিত সেই ওখ ঠাই টুকুৰা যেন লাহে লাহে ওপৰলৈ উঠি আহিব ধৰিছে। তাই ব্যাকুল হৈ বেগাই খোজ দিলে।

'ইয়াতেই আছে নিশ্চয়, মোক এৰি কলৈ যাব পাৰে মোৰ সোণ'—তাই ভোৰভোৰালে।

আঘোণমহীয়া ঠাণ্ডাত ঘৰত বোৱা মেখেলাখনৰ ওপৰত চাদৰখনেৰে পাক দি মূৰত চাদৰৰ আচলটো ৰাখি ঠাণ্ডা প্ৰতিহত কৰাৰ বৃথা চেষ্টা কৰিলে তাই। হাতত তাইৰ এখন ফটা-চিৰা গামোচা।

তাই নিজৰ বুকুখনত হাত দি চালে। স্তন দুটা ফুলি উঠিছে আৰু খুব বিষাইছে। ওজন বেছি হোৱা যেন লাগিছে তাইৰ।

ওখ ঠাই টুকুৰাত ভৰি দি দেখিলে অসংখ্য মৃতদেহ। এটাৰ পিছত এটাকৈ মৃতদেহবোৰ পৰীক্ষা কৰি গ'ল তাই। ওহো। নহয়। মৃতদেহবোৰৰ ওপৰেদি ডেও দি গৈ থাকি হঠাতে তাই থমকি ৰ'ল। তৎক্ষণাৎ কুঁজা হৈ তাই এটা মৃতদেহ দাঙি ললে। মাটিত লেপেটা কাঢ়ি বহি তাই তাইৰ সন্তানক কোলাত ল'লে। জোনাকৰ পোহৰত তাই তাইৰ সন্তানৰ মুখখন ভালদৰে নিৰীক্ষণ কৰিলে। সন্তানৰ মুখখন গামোচাখনেৰে মচি দি গামোচাখন তাৰ মূৰৰ তলত দিলে।

তাই তাইৰ ব্লাউচটো খুলি লাহেকৈ তাইৰ এটা স্তন সন্তানৰ মুখত লগাবলৈ ধৰোতেই দেখিলে মাইকী মানুহ এজনী মৃতদেহবোৰৰ মাজৰ পৰা ঠিয় দি মুখেৰে ভোৰভোৰাব লাগিছে। তাৰ পিছত মানুহজনী তাইৰ ওচৰলৈ আহিল। মানুহজনীয়ে জুমি চাই আচৰিত হোৱাৰ দৰে

ক'লে—গীতা। কিয় আহিলি? কিবা পালি জানো?

কিয় নাপাম? দেখা নাই কাক কোলাত লৈছো? ই মোৰ গাখীৰ খাই থাকোতে সিহঁতে ইয়াক কাটি নিছিল। তই তাত কি কৰিছিলি?

মই মোৰ মানুহজনক বিচাৰি আহিছিলো, পালো। নিথৰ হৈ শুই আছে। সেয়ে আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰিছিলো। এইবুলি তাই পুনৰ মুখেৰে ভোৰভোৰাব ধৰিলে।

তোৰ বিয়ালৈ যাব নোৱাৰিলো। বেয়া নাপাবি। কিয় জান? সেইদিনাই ইয়াৰ জন্ম হৈছিল।

তাৰ মানে তাৰ বয়স পাঁচ মাহ?

ওঁ। সেইদিনাও আজিৰ দৰে জোনাক আছিল। মোৰ স্বামীকো সিহঁতে মাৰিলে ৰেজিনা। মোৰ এতিয়া কোনো নাই। মা-দেউতা, শাহু-শহুৰ সকলোকে সিহঁতে মাৰিলে।

ৰেজিনা গীতাৰ ওচৰলৈ আহি আঁঠুকাটি নিজৰ বুকুৰ কাপোৰকানি খুলি গীতাক দেখুৱাই কলে—চা। ভালকৈ চাচোন।

জোনাকৰ পোহৰত ৰেজিনাৰ উদং বুকুখন গীতাই খুব পাতপিতকৈ লক্ষ্য কৰি ক'লে—

"কোনে এনেকুৱা কৰিলে?"

জল্লাদ এজনে কামুৰি ধৰিছিল। তাৰ চকু এটা মই খামুচি ধৰি আজুৰি আনিব ধৰোতে এৰি দিলে। তাৰ পিছত সিহঁতে মোৰ স্বামীক কলৈ নিছিল জনা নাছিলো।

সিহঁতে হঠাতে দেখিলে দূৰৈৰ এখন গাওঁ জুইৰ লেলিহান শিখাই আগুৰি ধৰিছে। সিহঁতে অনুমান কৰিলে সিহঁতৰ ফালে এদল মানুহ আগবাঢ়ি আহিব ধৰিছে।

উঠ গীতা। সিহঁত আমাৰ ফালে আহিব ধৰিছে।

ৰহ। মই ইয়াক গাখীৰ খুৱাওঁ।

তই পাগল হৈছ গীতা। তোৰ সন্তানে তোক কেতিয়াবাই এৰি থৈ গ'ল।

মিছা কথা কৈছ। মোক ই কেতিয়াও এৰি যাব নোৱাৰে। সি কেতিয়াও নমৰে ৰেজিনা।

উঠ। দেৰি নকৰিবি। জল্লাদহঁতে আমাক পালে আমাৰ সকলো শেষ কৰিব।

পুৰুষবিলাক যদি নাথাকিল হয় আমি কিমান শান্তিত থাকিব পাৰিলো হয়। কথাষাৰ কৈ গীতাই ফেলফেলকৈ ৰেজিনাৰ ফালে চাই থাকিল।

হৈছে হৈছে। উঠ বুলিছো নহয়।

ৰহ, বৰ দিগদাৰ নকৰিবি। ইয়াৰ মুখখন মচি দিওঁ। ই আকৌ নাকে মুখে গাখীৰ লগাই লয়।

এইবুলি গীতাই গামোচাখনেৰে তাইৰ সন্তানৰ মুখখন আলফুলকৈ মচি দিলে আৰু মুখেৰে ভোৰভোৰালে—

ইমান দুষ্ট ই। এটাত খাই থাকিলে আনটোত ধৰি থাকে কোনোবাই খাই বুলি।

চাওঁ। থ তাক। এই বুলি ৰেজিনাই গীতাৰ মৃত কেঁচুৱাটোক জোৰকৈ মাটিত থবলৈ চেষ্টা কৰোতে গীতাই তাক লৈ থিয় দিলে।

কি কৰিবি? যাব নে নাযাব। সিহঁত আহি পালেই। ৰেজিনাই কিছু কঠোৰভাৱে গীতাক প্ৰশ্ন কৰিলে।

নাযাওঁ। তই কিয় যাব লাগে? তয়ো থাক। বহুদিনৰ মূৰত লগ পাইছো। গোটেই ৰাতি দুয়ো কথা কৈ থাকিম। এনে ধুনীয়া জোনাক ৰাতি।

মই কিয় যাব লাগে সুধিছ? ইয়াত হাত দি চাচোন। তেতিয়া মই কিয় যাব লাগে বুজি পাবি। এইবুলি ৰেজিনাই নিজৰ শৰীৰৰ মধ্যমাংশ গীতাৰ ওচৰলৈ আগবঢ়াই দিলে।

কিমান দিন হৈছে? গীতাই প্ৰশ্ন কৰিলে।

দুমাহ।

পোৰা মাটিৰ খোলা খাবৰ মন যায় নেকি তোৰ? তহঁতৰ নাই যদি আমাৰ ঘৰলৈ আহিবি। আমাৰ ঘৰত এইবিলাক বনাওঁ। যিমান লাগে সিমান পাবি।

তহঁতৰ জানো ঘৰ আছে আজি?

ৰেজিনাৰ প্ৰশ্নত গীতাই ভেবালাগি চাই থাকিল। এইবাৰ ৰেজিনাই গীতাৰ হাতত ধৰি টানি আনিলে। বল এতিয়া।

গীতাই এইবাৰ আপত্তি নকৰাকৈ ৰেজিনাৰ পিছে পিছে খোজ দিলে। ধানগছৰ মাজে মাজে সিহঁতে গৈ থাকিল। যেতিয়া চৰকাৰী ৰাস্তাত ভৰি দিলে তেতিয়া গীতাই ৰেজিনাক প্ৰশ্ন কৰিলে—

কলৈ যাবি?

কৰিম দাদাহঁতৰ ঘৰলৈ। হিন্দু-মুছলমান একেলগে সিহঁতৰ ঘৰত আশ্ৰয় লৈছে। মই তাৰ পৰা মনে মনে পলাই আহিছিলো।

ৰাস্তাৰে কিছুদূৰ গৈ সিহঁতে ৰাস্তাৰ পৰা নামি ধাননি পথাৰৰ মাজেদি কৰিমহঁতৰ ঘৰলৈ বুলি পোনালে। গীতাই তাইৰ সন্তানক বুকুত সাবটি ধৰি গামোচাখনেৰে মেৰিয়াই ললে।

তই তাক কিয় লৈ আহিলি?

তয়ো পুৰুষৰ নিচিনা। ক'ত বুজি পাবি তই? তোৰ নিজৰ থাকিলেহে। এইবুলি গীতাই ঢেক্‌ঢেককৈ হাঁহি দিলে।

সিহঁত যেতিয়া কৰিমহঁতৰ বাটত থিয় দিলে তেতিয়া ৰেজিনাই শুনিলে কাৰোবাৰ উচ্চস্বৰৰ কণ্ঠ—অই ইমৰাণ। কেট্‌লিটো ইফালে লৈ আহ। কৃষ্ণই চাহ পোৱা নাই। বিস্কুটও লৈ আহিবি।

চোতাললৈ সোমাই গৈ ৰেজিনাই দেখিলে ইতিমধ্যে পাঁচ-ছয় জাগাত জুই ধৰি মানুহে জুই পুৱাব লাগিছে। হাতত লাল চাহৰ গিলাচ। মাইকী মানুহে পুৱাই থকা জুই কুৰাৰ ওচৰলৈ গৈ ৰেজিনাই পিছলৈ চাই দেখিলে গীতা বাটচোৰাৰ ওচৰৰ পৰা আগুৱাই অহা নাই। তেতিয়া গীতাৰ ওচৰলৈ আহি গীতাক হাতত ধৰি টানি নিলে। গীতাক সান্ত্বনা দি ৰেজিনাই ক'লে—

ভয় লাগিছে নেকি তোৰ? আহ। আহচোন জুইৰ ওচৰত কাক কাক দেখা পাব? তহঁতৰ মানুহে বেছি আছে।

ইতিমধ্যে মানুহৰ মাজত এটা আলোড়ন সৃষ্টি হ'ল। মানুহে দুয়োকো বেৰি ধৰিলে। এই ৰাতিখন এই মানুহ দুজনী ক'ৰ পৰা আহিল?

বেজিনাই গীতাৰ বুকুৰ মাজৰ পৰা মৃত কেচুৱাটোক আনি মাটি শুৱাই দিলে। কেচুৱাটোৰ পেটত থকা ক'লা তেজৰ চেকুৰা আৰু দাগটো সকলোৱে লক্ষ্য কৰিলে। মানুহবোৰৰ মাজৰ পৰা একেলগে উচ্চাৰিত হ'ল—হায় ভগবান। হায় আল্লাহ। সিহঁতে এই পানী কেচুৱাটোকো ডেগাৰেৰে হানিছে। প্ৰত্যেকে প্ৰত্যেকৰ মুখলৈ চালে। সকলোৰে মুখমণ্ডলত এটাই প্ৰশ্ন উদ্ভাসিত হৈ উঠিল—

মানুহবিলাকৰ কি হৈছে ভগবান?

হঠাতে বেজিনাই চিঞৰ বাখৰ লগালে—

গীতা নাই। তাই ক'ৰবাত গ'ল।

হঠাৎ যেন এক বিৰাট নীৰৱতা বিৰাজ কৰিলে। ক'ত গ'ল গীতা? কলৈ যাব পাৰে?

লগে লগে মাণিক, ইমৰাণ, কৃষ্ণ, জাহিৰহঁতৰ দৰে ডেকা ল'ৰা দহবাৰজনমানে সিদ্ধান্ত কৰিলে—

মানুহজনীক যেনেতেনে বিচাৰি আনিবই লাগিব।

নহলে সিহঁতে পালে .. । বল এতিয়াই।

বাট ওলায়েই সিহঁত দুটা দলত ভাগ হৈ দুয়োফালে লৰ দিলে।

মানুহবিলাকে এবাৰ মৃত কেচুৱাটোৰ ফালে আৰু এবাৰ সিহঁত যোৱাৰ ফালে চাই থাকিল।✶✶

# সৰলা নৃপেনহঁতৰ দৰে

ভেলোৰৰ এম এছ ল'জৰ পৰা আমি আন এটা সৰু ল'জলৈ গলো , কাৰণ তিনিজনৰ কাৰণে দৈনিক ১৭০ টকা দিয়া মোৰ কাৰণে কষ্টকৰ। এইটো ল'জত কমন ৰান্ধনি ঘৰ আছে। একেলগে সাত-আঠটা পৰিয়ালে ৰান্ধিব পাৰে। আমাৰ তলাটোত অসমীয়া আৰু বঙালী মানুহেই বেছি। সকলোৰে ভাৰাত লোৱা ষ্টোভ, বাচন-বৰ্তন আদিৰে নিজে নিজে ৰান্ধি খায়। ৰান্ধনি ঘৰতে বিজয় কলিতাৰ লগত হঠাৎ দেখা। কলিতাৰ ঘৰ পাঠশালা নে ভবানীপুৰ ক'ৰবাত। কলিতা আৰু মই একে অফিচত কাম কৰো। মই গুৱাহাটীত তেওঁ ভবানীপুৰত। কলিতাই নিজৰ অসুখ দেখুৱাবলৈ ভেলোৰলৈ আহিছে। কথা প্ৰসংগত কলিতাই ক'লে— তেওঁলোকৰ গাঁৱৰ ওচৰৰে গাওঁ এখনৰ পৰা এজন আৰ্টিষ্ট আহিছে ঘৈনীয়েকৰ অসুখ দেখুৱাবলৈ। খুব ভাল আৰ্ট কৰে । নাম নৃপেন দাস। আৰ্ট কৰি আৰু আৰ্ট স্কুলত কাম কৰি কিবাকৈ চলি থাকে। মোৰ আৰ্টৰ প্ৰতি অলপ দুৰ্বলতা আছে। সেয়ে কলিতাক ক'লো নৃপেন দাসৰ ল'জলৈ এদিন যাম বুলি। কলিতাই নৃপেন দাস সম্পৰ্কে মোক বহলাই একো নকলে।

কথামতে আমি দুয়ো আবেলি নৃপেন দাসৰ ল'জত উপস্থিত হ'লো। খোজ কাটিযেই গৈছিলো। বেছি দুৰ নহয়।

দাসৰ কোঠালিৰ দুৱাৰমুখত থিয় হৈ মই স্তম্ভিত হলো। কি এক অবিশ্বাস্য আৰু অপূৰ্ব দৃশ্য। মনত দাগ কাটি যোৱা দৃশ্য।

এজনী চল্লিশবছৰমান বয়সৰ তিৰোতাই এজন মতা মানুহক কাপ এটাৰে চাহ খুৱাই আছে আৰু এজন পোন্ধৰ বছৰমান বয়সৰ ল'ৰাই বিস্কুত খুৱাই আছে। মই আচৰিত হৈ কলিতাৰ মুখলৈ চালো কিজানি কলিতাই ভুল কৰি লৈ আহিছে। মানুহজনৰ হাত দুখন আৰু ভৰি দুখনৰ এটাও আঙুলি নাই। গুৰিতে কটা। নাকৰ আগটোৰো এক ইঞ্চিমান কটা। বহিঃ কাণ দুখনো সম্পূৰ্ণ নাই। ওপৰৰ দাঁত পাৰিৰ আগৰ দাঁত কেইটাও নাই। কিম্ভুত কিমাকাৰ মূৰ্তি মানুহজনৰ। কলিতাই মোৰ ফালে নাচাই মানুহজনক মাতিলে— অই নৃপেন।

মানুহজনে চাহ খোৱা এৰি কলিতালৈ ঘুৰি চাই ক'লে—

ঃ অ বিজয। আহ আহ । বহ তাতে।

কোঠালিত দুখন বিছনা যদিও বিছনা দুখন বৰ সৰু। বোধহয় কোঠালিটোৰ ভাৰা কম। কোঠালিটোত কোনো টেবুল চকী নাই অৰ্থাৎ তেনে কোনো ব্যৱস্থাই নাই। আমি সিখন বিছনাত বহিলো। লগে লগে মোৰ চকু পৰিল বেৰত আঁৰি থোৱা ফটো এখনলৈ। ফিনিচিং এতিয়াও কৰা হোৱা নাই। অইল পেইন্টিং। বেছ সুন্দৰ এটা হ্ৰদৰ মনোৰম প্ৰাকৃতিক দৃশ্য। হ্ৰদটোৰ সিটো পাৰত ডাঙৰ ডাঙৰ কেইটামান বিল্ডিং। কেইবা তলাৰো। হ্ৰদটোৰ বহল ইমান বেছি যে সেইটো ফাল কোনোমতেহে চকুত পৰে। দীঘল ফালে চালে সেইটো পাৰ চকুৰে মনিব নোৱাৰি। এবাৰ মই ভূপাল

চহৰলৈ যাওতে ভূপাল চহৰৰ মাজৰ হ্ৰদটো দেখাৰ সৌভাগ্য হৈছিল। বহলে পাঁচ-ছয় কিলোমিটাৰমান আৰু দীঘলে বিশ-পচিশ কিলোমিটাৰমানৰ বেছি। সেইটো পাৰৰ মেডিকেল কলেজৰ বিল্ডিংটো দেখা যায়। আমি যিটো পাৰৰ পৰাই হ্ৰদৰ দৃশ্য উপভোগ কৰিছিলো সেইটো পাৰত পাহাৰৰ এচ লীয়া অঞ্চলটোতে চিৰিয়াখানাটো। হ্ৰদৰ পাৰে পাৰে ৰাস্তাটো। মাজত বহু ওখ ঠাই উমানন্দৰ দৰে। গছ-গছনিৰে ভৰা। ভ্ৰমনকাৰী দলে কোনোবাই নাও আৰু কোনোবাই মটৰ নাও চলাই থাকে।

ঠিক সেই দৃশ্যটোৰ দৰেই নৃপেন দাসৰ প্ৰাকৃতিক দৃশ্যটো। নৃপেন দাসে মোক দেখুৱাই দি বিজয় কলিতাক সুধিলে—

ঃমই এখেতক চিনি পোৱা নাই। তই বৰ অভদ্ৰ বিজয়। চিনাকি কৰি দিব নোৱাৰ?

ঃৰহ ৰহ মোক পাছতো গালি পাৰিবি। তোৰ মনত আছে নে নাই কব নোৱাৰো । তই এদিন মোক 'বিড়ম্বনা' বুলি গল্প এটা পঢ়ি শুনাইছিলি। পঢ়ি উঠি তই কান্দি দিছিলি। সেই গল্পটোৰ লেখক এখেতেই।

নৃপেন দাসে থতমত খাই মোক আবেগেৰে ক'লে— তাৰ মানে আপুনি ডেকা দাদা। সেই গল্পটো থকা আলোচনীখন ভালকৈ থৈ দিছো দাদা। মাজে মাজে উলিয়াই আনি পঢ়ো। আলোচনীৰ মাধ্যমেদি আপোনাক বহুদিন লগ পাইছো দাদা। আমাৰ কি ভাগ্য আজি আপোনাক সোঁশৰীৰে লগ পাই গলো। আপুনি ইয়ালে আহিছে যে আপোনাৰ কিবা অসুখ নে আন কাৰোবাৰ অসুখ?

মই ইমানপৰে নৃপেন দাসৰ ফালে বোৱাৰ দৰে চাই আছিলো । শেষত নৃপেনক তুমি বুলি সম্বোধন কৰি ক'লো— হয় নৃপেন মোৰেই অসুখ। তিনিকুৰিৰ ওচৰ চাপিছো। বেমাৰতো হবই। কোনোবাদিনা সিফলীয়া হম।

ঃতেনেকৈ নকব দাদা। মোলৈ চাওক। মই মৰি মৰিও জীয়াই থাকিবলৈ চেষ্টা কৰিছো আৰু আপুনি জীয়াই থাকিও মৰাৰ কথা ভাবিছে। মোৰ দৰে আশাবাদী হ'ব লাগে। নে কি কব বিজয়।

ঃতই আৰম্ভ কৰিলিয়েই নহয় খাৰাংখাচ কথা। এই স্বভাবটোৰ কাৰণেই তই প্ৰতিকূল পৰিস্থিতিত পৰ। মানুহৰ চেণ্টিমেন্ট বোলা বস্তু এটা আছে। তই কথা কব নিশিকিলি নৃপেন।

ঃবিজয় তোৰ নাই যে নাই একো নাই। দাদাইতৰ অন্তৰৰ কথা আমিহে বুজো। ইমান গভীৰতালৈ যোৱাৰ তোৰ এখন অন্তৰ থাকিলেহে। নে কি কয় দাদা?

ঃ হ'ব হ'ব। যিটো দেখিছো দুয়োজন লগ লাগিলে এখন কুৰুক্ষেত্ৰ হয়।

নৃপেনে খেক খেককৈ হাঁহি দিলে। নৃপেনৰ হাঁহিটোৱে মোৰ অন্তৰাত্মা কঁপাই তুলিলে। নাক নাই, দাঁত নাই, কাণ নাই। তেনে হাঁহি কেনে হ'ব পাৰে মই তেতিয়াহে উপলব্ধি কৰিলো। মোৰ হৃদয়তন্ত্ৰীত এক বিষাদৰ বেওবাজ অনুভূত হ'ল। মই নৃপেনক তেওঁৰ দেহৰ অৱস্থাৰ কথা সুধিব খুজিও বাৰে বাৰে মৌন হৈ থাকিলো। হঠাতে নৃপেনে মোক সুধিলে—

ঃদাদা আপোনাৰ চুগাৰ প্ৰব্লেম আছে নেকি?

ঃআছে মানে ভালকৈ আছে। সেইকাৰণেই ভেলোৰ যাত্ৰা। তেতিয়া নৃপেনে বৈনীয়েকক চিঞৰি ক'লে—সৰুমা, দাদাই চেনী নাখায়।

ইতিমধ্যে সৰলাই ষ্টোভ জ্বলাইছে আৰু ল'ৰাটোৱে কাপ আৰু গিলাচ ধোৱাত লাগিছে।

ঃ আচ্ছা নৃপেন, তুমি কেতিয়াবা ভূপাললৈ গৈছা নেকি?

ঃ কিয় সুধিলে দাদা? নাই যোৱা।

ঃ মানে তোমাৰ প্ৰাকৃতিক দৃশ্যটো ভূপালৰ হ্ৰদৰ অবিকল দৃশ্যৰ দৰে হৈছে।

ঃ নাই দাদা। মই কাৰো মুখত শুনাও নাই। কল্পনাৰ ৰহণেৰে বোল দিয়া হৈছে।

ঃ বঢ়িয়া হৈছে। বিক্ৰী হয়নে?

ঃ ক'ত হব দাদা। মাজে মাজে কিনে দুই একোজনে। অসমৰ মানুহে আৰ্টৰ মোল ক'ত বুজিব?

ঃ তেন্তে তোমালোক তিনিটা পৰিয়াল চলিছা কেনেকৈ?

ঃ নকব দাদা। মই এখন আৰ্ট স্কুলৰ ল'ৰা-ছোৱালীক শিকাওঁ। মাহত এহাজাৰমান পাওঁ। সৰলাই আকৌ পাঁচঘৰমান মানুহৰ ঘৰত বাচন-বৰ্তন ধোৱা, ভূই ৰোৱা, ধানবনা আদি কাম কৰে। সৰুৰে পৰাই সৰলাই এনে কাম কৰি আহিছে। গতিকে এতিয়া তেনে কামক কাম বুলি নাভাবে। আমাৰ বিয়াৰ আগতে আমাৰ ঘৰত তাই কাম কৰিছিল। এতিয়াও বিজয়হঁতৰ ঘৰত কাম কৰে। গাঁৱত আছো। অলপ অচৰপ খেতি মাটি আছে। কিবাকিবি কৰি চলি যাওঁ দাদা। ইয়ালৈ যে আহিছো সৰলাৰ জমা পইচাৰে আহিছো।

ঃ তাৰ মানে তুমি সৰলাক বিয়াৰ আগৰ পৰাই ভালকৈ চিনি পোৱা?

ঃ পাওঁ মানে পাইছিলো।

এনেতে সৰলাই চাহ লৈ আহিল আৰু ল'ৰাটোৱে বিস্কুটৰ প্লেটখন আমাৰ আগত থলে।

ঃ খাওক দাদা। আপুনি অকলে আহিছে নে বৌ লগত আহিছে?

ঃ তেওঁ লগত নাহিলে মই এখোজো দিব নোৱাৰো ঠিক তুমি নহলে যেনেকৈ নৃপেনে চলিব নোৱাৰে।

এটা পৰিতৃপ্তিৰ মিচিকিয়া হাঁহি মাৰি সৰলা আঁতৰি গ'ল।

ঃহেৰি নহয় নৃপেন, তুমি আৰ্ট কেনেকৈ কৰা? তোমাৰতো এটাও আঙুলি নাই।

মই ভয়ে ভয়ে নৃপেনক সুধিলো জানোচা নৃপেনৰ চেন্টিমেন্টত লাগে। নৃপেনে কোনো দ্বিধা সংকোচ নকৰাকৈ ক'লে,– চাওক দাদা। এই দুটাৰে আঁকো। দৰ্কাৰ হলে ভৰিৰ এই দুটা অংশৰেও আঁকো।

এইবুলি নৃপেনে কেঁএৰা আঙুলি আৰু তাৰ কাষৰ আঙুলি দুটাৰ এক ইঞ্চিমান বৈ যোৱা অংশ দুটা দেখুৱালে আৰু এটা গিলাচত থিয়কৈ থৈ দিয়া ব্ৰাছ পাত সেই অংশ দুটাৰে চেপামাৰি ধৰি আনি মোক আঁকি দেখুৱালে। মই একৰকম অভিভূত হৈ পৰিলো। নৃপেনৰ মনোবল সঁচাকৈয়ে অদ্ভুত।

ইমানপৰে মৌন হৈ থকা কলিতাই নৃপেনক সুধিলে–

ঃ সৰলাৰ বায়োপচিৰ ৰিপৰ্ট আহিল?

ঃ অঁ আহিল।

ঃডাক্তৰে কি কৈছে?

ঃএকো হোৱা নাই বুলি কৈছে ডাক্তৰে। এটুকুৰা মাংস ভিতৰি ভিতৰি বাঢ়ি আহিছে। কাটি পেলালে ভাল হৈ যাব বোলে। মই অৱশ্যে মেডিকেল ৰেকৰ্ড অফিচাৰৰ তাত ৰিপৰ্টট চাই আহিছো। দেখুৱাব নোখোজে। পিছে মোৰ হাত-ভৰি নাক-কাণৰ অৱস্থা দেখি মৰম লাগিল নেকি কব নোৱাৰো হাস্পতালৰ নম্বৰটো কোৱাত দেখুৱালে মোক। ফাইন্দিংচত লিখা আছে—কাৰ্চিনোমা। কি অ বিজয় কাৰ্চিনোমা মানে। মই এইবোৰ একো বুজি নাপাওঁ।

কলিতাই উত্তৰ দিলে—ময়ো নাজানো। মই কিবা ডাক্তৰ নেকি? মুঠৰ ওপৰত তোৰ ভয় খাবলগীয়া একো নাই।

ঃদাদাই জানে নেকি ইয়াৰ অৰ্থ?

ঃমোৰ নোম শিয়ৰি উঠিল। সঁচা কলেও বিপদ, মিছা কলেও বিপদ। একো থিৰাং কৰিব নোৱাৰি কলো—নাজানো নৃপেন। প্ৰসংগটো এৰাবৰ কাৰণে নৃপেনক সুধিলো--তোমাৰ ল'ৰাৰ নাম কি নৃপেন?

ঃঅংকুৰ। বৰ বদমাচ। পঢ়া-শুনা নকৰে। কেৱল মাকক ৰন্ধা-বঢ়াত সহায় কৰা আৰু মোৰ লগত লাগি থকাই তাৰ কাম। মোক কি খুৱাব পাৰি তাৰেই চিন্তা। কেতিয়াবা কেতিয়াবা ব্ৰাচেৰে দুই এটা আঁক মাৰে।

ঃচাওঁ অংকুৰ এইফালে আহা। কোন শ্ৰেণীত পঢ়িছা তুমি?

ঃএইবাৰ নাইন পাইছো।

ঃঅংকত কিমান পাইছা?

ঃনাইনটি এইট্।

ঃবেছ। কোন প্ৰথম হৈছে?

ঃমই।

ঃকি নৃপেন তুমি দেখোন অংকুৰে নপঢ়ে বুলি কলা। পিছে প্ৰথম হ'ল কেনেকৈ?

ঃদাদা গছ নোহোৱা দেশত এৰাই বিৰিখ বুলি কথা এটা নাই জানো।

ঃআমি উঠো নৃপেন। শ্ৰীবিষ্ণু ল'জৰ ১০৩ নম্বৰ কোঠাত মই থাকো। যাবাচোন এবাৰ। মই দহদিনমানৰ কাৰণে আছো।

আমি দুয়ো গুচি আহিলো। বাটত মই কলিতাক নৃপেনৰ শৰীৰৰ অৱস্থাৰ কথা সুধিলো। কলিতাই ক'লে--

নৃপেন অসম আন্দোলনৰ সময়ত বাওঁপন্থী আদৰ্শৰ প্ৰতি আকৃষ্ট আছিল আৰু সাংস্কৃতিক কৰ্মী আছিল। সেইটোৱে তাৰ কাল হ'ল। ১৯৮৩ চনৰ ফেব্ৰুৱাৰী নে মাৰ্চ মাহৰ কোনো এটা দিনত দেশ প্ৰেমিকহঁতে তাক ৰাতি মূৰত ৰডেৰে আঘাট কৰি অচেতন কৰি লৈ খুৰেৰে নাকটো আৰু কাণ দুখন কাটিছিল আৰু হাত ভৰিৰ আঙুলিকেইটা বলিকটা দাৰে কাটি তাক ৰাস্তাৰ দাঁতিত পেলাই থৈ গৈছিল। পিছত কোনোবাই তাক হাস্পতাললৈ নিছিল। কেনেকৈ বাচিল ভাবিলে ভয় লাগে।

ঃকোনে কোনে আক্ৰমণ কৰিছিল নৃপেনে জনা নাছিল?

ঃক'ত জানিব ? আন্ধাৰ ৰাতি । তাতে সিহঁতে মুখত কাপোৰ বান্ধি আহিছিল। কিন্তু আচৰিত কথা কি জানে—যিসকল তেতিয়াৰ ছাত্ৰ নেতা আজিৰ বিয়াগোম মন্ত্ৰীৰ নিৰ্দেশত নাচিছিল সিহঁতেই এতিয়া এই মন্ত্ৰীসকলক খটম কৰাৰ বাবে হাত উজান দিছে ? আজিৰ ডেকাচামক সিহঁতেই উগ্ৰপন্থাত যোগ দিবলৈ উৎসাহিত কৰিছে।

ঃআবেগ সৰ্বস্ব আন্দোলন বা ৰাজনীতিৰ পৰিণতি এনেকুৱা হয়েই। তাতে আকৌ বৰ্ণহিন্দুৰ ছল-চাতুৰীৰে পৰিচালিত আন্দোলন। নহলে আজি অসমৰ পৰা এজনো বিদেশী বহিস্কাৰ কৰিব নোবাৰিলে কিয় এই নেতাসকলে। তেওঁলোকৰ হাততে দেখোন শাসনৰ বাঘজৰী আছে। বাৰু এইবোৰ বাদ দিয়ক। এনে আবেগ সৰ্বস্ব ৰাজনীতি আহি থাকিব গৈ থাকিব। মাজতে নিৰীহ জনসাধাৰণ হ'ব পাশাখেলৰ গুটি। এইটোৱেই ইতিহাসৰ নিয়ম।

হেৰি নহয় কলিতা নৃপেনৰ দেহৰ এনে অৱস্থা তেওঁৰ বিয়াৰ আগত হৈছিল নে পিছত হৈছিল ?

ঃবিয়াৰ আগতে। কিয় সুধিলে ?

ঃমানে সৰলাই এনে এজন পংগু মানুহক নিজৰ কৰি লোৱা কামটো বৰ সহজ নহয়। অতি দৃঢমনা নহঁলে আৰু সৰ্বস্ব ত্যাগ কৰিম বুলি ওলাই নাহিলে এনে কাম মাইকী মানুহে কৰিব নোৱাৰে। মাইকী মানুহৰ বাবে ই এক অগ্নি পৰীক্ষা, কাৰণ সাধাৰণতে মাইকী মানুহ মেটেৰিয়েলিষ্টিক।

ঃসেইটো এটা আচৰিত ঘটনাই বুলিব পাৰি। বিয়াৰ সময়ত আমিও সৰলাক বুজাইছিলো কোনো কিবা কৰাৰ আগতে এবাৰ ভাবি চাবলৈ। নৃপেনেও সৰলাক বুজাইছিল যে সি এজন অক্ষম মানুহ, ঘৰ-সংসাৰ কৰা অতি কষ্টকৰ হব। কিন্তু সৰলাই কি কৈছিল জানে—বিজয় দা, মই বহুদিনৰ পৰাই নৃপেনদাক গোপনে অন্তৰত স্থান দি আহিছো। এতিয়া জল্লাদহঁতে পংগু কৰিলে বুলিয়েই মই নৃপেনদাক এৰি যাম নেকি ? লাগিলে নৃপেনদাক সোধা তেওঁ মোক এৰিব পাৰিব নেকি ?

ঃমই প্ৰথমৰ পৰাই লক্ষ্য কৰিছো সৰলা নৃপেনক লৈ আজিও সন্তুষ্ট, কোনো ক্ষোভ নাই। দেখিলে কলিতা, অন্তৰেৰে গ্ৰহণ কৰা বস্তুৰ বাহ্যিক ৰূপে মানুহক কেতিয়াও টলাব নোৱাৰে। বাহ্যিক ৰূপ এটা নিমিত্ত মাত্ৰ। শ্ৰীকৃষ্ণকো গোপিনীসকলে এনেদৰেই গ্ৰহণ কৰিছিল। নাৰী-পুৰুষৰ এনেকুৱা প্ৰেম দুষ্প্ৰাপ্য। সকলোৰে জীৱনত এনে প্ৰেম নহয়। নৃপেন বৰ ভাগ্যবান।

ঃল'জত ভাত খাই উঠি গোটেই ঘটনাটো মোৰ শ্ৰীমতীক কলো। তেওঁ আচৰিত হৈ প্ৰতিবাদ কৰি ক'লে—হ'বই নোৱাৰে। মই ক'লো—কালি লৈ যাম তোমাক। তুমি নিজ চকুৰে চাই আহিবা। কিন্তু কথা কি জানা ? সৰলা বেছি দিন নাবাচে। খুব বেচি ছয়মাহ বা এবছৰ।

ঃতাৰমানে ?

ঃতাইৰ এটা ডাঙৰ বেমাৰ হৈছে । সোঁ স্তনটোত।

ঃকেন্সাৰ নেকি ?

ঃতেনেকুৱাই বুলি ধৰাচোন।

সৰলাৰ অবৰ্তমানত জীৱনৰ প্ৰতি ভীষণ আশাবাদী নৃপেনে কেনেকৈ চলিব ? উত্তৰবিহীন প্ৰশ্নটোৰ পিছে পিছে মোৰ অস্থিৰ মনটোৱে বিচৰণ কৰিবলৈ ধৰিলে। * *

# মনজিতৰ মন

বাংগালোৰৰ হোমিওপেথিক ডাক্তৰ ৰাওৰ ওচৰৰ পৰা আহি হোটেলখনৰ দুতলাৰ ওপৰলৈ উঠাৰ আগতে দাঢ়ি খুৰাম বুলি ভাবি হোটেলৰ কাষতে থকা চেলুনখনত সোমালো। খুব দামী চেলুন। এয়াৰ কণ্ডিচন থকা। চকীখনত বহি আইনালৈ চাওঁতে নাপিতজনৰ মুখখন দেখি হঠাত মনত পৰিল মনিজিৎ শৰ্মালৈ। নাপিতজনৰ মুখখন ঠিক মনজিতৰ দৰে। মনজিতৰ যেনিবা দাঢ়ি গোফ নাছিল। ই দাঢ়ি গোফে ভোবোকাৰ। বয়সো মনজিতৰ লগত মিলে। পাচ ছয় বছৰ আগতে মনজিৎ গুৱাহাটীৰ পৰা নোহোৰা হৈছিল। প্ৰথমতে খুব বিচাৰ-খোচাৰ হৈছিল। পিছলৈ তাৰ মাকে তাক বিচাৰিবলৈ বাদ দিলে। দুজনী ভনীয়েক। সিহঁতৰ এতিয়াও বিয়া হোৱা নাই। দেউতাক সি নোহোৰা হোৱাৰ কেইদিনমান পিছতে মৰি থাকিল। সিহঁতৰ ঘৰ আমাৰ ঘৰৰ পৰা পাঁচ কিলোমিটাৰ দূৰৈত। হাইস্কুলত মনজিৎ আৰু মই আৰ্য্যবিদ্যাপীঠ হায়াৰচেকেণ্ডাৰীত একে শ্ৰেণীতে পঢ়িছিলো। পঢ়াত সি বৰ চোকা আৰু মই অতি গাধ। সি এইচ এল চিত প্ৰথম বিভাগত পাছ কৰিছিল। পইচাৰ অভাবত তাৰ পঢ়া নহ'ল। তাৰ লগত মই হিন্দীত কথা ক'লো। সি ফৰ্ফৰকৈ হিন্দী কৈ গ'ল। দক্ষিণ ভাৰতৰ মানুহ। ইমান ভাল হিন্দী কব পাৰিব বুলি ভবা নাছিলো। তথাপি তাৰ মুখৰ পৰা যেন এষাৰ অসমীয়া মাত শুনিম এনে ভাব মোৰ মনলৈ আহিল।

বাৰে বাৰে মই তাৰ মুখখনলৈ চাইছো। মনজিৎ নেকি? সি কিন্তু দ্বিধা শংকা নকৰাকৈ মোৰ দাঢ়ি খুৰাবলৈ খুৰখন সোঁহাতত লৈ বাওঁহাতৰ তলুৱাত দুটামান ঘঁহনি মাৰোতে তাৰ হাতখন কাটিলে নেকি? সি ফট্‌কৈ চিএৰ মাৰি দিলে অই অই মাই মৰলু। মই তৎক্ষণাৎ থিয় হৈ তাৰ হাতত ধৰি চিএৰি উঠিলো— আই চালা মনজিৎ। তই এইখিনি পাইছহি। সি কটা খিনিত বুঢ়া আঙুলিৰে টিপা মাৰি ধৰি মিচিককৈ হাঁহি মাৰি কলে— তই গাধ দাঢ়ি খুৰাবলৈ জাগা নাপালি। ইয়ালৈ যে আহিছ। তইহে মোৰ হাতখন কটালি।

ঃ মই কটালো।

ঃ অ' তইতো কটালি। আজি ইমান বছৰে মই এই কাম কৰিলো কোনোদিনে মোক খুৰে কটা নাছিল।

ঃ মই তোক ইয়াত এনে এটা অৱস্থাত লগ পাম বুলি ভবা নাছিলো। তই অন্ততঃ তোৰ মাকক্তো খবৰ এটা দিব পাৰ।

ঃ তই তৎক্ষণাৎ গহীন হৈ গলি নহয়। বল সৌ দোকানখনলৈ। তাত কথা বতৰা হম।

মই বাহিৰলৈ ওলাই যাবলৈ খোজতেই সি মোক একপ্ৰকাৰ ধমকিৰ সুৰত ক'লে —

অই গাধ বেচিনটোত মুখখন ধুই আহ। দেখা নাই পামঅলিভ মখা লাগি আছে।

সৰুৰে পৰা মোক সি গাধ বুলি মাতে আৰু মই তাক অ' চালা মনজিৎ বুলি মাতো। দুয়ো ওলাই গৈ ফাৰ্মাচী এখনত তাৰ হাতখন বেণ্ডেজ কৰাই লৈ হোটেলখনৰ চুক এটাত দুয়ো বহিলো। সি সুধিলে কি খাবি। ইদলি নে মচলা দোচা।

ঃ কিবা এটা আন।

কি কানাড়া ভাষাত হোটেল বয়টোক কিবা এটা ক'লে। কোনো পাতনি নোহোৱাকৈ সি মোক সুধিলে।

ঃ তই ইয়াত কিয়? নে ঘৰৰ পৰা তয়ো পলাইছ?

ঃ চিকিৎসাৰ কাৰণে ডঃ ৰাৱৰ ওচৰলৈ আহিছো।

ঃ কাৰ চিকিৎসা?

ঃ মোৰেই।

ঃ কি হৈছে তোৰ?

ঃ হৈছে কিবা এটা। সেইবোৰ পিছতো কম। কিন্তু তই ইয়াত কিয়? আৰু এই ব্যৱসায়ত?

ঃ তোৰ দৰে টকা থকা হলে তোতকৈ ভাল চাকৰি লৈ লব পাৰিলোহেঁতেন। তই তোৰ এই চাকৰিটো লওঁতে একলাখ টকা দিয়া নাছিলি? মই নাজানো বুলি ভাবিছ? এতিয়া বোধহয় তোৰ এই চাকৰিটোৰ দাম তিনিলাখৰ কম নহ'ব।

এইবুলি সি অস্বাভাবিক হাঁহি এটা মাৰিলে। মই বুজিলো মই তাৰ ব্যৱসায়ত ধৰা কাৰণে তাৰ ভিতৰি ভিতৰি খং উঠিছে।

ঃ অই চালা তই ইমান আবেগপ্ৰৱণ হৈছে কিয়? তোৰ কামক মই ঘৃণা কৰা নাই নহয়।

ঃ গাধ তোক একো কথাই কব নোৱাৰি। তই আগৰ স্বভাব এৰিবই পৰা নাই। কচোন তোৰ খবৰ-বাতৰি।

ঃ দেখিছই দেখোন চিকিৎসাৰ কাৰণে আহিছো।

ঃ নহয় অ'। বিয়া বাৰু হ'ল নে নাই?

ঃ ভাবিছ নেকি তোৰ দৰে জুইৰ ভয়ত উধান পলাম বুলি। দুটা ল'ৰা-ছোৱালীৰ বাপেক মই। ছোৱালীজনীয়ে প্ৰথম শ্ৰেণীত পঢ়ে আৰু ল'ৰাটোৱে মাকৰ গাখীৰ এৰাই নাই। তই একা? নে ভোকৰা ছাগলী হৈ আছ?

ঃ বিয়া কৰাম। ছোৱালী ঠিক হৈ আছে।

ঃ ক'ৰ ছোৱালী? গুৱাহাটীৰ নে ইয়াৰে।

ঃ মই যি কাম কৰো তেনে মানুহ এজনলৈ অসমীয়া মানুহে ছোৱালী দিব? এনেহৱা কৰ্মবিমুখ, পৰনিৰ্ভৰশীল, হাবাতে ধন ঘটা মনোবৃত্তিৰ অসমীয়া মানুহৰ নিচিনা জাতি ভাৰতৰ ক'তো দেখা নাই বুজিছ। এদিন এইটো জাতি কৰ্পূৰৰ দৰে এনেয়ে নিঃশেষ হৈ যাব। খোদৰ আলি ক'ত আছে। অসমত। হয় নে নহয়?

মনজিতে ক্ষোভতে অনৰ্গল কৈ গ'ল। তাৰ চকুমুখত ফুটি উঠিল এক প্ৰত্যাহ্বান আৰু ঘৃণা।

ঃ ৰহ মনজিৎ। ইমান উত্তেজিত হব নালাগে। অলপ শান্ত হৈ কচোন।

ঃ অ' তোক লগ পাই মোৰ স্থিতি পাহৰি গৈছিলো। মই এজন নাপিত এই কথাটোকে মই কেতিযাবা পাহৰি থাকো। মোৰ মুখত এনে বৰ বৰ কথা ওলাব নালাগে নহয় জানো।

ঃ বাৰু হৈছে হৈছে। কচোন ছোৱালীজনী কেনেকুৱা? তোৰ লগত তাইৰ মন মিলিছে নে?

ঃ মোৰ দোকানত এজন বয়সীয়া নাপিত দেখিছিলি নহয়, তাৰেই ছোৱালী। তাৰ বংশটোৱেই নাপিত। বাংগালোৰৰ ওচৰৰ এখন গাঁৱত সিহঁতৰ ঘৰ। তাইৰ চকুমুখ, চেলাউৰি, কাণৰ কাষত উৰি থকা কেঁকোৰা চুলি, গাৰ ৰং কি চাবি। ওখ মোৰ সমান। মোতকৈ বেছি বগা। চেলোৱৰ কামিজ পিন্ধে। বুকুখন ইমান সুন্দৰ সুগঠিত আৰু ওখ উৰণাই বুকুখন ঢাকি ৰাখিব নোৱাৰে। কঁকালখন নাই বুলিবই পাৰি। কিন্তু নট্ দ্ৰাবিড় পিউৰলি এৰিয়ান। অষ্টম শ্ৰেণীলৈ পঢ়িছিল। তাৰ পাছত মাক দেউতাকক কামত সহায় কৰিবলৈ ললে। মাকৰ এখন ফুলনি আছে। তাতে তাই কাম কৰে আৰু ৰাতিপুৱাই বাংগালোৰলৈ ফুল বেচিবলৈ আহে আৰু দুপৰীয়া দেউতাকৰ খোৱা খাদ্য লৈ আহে।

ঃ সেই সুযোগতে মনজিতে তাইৰ মন জয় কৰাত লাগি গ'ল। তোৰ নাম আৰু কাম এক হৈ পৰিল।

ঃ নহয় অ'। পাছলৈ তাই মোৰ কাৰণেও খোৱা আহাৰ অনা কৰিলে। অৱশ্যে তাৰ বাবদ পইচা দিওঁ। পইচা লওঁতে প্ৰথমতে তাই তলমূৰ কৰি লৈছিল। পিছত গৈ পইচা লওঁতে তাই তাইৰ পাঁজিসেৰীয়া আঙুলি কেইটাৰে মোৰ হাতখন স্পৰ্শ কৰি ট্ৰিংপখিলীৰ দৰে হাঁহি হাঁহি দৌৰ মৰা কৰিলে।

হঠাতে মনজিতে কথাৰ সুৰ সলনি কৰি মোক কলে— যাবি নেকি সিহঁতৰ ঘৰলৈ। নিজে দেখিলে বুজি পাবি মই কিয় ইমান পাগল হৈছো তাইৰ কাৰণে।

ঃ হ'ব হ'ব প্ৰেমিক প্ৰবৰ। এদিন হলেও তোৰ লগত তাইক দেখা পাম।

ঃ ওহো তই কেতিয়াও আমাক দেখা নাপাব। কেতিয়াও।

মই মচলা ডোচাৰ একামোৰ মুখত লৈ টেবুলৰ কাষলৈ গৈ তাৰ পিঠি খন পিহি চালো। নাই নাপালো।

ঃ তাৰ মানে তই মোৰ আইডেনটিটি বিচাৰিছ?

ঃ কিয় জান? তোৰ এই আইডেন্‌টিটি থকা বুলি জানিলে নাপিতৰ ছোৱালীয়ে তোক কেতিয়াও বিশ্বাস নকৰিলেহেঁতেন।

ঃ ঠিকেই ধৰিছ তই? কিন্তু কি জান? মই যৱৰ পৰা ওলাই অহাৰ দিনাই ব্ৰহ্মপুত্ৰৰ বুকুত বিসৰ্জন দি আহিছো যদিও ইয়াৰ বাবে বহুদিন মনোকষ্টত ভুগিছিলো। কি কৰিম সেই

আইডেন্‌টিটি লৈ। শ্ৰম নকৰাকৈ কেৱল মুখখনেৰে আনৰ ওপৰত কঠাল ভাঙি খোৱা দিন আৰু নাই বুইছ। মা-দেউতাই ভাবিছিল মই বংশ মৰ্যাদা ৰক্ষা কৰিব পাৰিম, তেওঁলোকক্ সুখে সন্তোষে ৰাখিব পাৰিম। কিন্তু নোৱাৰিলো : পৰিস্থিতি আৰু প্ৰচলিত সমাজ ব্যৱস্থাই মোক বাধ্য কৰালে এই প্ৰত্যাহ্বানৰ মুখামুখি হবলৈ।

: কিন্তু তই সম্পূৰ্ণ এজন বেলেগ মানুহ হৈ অনুতপ্ত হোৱা নাই?

: ওহো মোৰ অলপো আক্ষেপ নাই। মই এতিয়া সম্পূৰ্ণ সুখী আৰু সেই কাৰণেই কৈছো তই আমাক কেতিয়াও দেখা নাপাব।

: মানে?

: মানে আৰু কি? তযে মোক বাধ্য কৰালি ইয়াৰ পৰা যাবলৈ।

: মই বাধ্য কৰালো?

: অ' তো। তই তোৰ বুকুত হাত দি কচোন মোৰ সম্পৰ্কে মোৰ মাক এটাও কথা নোকোৱাকৈ থাকিব পাৰিবি? এদিন হলেও মাক মোৰ কথা কবি আৰু মাযে মৰি হলেও মোক বিচাৰি ইয়ালৈ আহিব।

: নকওঁ। নকওঁ মৰি গলেও নকওঁ, বিশ্বাস কৰ।

: শুন, কব যদি মই বুজিম যে তই মোৰ আটাইতকৈ ডাঙৰ শত্ৰু আৰু শত্ৰুতাৰ বাবেই মাই হয়তো মনৰ বেজাৰতে মৰি থাকিব।

মনজিতে মোৰ প্ৰতিশ্ৰুতিৰ প্ৰতি বৰ বেচি গুৰুত্ব নিদি তাৰ পকেটৰ পৰা এটা দীঘল এনভেলাপ উলিয়াই কলে— তোক এটা বস্তু দিওঁ আজি ৰেজিষ্টাৰ্ড পোষ্ট কৰিম বুলি ভাবিছিলো। তোক লগ পালো যেতিয়া ভালেই হ'ল। তই মাক হাতে হাতে দিব পাৰিবি।

এইবুলি মনজিতে মোলৈ এনভেলাপটো আগবঢাই দিলে। মই হাত পাতি ললো। সি মোক দঢাই দঢাই ক'লে মাক দিবি কিন্তু।

মই মোৰ কোঠালীত সোমাই এনভেলাপটো টেবুলত থওতে হঠাৎ খেযাল হ'ল সেইটোৰ মুখখন খোলা। আনহাতে মাকে যদি সোধে মনজিতক ক'ত লগ পাইছিলা মই কি কম? কি অগ্নি পৰিক্ষাৰ মাজত পাৰলো। কিবা এটা কম বুলি ভাবি ভিতৰৰ পৰা বস্তু কেইপদ উলিযাই চালো। মাকলৈ লিখা চিঠি, এখন মাকৰ নামত বেংক ড্ৰাফ্‌ট— একলাখ টকাৰ। একাউন্ট পেযি আৰু এখন তাৰ বৰ্তমানৰ ফটো। ফটোখনৰ ওলোটা পিঠিত লিখা আছে — প্ৰেজেণ্টেড্ টু চিলা এণ্ড মিনা। কৌতুহল ৰাখিব নোৱাৰি চিঠিখন পঢি চালো।

মা

মোৰ সেৱা লবা। তুমি বোধহয় এতিয়াও বাটলৈ আহি মোৰ কাৰণে বৈ থাকা। মই আছো মা। সুযোগ সুবিধা হ'লে কেতিয়াবা যাম তোমাৰ ওচৰলৈ।। চিলা আৰু মিনাক মৰম দিবা। ইমানদিনে তোমাক এখনো চিঠি নিদিয়াৰ বাবে মই দুঃখিত। মই ডাঙৰ ব্যৱসায়ত লাগিছো। কিতাপ-আলোচনী আদি যোগান দিওঁ আৰু বিক্ৰীও কৰো। মোৰ থকাৰ ঠিকনা নাই, আজি

কলিকতা, মাদ্ৰাজ, কালি হযতো মুম্বাই, বাংগালোৰ, দিল্লী। চিলা আৰু মিনাই গুঠি দিয়া উগৰ টুপিটো আৰু চালখন যেতিয়া গাত লওঁ তেতিয়া তোমালোকৰ মৰমে মোৰ মন চুই যায়। দেউতাৰ এখন পাছপোর্ট ফটো আছিল দেখোন। সেইখন এনলার্জ কৰি বন্ধাই থবা। জানা মা মোক দালালে এনেকুৱা প্ৰস্তাৱ দিছিল মই যদি মোৰ ভণ্টি দুজনীৰ চৰিত্ৰ বিক্ৰী কৰিব পাৰো তেতিযাও হয়তো এটা সংস্থান মোক যোগাৰ কৰি দিব পাৰে। সেয়ে দেউতাক কৈছিলো— মই ৰিক্সা চলাম বুলি। চহৰত কোনে দেখিব। আৰু দেখিলেই বাৰু তাৰ পৰা কি আহে যায়। দেউতাই গৰগৰাই উঠিছিল— যুগ যুগ ধৰি আমি কায়িক শ্ৰম কৰি পোৱা নাই। পাৰিবি তই? তোৰ গাত আছে সেই তেজ? শেষত মই উপলব্ধি কৰিলো মোৰ যেন হাত-ভৰি বন্ধা, মই যেন এক অপদার্থ। মোৰ প্ৰশ্নই মোকে বিদ্ৰূপ কৰিবলৈ ধৰিলে— কোন সমাজত বাস কৰিছ তহঁতে? অৱশেষত অতিষ্ঠ হৈ ঘৰৰ পৰা ওলাই আহিলো। এজন বেলেগ মনজিত হৈ।

তোমাৰ নামত এটা একাউন্ট কৰি টকাখিনি জমা দিবা। মিনাই কেনেকৈ কি কৰিব লাগে সকলো জানে? এজন ভাল ল'ৰা চাবা চিলাৰ কাৰণে। ভাল মানে যাৰ মনৰ দৃঢ়সংকল্পতা আছে যিজনে কামৰ প্ৰতি অৱহেলা নকৰে।

চিঠিখন পঢ়ি উঠি মনজিতৰ ভিতৰৰ মানুহজনক বুজিবলৈ চেষ্টা কৰিলো। তেতিযা মোৰ ধাৰণা হ'ল মই যেন লাহে লাহে নিঃকিনৰ পৰা নিঃকিন হবলৈ আৰম্ভ কৰিছো। এজন প্ৰথম শ্ৰেণীৰ গেজেটেড অফিচাৰ হৈ মনজিতৰ দৰে নাপিতৰ চিঠিখনকে পুনৰ পঢ়িবলৈ সাহস গোটাব নোৱাৰিলো। মনজিতে মাক-দেউতাকক ফাঁকি দিলেও নিজকে ফাঁকি দিয়া নাই।

হঠাৎ মোৰ খেয়াল হ'ল— মোৰ ডাটি খুৰোৱাই নহ'ল।

ছয়মাহমান পিছত এদিন পান বজাৰলৈ ঔষধ আনিবলৈ যাওঁতে পাছফালৰ পৰা মাইকী মানুহ এজনীয়ে মোক মাত লগোৱাত উভতি চাই দেখিলো মনজিতৰ মাকক। লগত মিনা।

ঃ কি বাপা মাতবাই নোখোজা দেখোন?

ঃ কলৈ আহিছে? মনজিতৰ পৰা চিঠি পত্ৰ পাই আছেনে?

ঃ এতিয়া প্ৰায়েই চিঠি লিখে আৰু পইচাও পঠিয়ায়।

ঃ চিলাক দেখা নাই দেখোন?

ঃ নকবি বাপা। জহনীজাতীয়ে তুমি মনজিতৰ চিঠিখন দিবলৈ যোৱাৰ আগদিনা মামাকহঁতৰ তালৈ যাম বুলি আৰু ফিৰি নাহিল। মোৰ কপালৰে দোষ বাপা। তাই এজন নীহকুলীয়াৰ লগত পলাই গ'ল।

ঃ ল'ৰাজনে কি কৰে?

ঃ কোনোবা অফিচৰ পিয়ন নে কি? তাই পাপীক আজি ছয়মাহে মোৰ ঘৰলৈ আহিবলৈ দিয়া নাই। আৰু কোনোদিনে নিদিওঁ। তাই নৰকত পচি পচি মৰক।

ঃ মনজিত এতিয়া ক'ত আছে। কিবা কৈছে নে?

ঃ ওঁ। সি বিয়াও কৰাসে নহয় আৰু ক'ত আছে ঠিকনাটো মনতে নাথাকে। কি অ'

মিনা? মিনাই পট্‌কৈ ক'লে—

ঃ চাউথ আফ্রিকা। দাদা আৰু নবৌ দুয়ো তালৈ গৈছে। তাত দাদাৰ আগৰ ব্যৱসায় খুব ভাল। নবৌজনী ইমান ধুনীযা। ফটোত ইমান ধুনীয়া দেখিছো আচল মানুহজনী নিশ্চয় আৰু বেছি ধুনীয়া হব।

ঃ তাৰমানে তোমাৰ হিংসা লাগিছে? মেমনীক তোমালোকে এনেও ধুনীযা বুলি ভাবা।

ঃ নহয় দাদা নবৌ ভাৰতৰে। দেখিলেই বুজি পাওঁ নহয।

ঃ মনজিতক কৈছেনে নাই চিলা পলাই যোৱা বুলি?

ঃ কৈছো। কিয় নকম বাপা। সিযে আমাৰ বংশৰ গৌৰৱ ৰাখিব পাৰিছে। তাক নকলে মোক পাপে চুব। কিন্তু সিহে তাইৰ সম্পৰ্কে একো কোৱা নাই। মনৰ বেজাৰতে বোধহয মনে মনে আছে।

এইবুলি মনজিতৰ মাকে মোক বাৰে বাৰে ক'লে — এবাৰ আহিবাচোন আমাৰ ঘৰলৈ। ভালকৈ কথা -বতৰা পাতিম। আমাৰ অৱস্থা এতিয়া বৰ ভাল। মিনাই গৰুৰ গাখীৰৰ চাহ একাপ দিব পাৰিব।

মনজিতৰ মাকৰ মুখ দেখি মই বৰ আপ্লুত হলো আৰু লগতে আস্বস্ত হলো। যিহওঁক অন্ততঃ মই মনজিতক কথা দি কথা ৰাখিব পাৰিছো। ✶✶

# সমাপ্ত